# ন মনুষ্যাৎ

গুহ্যং ব্ৰহ্ম তদিদম্ বো ব্ৰবীমি।
ন মনুষ্যাৎ শ্ৰেষ্ঠতৰম্ হি কিঞ্চিৎ ॥

—মহাভাৰত

শিৱনাথ বৰ্মন




গুৱাহাটী
এলবিএছ পাব্লিকেশ্যন

NA-MANUSYAT a collection of articles written by Sivanath Barman, Gauhati, and published by Sree Khagendra Narayan Dutta Baruah, LBS publication, Ambari, Gauhati-1, 1st edition 1982 ( February )
Price Rs. 20·00

প্ৰকাশক
শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা
এলবিএছ পাব্লিকেশ্যন
আমবাৰী : গুৱাহাটী—১

প্ৰথম প্ৰকাশ ১৯৮২ ( ফেব্ৰুৱাৰী )

মূল্য—বিশ টকা মাথোন

ছপাওঁতা :
বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ
আমবাৰী : গুৱাহাটী—১

# সূচী

# নিবেদন

গ্ৰন্থখন যোৱা দশকটোৰ ভিতৰত লেখা বিভিন্ন প্ৰবন্ধাৱলীৰ এটা নিৰ্বাচিত সংকলন। বৈজ্ঞানিক তথা আধুনিক সমাজতান্ত্ৰিক মানৱতাবাদৰ মুকলি পোহৰত চিন্তাৰ বৰ্ণাঢ্য জগতখনৰ গুটিদিয়েক দিশ প্ৰবন্ধসমূহৰ যোগেদি নিৰীক্ষণ কৰিবলৈ প্ৰয়াস কৰা হৈছে আৰু সিবোৰক গ্ৰন্থখনত গাঁথি পেলোৱা হৈছে এক আভ্যন্তৰীণ সংযোগ সূত্ৰেৰে।

প্ৰবন্ধপাতি লেখিবলৈ আৰম্ভ কৰা সময়ত বাস্তৱ অভিজ্ঞতাৰ লগত আমাৰ পৰিচয় আছিল সামান্য; ভাষাৰ কালিকা সম্পৰ্কেও সেই সময়ত অজ্ঞ আছিলো। গতিকে উচ্ছাস, অতি উদ্ধৃতি, ঔদ্ধত্য, ভাষা-বিভ্ৰাট আদি ভালেমান দোষে আগতীয়া প্ৰায়বোৰ প্ৰবন্ধকে ছুইছিল। সংকলনটোত স্থান দিয়াৰ সময়ত সিবোৰক যিমান পাৰি পৰিমাৰ্জিত কৰা হৈছে (যিমান পাৰি, কাৰণ পৰিমাৰ্জনাতকৈ পুণৰ্লিখন সহজসাধ্য)। দুই-এটা প্ৰবন্ধৰ নাম সলনি কৰা হৈছে; ন-কৈ কৰা চিন্তাৰ পৰিপ্ৰেক্ষিতত সামান্যভাৱে সলনি কৰা হৈছে গোটাদিয়েক প্ৰবন্ধৰ বক্তব্যও। এটা প্ৰবন্ধক গ্ৰন্থখনৰ 'পূৰ্বভাষ' হিচাপে উপস্থাপন কৰা হৈছে। সংহতি ৰক্ষাৰ খাতিৰত এটা প্ৰবন্ধৰ আকৌ বাদ দিয়া হৈছে সম্পূৰ্ণ এটা অংশ।

গ্ৰন্থখনত সন্নিবিষ্ট প্ৰবন্ধকেইটাৰ চাৰিটা ('মাৰ্ক্সবাদ আৰু বৈজ্ঞানিক দৃষ্টিভংগী', 'ঐতিহাসিক বস্তুবাদ আৰু ব্যক্তি-স্বাধীনতাৰ সমস্যা', 'চিচিফাছৰ শ্ৰম' আৰু 'গান্ধীজীৰ নৈতিক দৰ্শন প্ৰসংগ') প্ৰকাশ পাইছিল 'নতুন পৃথিৱীত' তিনিটা (ধৰ্ম, ঈশ্বৰ আৰু মাৰ্ক্স', 'কস্মে দেৱায়' আৰু 'ভাৰতীয় বৌদ্ধিক ঐতিহ্য') ষাণ্মাসিক 'নীলাচল'ত; দুটা ('মাৰ্ক্সীয় বস্তুবাদত কল্পনাৰ ভূমিকা আৰু 'সাহিত্যত প্ৰচাৰধৰ্মিতা') 'সাম্প্ৰতিক সাময়িকী'ত; দুটা ('সাহিত্যৰ

বুচ আৰু বুচিৰ সাহিত্য' আৰু 'নাৰী, প্ৰেম আৰু মাক্স' ) 'প্ৰকাশ'ত, আৰু দুটা ( 'বুৰঞ্জী' আৰু 'সাহিত্য আৰু সামাজিক দায়বদ্ধতা' ) আৰ্য্যবিদ্যাপীঠ কলেজৰ আলোচনী 'এৰিয়ান'ত। বাকীবোৰ প্ৰকাশ পাইছিল ক্ৰমে 'সংলাপ', 'নতুন অসমীয়া' ( 'কল্পনা আৰু বিজ্ঞান' ), 'আমাৰ প্ৰতিনিধি' ( 'চাৰ্ত্ৰ আৰু তেওঁৰ অস্তিত্ববাদ' ), 'পাণ্ডুলিপি' ( বৈজ্ঞানিক দৃষ্টিভংগীঃ ইয়াৰ প্ৰয়োজনীয়তা' ), 'প্ৰহৰ' ( 'আদিম কলা' ), 'প্ৰবাহ' ( মাক্স, এংগেলচ আৰু সাহিত্য' ), 'সময়' ( 'পূৰ্বভাষ' )' 'লোকায়ত। ( লোকায়ত চিন্তা' ) আৰু 'দেৱৰাজ ৰয় কলেজ আলোচনী'ত ( মাক্স আৰু নীতিবোধ' )। প্ৰবন্ধ সমূহ প্ৰকাশ কৰাৰ সুবিধা দিয়া বাবে উল্লেখিত আলোচনী কেইখনৰ কালীন সম্পাদকসকলৰ ওচৰত মই কৃতজ্ঞ।

গ্ৰন্থখনৰ বিষয়-বস্তুসমূহৰ প্ৰতি মোৰ অনুৰাগ বৃদ্ধি কৰিছিল ডঃ হীৰেন গোহাঁই, শ্ৰীনলিনীধৰ ভট্টাচাৰ্য্য, শ্ৰীঅনিল ৰায়চৌধুৰী প্ৰয়াত বন্ধু পুণ্ডৰীকাক্ষ ভৰালী প্ৰমুখ্যে কেইবাগৰাকীও সহৃদয় ব্যক্তিয়ে ; গ্ৰন্থখনত সন্নিবিষ্ট প্ৰবন্ধ-কেইটাৰ সংকলন-কাৰ্যত সম্প্ৰতি মোক সহায় কৰিছে শ্ৰীৰঞ্জিৎ কুমাৰ দেৱগোস্বামীয়ে ; ইবিলাকত উল্লেখিত প্ৰায়বোৰ বিদেশী নাম শুধৰাই দিছে শ্ৰীটাবুৰাম টাইডে ; গ্ৰন্থখন ছপাই উলিওৱাৰ দিহা কৰি দিছে শ্ৰীৰঞ্জিৎ নাৰায়ণ ডেকা আৰু শ্ৰীহীৰালাল ফুকনদেৱে : এই সুযোগতে সকলোৰে প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা নিবেদন কৰিলো।

শেষত, কাগজ পাতিৰ মহণ্ডা দিনটো প্ৰবন্ধ-সংকলনৰ দৰে এখন কিতাপ ছপাই উলিওৱাৰ দায়িত্ব গাত লোৱা বাবে এলাবিএছ পাব্লিকেশ্যনৰ স্বত্বাধিকাৰী শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাৰ ওচৰত মই বিশেষভাবে ঋণী।

২।১।৮২ শিৱনাথ বৰ্মন

# টোকা

কিতাপখনত বর্ণাশুদ্ধি কিছু ৰৈ গৈছে। সিবিলাকৰ কিছুমানে অর্থবিকৃতি ঘটাইছে ( যেনে—৭ পৃষ্ঠাৰ ১৪ শাৰীত হব লাগে 'ৰোধ', হৈছে 'বোধ' ; ৩৩ পৃষ্ঠাৰ ৭ শাৰীত হব লাগে 'আবৰা', হৈছে 'আবৃত্ত' ; ৭২ পৃষ্ঠাৰ ২৪ শাৰীত হব লাগে 'art' হৈছে 'out' ; ৭৭ পৃষ্ঠাৰ পৃষ্ঠাৰ ৯ শাৰীত হব লাগে 'মুখা', হৈছে 'মুলা' ; ৯৭ পৃষ্ঠাৰ ১৭ শাৰীত হব লাগে 'স্বকীয়', হৈছে 'সুকীয়া' ; ১১৬ পৃষ্ঠাৰ ১৭ শাৰীত হব লাগে 'জাড্য', হৈছে 'সভ্য' ; ১৪২ পৃষ্ঠাৰ ২৭ শাৰীত হব লাগে 'ধ্রুবক', হৈছে 'শ্রুবক' ; ১৬৯ পৃষ্ঠাৰ ৩০ শাৰীত হব লাগে 'বিদ্যমান' হৈছে 'বিদ্যান' ; ১৯২ পৃষ্ঠাৰ ১০ শাৰীত হব লাগে 'বিষয়ীগত', হৈছে 'বিষয়গত' ইত্যাদি । ) কিছুমান ব্যাকৰণগত ভুলো ৰৈ গৈছে ( যেনে—৩০, ৩১, ৩৪, ৬৭, ৭২, ১১৮, ১৫৪, ১৫৬ আদি পৃষ্ঠাসমূহৰ কেইবা ঠাইতো হব লাগে 'ইবিলাক', 'সিবিলাক', 'ইবোৰ', 'সিবোৰ', ইত্যাদি ; কিন্তু হৈছে 'ইহঁত' 'সিহঁত' ইত্যাদি । ) কেতিয়াবা কোনো শব্দ বা শব্দাৱলী ছপা নোহোৱাকৈ থাকি গৈছে। ( যেনে—২৭ পৃষ্ঠাৰ ১৪-১৫ শাৰীত হব লাগে 'দর্শন চর্চা কৰা,' হৈছে 'দৰ্শন কৰা' ; ৮৯ পৃষ্ঠাৰ ৯ শাৰীত হব লাগে 'তত্ত্ব শিকিব আৰু মানুহক শিকাব', হৈছে 'তত্ত্ব মানুহক শিকাব' ; ২০৪ পৃষ্ঠাৰ ১০ শাৰীত হব লাগে 'মহত্তম প্রাণী, হলেও ই এটা প্রাণী' ; হৈছে কেৱল 'মহত্তম প্রাণী')। বিদেশী নাম কেইবাটাও ভুলকৈ ছপা হৈছে ( যেনে—২৩ পৃষ্ঠাৰ ১১ শাৰীত হব লাগে 'ৰিকার্ডো, হৈছে 'বিকার্ডো' ; ৩৩ পৃষ্ঠৰ ১০ শাৰীত হব লাগে 'ডিৰি', হৈছে 'ভিৰি' ; ১২৪ পৃষ্ঠাৰ ২৪ শাৰীত হব লাগে 'ডেজ', হৈছে 'ডেল' ; ১৩৫ পৃষ্ঠাৰ ১৫ শাৰীত হব লাগে 'যেলিচ' হৈছে 'ফেলিচ' ; ১৭০ পৃষ্ঠাৰ ২২ শাৰীত হব লাগে 'ডেবাৰ', হৈছে 'ভাবোৰ', ১৯০ পৃষ্ঠাৰ ১৩ শাৰীত আৰু ১৯৬ পৃষ্ঠাৰ ৪ শাৰীত হব লাগে 'জেচ-পার্চ' হৈছে 'জেচপার্চ' ইত্যাদি ) অনৱধানবশতঃ ৰৈ যোৱা এই ভুল ত্রুটি সমহৰ বাবে আমি দুঃখিত।

# পূৰ্বভাষ

'Nullius addictus jurare in verba magistri'
( I am addicted to the words of no master )

—হৰে'চ

গ্ৰীক পুৰাণত আছে—তাঁহানিৰ অভিজাত ছিথিয়ানহঁতে হেনো সিহঁতৰ দধি মথনকাৰী দাসবোৰৰ দুয়োটা চকু উঘালি পেলাইছিল। উদ্দেশ্য, চৌপাশৰ দৃশ্য আৰু ঘটনাৱলীত যাতে দাসবোৰৰ মন বিক্ষিপ্ত নহয়। এষ্টাব্লিছমেণ্ট—বা অসমীয়াত যাক কব পাৰি "ক্ষমতা অধিষ্ঠান"—অৱশ্যে সকলো যুগতে মানুহক এচকুৱা দাস কৰি ৰখাৰহে পক্ষপাতী। 'আমি যি দেখিছোঁ,—যি কৰিছোঁ, সিয়েই সত্য, সিয়েই ধ্ৰুৱ; গতিকে আন কোনোফালে লক্ষ নকৰি একদৃষ্টিৰে আমাক অনুধাৱন কৰা, নহলে তোমাৰ পিঠিত ঔকিল পৰিব।' সুখৰ বিষয়, ঔকিললৈ ভয় নকৰি দুয়ো চকু সযতনে মেলি ৰাখিব খোজা মানুহ প্ৰতি যুগৰ সমাজতে যথেষ্ট থাকে, আৰু এওঁলোকেই মানৱ প্ৰগতি সম্ভৱ কৰি ৰাখিছে। কিন্তু মস্কিল এইখিনিতেই যে এওঁলোকৰ অনেকেই আকৌ নিষিদ্ধ চকু মেলাৰ উৎসাহত আনটো চকু মুদি থব খোজে। পৰিণামত এচকুৱা দাসৰ দৰে তেওঁলোকেও সমদৃষ্টি হেৰুৱায়, একদেশ-দৰ্শিতাৰ পৰাহত পৰে।

কিন্তু একদেশদৰ্শিতা, কোৱা বাহুল্য, জীৱনসত্য সন্ধানৰ এক অন্তৰায়। নিজৰ মগজু নিজৰ কান্ধত নাৰাখি কেৱল গুৰুবাদৰ ছত্ৰছাঁয়াত যিসকলে সত্যক বিচাৰে, তেওঁলোকে সত্যক নাপায়; বৰং এটা আৱৰ্তত তেওঁলোক ঘূৰি থাকে—উপনিষদে কোৱাৰ দৰে মূঢ় অন্ধৰ দ্বাৰা চালিত অন্ধৰ নিচিনাকৈ ('অন্ধেনৈৱ নীয়মানা

যথাহ্মাঃ') অথবা 'অথবা উন্মাদাগাৰত ব্যায়াম' শীৰ্ষক তাৰ খগৰ বিখ্যাত ছবিখনৰ উন্মাদবোৰৰ নিচিনাকৈ। গুৰুৰ প্ৰতিটো বাণী শিলৰ ৰেখা বুলি ধৰি লৈ তেওঁলোকে পাহৰি যায় যে দৰ্শনৰ কাম হ'ল সত্যক বিচৰা ; যি সত্য বুলি কথিত বা প্ৰতিষ্ঠিত, তাক সাবটি লোৱা নহয়।

আনহাতে, দৃষ্টিৰ অখণ্ডতা নথকা পল্লৱগ্ৰাহিতাও জীৱন-সত্য সন্ধানৰ হাতিয়াৰ হ'ব নোৱাৰে। বিজ্ঞান যিদৰে কিছুমান তথ্যৰ সমষ্টি মাথোন নহয়, তেনেদৰে জীৱনবীক্ষাও কেতবোৰ অবিন্যস্ত মত আৰু ভাবৰ সম্ভাৰ নহয়, ভাব আৰু মত সমূহৰ মাজত এক লয়পূৰ্ণ সংযোগ, এক যৌক্তিক অন্বয় থাকিব লাগিব, তেহে দৰ্শনলৈ সিহঁতৰ উচ্ছ্ৰিতি সম্ভৱ। এই কথা বিশেষভাবে উল্লেখ্য এইবাবেই যে ইয়াক নজনাৰ দোষত, অথবা জানিব নোখোজাৰ দোষত অনেক বুদ্ধিমান ব্যক্তিয়েও বৰ্ণাঢ্য জীৱনৰ খণ্ড ৰূপত মুগ্ধ হৈ দৃষ্টিৰ অখণ্ডতা হেৰুৱাই পেলায়। 'জীৱন বহুসুৰী ; ই কোনো 'ইজম'ৰ বন্দী নহয়',—বুলি কৈ তেওঁলোকে ঢাপলি মেলে 'অনেকান্তবাদ' নামৰ 'ইজম'ৰ অভিমুখে। জীৱনৰ সংগীত একসুৰী নিশ্চয় নহয়, ই বহু বিচিত্ৰ তানৰ সম্মিলন। কিন্তু ইয়াক শুনিব লাগিব, বুজিব লাগিব, এক অখণ্ড ঐকতানৰ বিভিন্ন তান হিচাপেই। সমলয়শূন্য জীৱন-গীতৰ মাথোন উৎকৃষ্ট সুৰবোৰহে বাছি বাছি শুনা উচিত, এনে মনোভাব ঠিক স্কুলীয়া ল'ৰাই মহৎ লোকৰ বাণী সংগ্ৰহ কৰাৰ দৰে কথা। বাণী সংগ্ৰহ ভাল কাম ; কিন্তু ব্যক্তিৰ মননত জাৰিত হৈ এক সাৰ্বিক জীৱন বোধ গঢ়ি নুঠা পৰ্য্যন্ত বাণী সংগ্ৰহ কিশোৰ মনৰ এটা চখহে মাথোন হৈ থাকে।

জীৱন (অৰ্থাৎ সাৰ্থক জীৱন) আৰম্ভ হোৱা উচিত বিক্ষিপ্ত বাণী সংগ্ৰেহেৰে নহয়, বৰং এক জাতীয়-ধৰ্মীয় আদৰ্শৰেহে— উপযুক্ত নামৰ অভাৱত যাক আমি 'জীৱন প্ৰকল্প' বুলিব খুজিছোঁ।

ইয়াৰ আৰোপিত অৰ্থ হ'ল,—জীৱন সম্পৰ্কে আলোচনা কৰাৰ পূৰ্বেই, কিছু ভুলকৈ হলেও জীৱনৰ এখন সংহতিপূৰ্ণ ছবি প্ৰথমে মনতে আঁকি লোৱা। বিজ্ঞানৰ পৰা ইয়াৰ এক তুলনা টানিব পাৰি। কেতবোৰ প্ৰতিজ্ঞাৰ ভিত্তিত বৈজ্ঞানিক তত্ত্ব যিদৰে ঠিৰ হয়, তেনেদৰে কেতবোৰ প্ৰকল্পৰ ওপৰতে এক সুসংবদ্ধ জীৱনদৰ্শন গঢ়ি উঠে। কিন্তু মতান্ধ উন্মত্তৰ দৰে সমস্তকে সেই দৰ্শনৰ দুৰ্গত বিনা বিচাৰে সুমুৰাবলৈ যত্ন নকৰি বৈজ্ঞানিক তত্ত্বৰ পৰিমানাত্মক বিশ্লেষণৰ পৰিপ্ৰেক্ষিতত বিজ্ঞানৰ প্ৰতিজ্ঞা সমূহ যিদৰে পৰিবৰ্তন অথবা পৰিবৰ্ধন কৰা হয়, সেই একেদৰে বাস্তৱ অভিজ্ঞতা, নিজ চিন্তা আৰু যুগৰ আহ্বান অনুযায়ী জীৱনৰ সেই প্ৰকল্পসমূহো অদলবদল কৰি লব লাগে। এয়াই হ'ল বৈজ্ঞানিক দৃষ্টিভংগী। সৰলীকৃত নিশ্চয়তাৰ সন্ধানত সদা ধাৱমান, দ্বন্দ্ববোধশূন্য মানুহৰ বাবে এনে দৃষ্টিভংগীৰ আয়ত্তীকৰণ অৱশ্যে সম্ভৱ নহয়। তেওঁলোকৰ মানত প্ৰকল্প সমূহ হ'ল প্ৰকৃষ্টাহৰ বিচনা। জীৱনৰ জটিল অজটিল সকলো সমস্যাই তেওঁলোকৰ বাবে কাঁচৰ দৰে স্বচ্ছ আৰু পৰিষ্কাৰ; সমস্যা মাথোন প্ৰকৃষ্টাহৰ বিচনাখনত সিহঁতক পেলাই লোৱাটোহে। এক বুজা নুবুজাৰ আলোছাঁয়া, এক সন্দিগ্ধ মনোভাৱ, ইংৰাজীত যাক কোৱা হয়—divine discontent, ('দিব্য অসন্তুষ্টি')—যি মানুহক তাৰ জান্তৱ স্তৰৰ পৰা মানৱস্তৰলৈ উন্নীত কৰাইছে, মানুহক নিজকে অতিক্ৰম কৰিবলৈ শিকাইছে—তেওঁলোকে তাক বিসৰ্জন দিয়ে মতান্ধতাৰ নিৰ্মম বেদীত। ফলত বাশি বাশি গ্ৰন্থ অধ্যয়নৰ পিছতো, বাশি বাশি অভিজ্ঞতাৰ পিছতো তেওঁলোকে,—হেগেলীয় ভাষাত কবলৈ গ'লে,—মাথোন সেইখিনিহে জানিব পাৰে, যিখিনি তেওঁলোকে পূৰ্বেই জানিছিল।

ওপৰত জীৱন-প্ৰকল্পৰ যি ব্যাখ্যা দিয়া হ'ল, তেনে প্ৰকল্প হিচাপে, মাথোন তেনে প্ৰকল্প হিচাপেহে, মাৰ্ক্সবাদ, আমি ভাবোঁ, গ্ৰহণীয়। সমাজসচেতন লোকে জানে যে, একান্ত ভাবে মানৱ

কেন্দ্রিক এই দর্শন কেবল চিন্তাৰ এক বিজ্ঞানেই নহয়, মুমুক্ষু জনতাৰ ই এক গভীৰ আশাৰ বাণীও। কিন্তু ইয়াক গ্ৰহণ কৰিব লাগিব মধ্যযুগীয় ধৰ্মান্ধতাৰ প্ৰবৃত্তিৰে নহয়, বৰং এক কৰ্তৃত্বশূন্য মুকলি মনেৰেহে। "যুক্তিযুক্তমুপাদেয়ং বচনং বালকাদপি, অন্যাদ্‌ তৃণমেৱত্যাজ্যমপ্যুক্তং পদ্মজন্মনা'—সংস্কৃত কবিয়ে তাহানিতে লিখিছিল। জীৱনবীক্ষাৰ সন্ধানত এই উক্তি আমাৰ মনেৰে গায়ত্ৰী মন্ত্ৰ হোৱা উচিত।

কোৱা নিষ্প্ৰয়োজন, এনে উক্তিত বিশ্বাসী লোকৰ পক্ষে মাৰ্ক্স-বাদ কেতিয়াও এখন প্ৰক্ৰুষ্টাহৰ বিচনা হব নোৱাৰে। ইয়াক যুক্তিৰ নিক্তিত তুলিব লাগিব, সমালোচনাত্মক দৃষ্টিৰে ইয়াক চাব লাগিব আৰু বাস্তৱ পৰিস্থিতিক ইয়াৰ লগৰ নহয়, বাস্তৱ পৰিস্থিতিৰ লগত ইয়াক খাপখোৱা কৰি লব লাগিব। প্ৰসংগৰ বিচাৰ নকৰাকৈয়ে সকলো যুগতে, সকলো পৰিস্থিতিতে মাৰ্ক্স এংগেল্‌চৰ প্ৰতিটো উক্তি সমানে প্ৰযোজ্য বুলি ধৰি ললে সি হ'ব মধ্যযুগীয় বিশ্বাসৰ যুগলৈ প্ৰত্যাবৰ্তনৰ এক পদক্ষেপ মাত্ৰ। সঁচা, জীৱনৰ (নৈসৰ্গিক জগতৰ নহয়) প্ৰায় সকলো সমস্যাৰেই সমাধানৰ ইংগিত মাৰ্ক্সীয় দৰ্শনত আছে। সেইবুলি মাৰ্ক্স-এংগেল্‌চৰ প্ৰতিটো উক্তিক বেদৰ বাণী কৰি ললেই, আৰু তেওঁলোকে কৰা উক্তিসমূহৰ বাহিৰে জগতত আন কোনো সত্য থাকিব নোৱাৰে বুলি ধৰি ললেই বহুবিচিত্ৰ, বহুবৰ্ণ জীৱনৰ প্ৰতিটো সমস্যাৰেই পূৰ্ণ সমাধান পোৱা যাব,—এনে আশা কৰাটো মতান্ধতাৰেই লক্ষণ; আৰু মতান্ধতাই মানুহক কিদৰে যুক্তিৰহিত উন্মাদত পৰিণত কৰি তোলে, ইতিহাসত তাৰ উদাহৰণৰ অভাৱ নাই।

জীৱনৰ বহুতো প্ৰশ্ন আছে যিবিলাক অতিশয় মৌলিক আৰু সেয়ে সনাতন। কোনো প্ৰতিভাশালী দাৰ্শনিকে সিইতৰ সমাধানৰ ইংগিত আমাক দিব পাৰে, কিন্তু দাৰ্শনিকো যিহেতু মানুহ আৰু

তেওঁৰ প্ৰতিভাও যিহেতু দেশকালৰ উৰ্ধত নহয়, সেয়ে সিবিলাকৰ পূৰ্ণ সমাধান যোগাবলৈ তেওঁ অপাৰগ। দৃষ্টান্তৰূপে আমি লব পাৰোঁ—স্বাধীনতাৰ সমস্যাটো। হেগেলৰ অনুকৰণত এংগেলচে স্বাধীনতাক কৈছিল "অৱশ্যম্ভাবিতাৰ অভিজ্ঞান" ( recognition of necessity ) আৰু চৰকাৰী মাৰ্ক্সবাদেও স্বাধীনতাৰ এই সংজ্ঞাই মানি লয়। এনে সমস্যা হিচাপে স্বাধীনতাৰ প্ৰশ্নটো দাৰ্শনিক ভাবে যিমান সহজে সমাধনীয় (যিটো আমি আমাৰ এটা প্ৰবন্ধত কৰিছোঁ ), এটা বাস্তৱ ব্যৱহাৰিক সমস্যা হিচাপে ইয়াৰ সমাধান সিমানেই সহজনে ? অভিজ্ঞতাই ইয়াৰ উত্তৰত নেতিবাচক ভাবে মূৰ জোকাৰে। মানুহ নিঃসন্দেহে এটা সামাজিক প্ৰাণী। সেয়ে সামাজিক গুণাৱলীৰ ভিত্তিত ব্যক্তিৰ মূল্যায়ণ কৰা হয়। সেই-বুলি সামাজিক সত্ত্বাৰ উপৰিও ব্যক্তিৰ এটা স্বকীয় সত্তাও নোহোৱা নহয়, আৰু দুয়োটাৰে একীকৰণ সম্ভৱ এক আদৰ্শ সাম্যবাদী সমাজতহে। কিন্তু জ্যামিতিৰ বিন্দু সদৃশ সেই কাংক্ষিত সমাজ-খনৰ আগমনৰ বাবে, মিলেনিয়ামৰ বাবে-অনন্ত কাল জুৰি অপেক্ষা যিহেতু এক অজলা আশাবাদ, সেয়ে নিপীড়িত জনতাৰ কল্যাণ-কামী ৰাষ্ট্ৰই ( ৰাষ্ট্ৰ যন্ত্ৰ কেতিয়াবা বিলুপ্ত হব বুলি আমাৰ বিশ্বাস নহয় ) এই একীকৰণত আমাক উদগনি দিয়াৰ লগতে ব্যক্তি-সত্তাৰ অস্তিত্বলৈয়ো কাণ কৰা উচিত। সামাজিকীকৰণৰ নিচাই আমাক পাহৰালে নচলিব যে ব্যক্তি যিদৰে সামাজিক সম্পৰ্কৰ একো একোটা গোট, তেনেদৰে সমাজো হ'ল সুখচাৰী আৰু সুখকামী ব্যক্তিৰেই সমষ্টি। গতিকে যি সমাজৰপৰা ব্যক্তি নিৰ্বাসিত, অথবা যি সমাজত ব্যক্তি নিগৃহীত, তেনে সমাজ অমানৱীয়, একোটা দলৰ কিম্বা একোজন ব্যক্তিৰ অতিবৰ্ধিত ৰূপলৈ অধঃপতিত। যিহকে মন যায় তাকে কৰাৰ স্বাধীনতা, শোষকবৃন্দৰ চৰণপিষ্ট জনতাৰ প্ৰতিকূলে যোৱা স্বাধীনতা,—কোৱা বাহুল্য, দাসত্বৰে নামান্তৰ। কিন্তু এই স্বাধীনতা নিয়ন্ত্ৰণ কৰিবলৈ

ৰাওঁতে চাব লাগিব, যাতে ব্যক্তি ৰাষ্ট্ৰযন্ত্ৰৰ ক্ৰীড়নকত পৰিণত নহয়গৈ। মানুহক মানুহ হিচাপে জ্ঞান কৰিব লাগিব, তাৰ মানৱিক অস্মিতাৰ ( human identity ) প্ৰতি ৰাষ্ট্ৰই সন্মান দেখুৱাব লাগিব; কাৰণ মানুহ ৰাষ্ট্ৰসম্ভূত নহয়, বৰং নিজ প্ৰজাতিৰ শৃঙ্খলা ৰক্ষাৰ্থে মানুহেহে এসময়ত ৰাষ্ট্ৰৰ সৃষ্টি কৰিছিল। মানুহৰ মানৱিক অস্মিতাৰ, তাৰ মানৱিক মৰ্যাদাৰ প্ৰতি উদাসীন সমাজতে অংকুৰিত হয় জনতাৰ মুক্তি, কিন্তু ব্যক্তিৰ দাসত্ব; জনতাৰ প্ৰতি ভালপোৱা, কিন্তু ব্যক্তিৰ প্ৰতি বিদ্বেষ—যদিও ব্যক্তিৰ প্ৰতি মমত্ববিহীন বিমূৰ্ত মানৱ প্ৰেম নিষ্ঠুৰতাৰে এক পৰোক্ষ অভিধা। তদুপৰি ব্যক্তিত্বৰ বিলুপ্তিকামী সমাজ ষড়যন্ত্ৰ বহুল, গুপ্তচৰ আকীৰ্ণ, 'ৰেজিমেণ্টেড', এনে সমাজত প্ৰচ্ছন্ন হৈ থাকে এক বলপূৰ্ব্বক সামাজিক ঐক্য; সতিকে থাকে যিকোনো মুহূৰ্ততে ইয়াৰ বিস্ফোৰণৰ আশংকাও।

মানুহ এটা স্প্ৰিং দিয়া পুতলা নহয় ( আৰু মাৰ্ক্সেও মানুহক তেনে কৰিব খোজা নাছিল; তেওঁ বিচাৰিছিল এনে এখন সমাজ য'ত পুঁজিবাদে পংগু কৰি তোলা মানুহে তাৰ মানৱত্বৰ পূৰ্ণ বিকাশ ঘটাব পাৰে। ইতিহাসৰ কি নিষ্ঠুৰ পৰিহাস যে মানুহক পুতলালৈ ৰূপান্তৰিত কৰিব খোজাৰ প্ৰবৃত্তি প্ৰবল তেওঁৰ আদৰ্শৰেই চালিত দেশবোৰত! ) মানুহ যিহেতু নিষ্প্ৰাণ পুতলা নহয়, সেয়ে সি তাৰ বক্তব্য প্ৰকাশৰ বাবে পথ বিচাৰে। প্ৰকৃত সমাজবাদত ব্যক্তিৰ অৰ্থনৈতিক স্বাধীনতা অনুমোদন অযোগ্য ( অথবা তাত এই স্বাধীনতাৰ অৰ্থই হ'ব স্বকীয়া ); কিন্তু সমাজ-বাদৰ প্ৰতিকূল নোহোৱা সত্বেও, কেৱল চৰকাৰী মতৰ লগত নিমিলা কাৰণেই নিজস্ব ভাৱ প্ৰকাশৰ স্বাধীনতা ব্যক্তিক দিবলৈ যি সমাজ ভীত আৰু কুণ্ঠিত, তেনে সমাজৰ প্ৰগতি ( যান্ত্ৰিক নহলেও আধ্যাত্মিক প্ৰগতি ) এক নিৰ্দিষ্ট স্তৰলৈ গৈ বন্ধ হৈ পৰাৰ পূৰ্ণ সম্ভাৱনা থাকে। অৱশ্যে চৰম বিশ্লেষণত বৌদ্ধিক

স্বাধীনতা অৰ্থনৈতিক স্বাধীনতাৰ ওপৰত নিৰ্ভৰশীল। বস্তুতঃ কটি আৰু মুক্তি—দুয়োটাই পদাৰ্থ বিজ্ঞানৰ 'অনিশ্চয়তা সূত্ৰ'ৰ যুগ্ম ৰাশি বিলাকৰ ( conjugate quantities ) দৰে পৰস্পৰ বিৰুদ্ধ ; সিহঁতৰ এটাৰ পূৰ্ণ প্ৰাপ্তি সম্ভৱ আনটোৰ পূৰ্ণ বিলুপ্তিতহে। সেয়ে বাস্তৱ জীৱনত এনে এখন সমাজ কাম্য য'ত দুয়োটাৰে প্ৰীতিপূৰ্ণ সহঅৱস্থানৰ সুবিধা আছে। ৰাজনৈতিক ভাবে, এনে সুবিধা দিব পাৰে সম্ভৱতঃ প্ৰকৃত সমাজবাদী গণতন্ত্ৰইহে য'ত কোনো নাগৰিকক যন্ত্ৰও কৰা নহয়, দৈবিক শক্তি সম্পন্ন যাদুকৰো কৰি তোলা নহয়। একনায়কত্ববাদে এনে সুবিধা আমাক দিব নোৱাৰে, বোধকৰোঁ মাৰ্ক্সকথিত সৰ্বহাৰাৰ একনায়কত্ববাদেও নোৱাৰে ; কাৰণ ইতিহাসে সোঁৱৰায় যে সমাজতান্ত্ৰিক বিপ্লৱৰ আৰম্ভনিত সৰ্বহাৰাৰ এক নায়কত্ববাদ অপৰিহাৰ্য্য হলেও ই চিৰদিন সৰ্বহাৰাৰ হৈয়েই নাথাকে, ইয়াৰ পৰ্যবসান ঘটে একোটা দলৰ কিবা একোজন ব্যক্তিৰ একনায়কত্ববাদত সামৰিক একনায়কত্ববাদৰ, লগত যাৰ সীমাৰেখা ক্ষীণ আৰু অস্পষ্ট।

আৰু সামৰিকতাৰ প্ৰতি যিসকল শান্তিপ্ৰেমীৰ প্ৰচণ্ড বীতৰাগ, তেওঁলোকক মাৰ্ক্সবাদত নিহিত বলাৎকাৰ ( force )ৰ ধাৰণাই বিৰক্ত কৰিবলৈ বাধ্য। 'বলাৎকাৰ হ'ল ন সমাজেৰে গৰ্ভৱতী প্ৰতিখন সমাজৰে ধাত্ৰী'—মাৰ্ক্সৰ এই উক্তি এটা বিশ্বজনীন সত্য নহয়। সঁচা, সমাজত শ্ৰেণী যেতিয়ালৈকে থাকিব, তেতিয়ালৈকে ইয়াত শ্ৰেণী-সংঘৰ্ষও থাকিবলৈ বাধ্য আৰু এই সংঘৰ্ষ সদায় নিৰক্ত হ'ব বুলি ভবাৰো থল নাই। গতিকে পৰিস্থিতি সাপেক্ষে ৰক্তৰ আৱৰ্তিৰে হলেও ন-সমাজক আদৰাৰ সম্ভাৱনাক নুই কৰিব নোৱাৰি। কিন্তু এই সম্ভাৱনাক ৰোধ কৰিব পৰা বিকল্প পথ ( যেনে, গান্ধীয়ে দেখুওৱা পথ ) অকল্পনীয় নহয়। ( উল্লেখযোগ্য যে ১৮৭২ চনত আমষ্টাৰ্ডমত দিয়া এটা বক্তৃতাত মাৰ্ক্সে ও সমাজ আহলৈ শান্তিপূৰ্ণ ভাবে উত্তৰণৰ সম্ভাব্যতাৰ কথা উল্লেখ কৰিছিল।

'প্রিন্সিপোলচ্ অৱ কমিউনিজম' নামৰ ৰচনাখনৰ ১৩নং প্রশ্নৰ উত্তৰতো এঙ্গেল্‌চে প্ৰায় একে কথাই দোহাৰিছে। ) বাস্তৱ পৰিস্থিতি সাপেক্ষে বৈপ্লৱিক উগ্ৰতাৰ প্ৰয়োজন হয়তো আছে, কিন্তু সৰ্বদা মনত ৰাখিব লাগিব—মানৱিক গুণ নম্ৰতাহে, উগ্ৰতা নহয়; বন্ধুতাহে, বৈৰিতা নহয়, করুণাহে, ক্ৰুৰতা নহয়। মানুহ যে মূলতঃ সাধু আৰু শুভকামী, ন্যায় আৰু সত্তাৰ আকাংক্ষী—বক্তৃৰ বাগীৰে এই মৌলিক সত্য পাহৰি যোৱাৰ এক প্ৰবৃত্তি আমাৰ মনত উদ্ৰেক কৰে যাৰ ফলত হিংসাই উপায়ৰ স্থান এৰি বহুসময়ত উদ্দেশ্যৰ স্থান লয়হি; প্ৰেম আৰু অহিংসা অপাংক্তেয় বুলি, 'মা বিদ্বিষাবহৈ'—এই প্ৰাচীন সত্য বৰ্জনীয় বুলি ভাবিবলৈ তেতিয়া আমাৰ মনত অভিলাষ জন্মে।

নৈতিকতাৰ সনাতন প্ৰশ্নটোও এইখিনিতে উত্থাপিত হয়। 'জীৱন চেতনাৰ দ্বাৰা নহয়, চেতনাহে জীৱনৰ দ্বাৰা নিৰ্ণীত হয়'—মাৰ্ক্সৰ এই উক্তিক সাৰটি লৈ আমি পাহৰিলে নচলিব যে জীৱন আৰু চেতনাৰ ( অন্ততঃ মানৱীয় চেতনাৰ ) মাজৰ সম্বন্ধ আচলতে দ্বান্দ্বিক। চেতনাক যদিও জীৱনেই নিয়ন্ত্ৰণ কৰে, তথাপি জীৱনো বহুলাংশে চেতনাৰ নিয়ন্ত্ৰণাধীন; মানুহ পৰিস্থিতিৰ দাস হলেও বহু ক্ষেত্ৰত মানুহেও পৰিস্থিতিক দাস কৰি লবলৈ সক্ষম; এই বুলি ধৰি নোলোৱাটো হব মানুহৰ মানৱত্বৰ প্ৰতি অৱমাননা। নৈতিক বিধানসমূহ বাস্তৱ পৰিস্থিতিৰ ওপৰত নিৰ্ভৰশীল হোৱা বাবে সিহঁত বহুলাংশে আপেক্ষিক সঁচা; সেই বুলি কিছুমান মৌলিক নৈতিক বিধান নথকা নহয়। যেনে, 'হিংসাতকৈ অহিংসা শ্ৰেয়,' বা 'বৈৰিতাতকৈ বন্ধুতা আদৰণীয়'—এই বিলাক মৌলিক নৈতিক বিধান। বিশেষ ধৰণৰ পৰিস্থিতিত ইহঁতৰ বিপৰীতাত্মক বিধানহে প্ৰযোজ্য হব পাৰে; সেই বুলিয়েই সিহঁত সৰ্বকাল প্ৰযোজ্য হৈ নপৰে। এতেকে লক্ষ্য মহৎ হলেই সেই লক্ষ্যত উপনীত হব পৰা যিকোনো উপায়েই গ্ৰহণীয় বুলি ভাবৰাই

কৈ পেলোৱাটো নৈতিক দায়িত্বৰ পৰা হাত সাৰি থকাৰ এটা অজুহাতহে। এনে মনোভাৱে মানুহৰ মৌলিক গুণৰাশিৰ প্ৰতি আমাক আওকণীয়া হ'বলৈ শিকায়, অহিংসাতকৈ হিংসা শ্ৰেয় বুলি, বন্ধুত্বতকৈ বৈৰিতা আদৰণীয় বুলি ভাবিবলৈ আমাক বাধ্য কৰায়।

মাৰ্ক্সবাদ বিজ্ঞানৰ সমাৰ্থক, সেয়ে বিজ্ঞানৰ দৰে ইয়ো পৰিবৰ্তনৰ হেৰাক্লিটীয় ধাৰণাত বিশ্বাসী। (স্মৰনাৰ্হ, মাৰ্ক্সবাদ বিজ্ঞানৰ সমাৰ্থকহে, প্ৰাকৃতিক বিজ্ঞানৰ অৰ্থত ই বিজ্ঞান নহয়। কাৰণ বিজ্ঞানৰ নিচিনাকৈ যুক্তি আৰু বাস্তৱ তথ্যৰ ওপৰতে মাৰ্ক্সবাদ যদিও প্ৰতিষ্ঠিত, তথাপি প্ৰাকৃতিক বিজ্ঞানসমূহৰ দৰে বিষয়গত তথ্যৰ কেৱল ব্যাখ্যাতেই ই সন্তুষ্ট নাথাকে। সামান্য ভাৱে হ'লেও ইয়াৰ এটা বিষয়ীগত আবেগিক উপাদান আছে; অন্যান্য ভাৱাদৰ্শ বোৰৰ দৰে ইও কিবা এটা বিচাৰে, বহুতো বিকল্পৰ বিশেষ এটাক ই পছন্দ কৰে)। চকু কাণ খুলি ৰখা সকলে জানে যে মাৰ্ক্সবাদ তাৰ ধ্ৰুপদী স্তৰটোতে বৈ থকা নাই, ইয়াৰ ভালেখিনি পৰিবৰ্তন ঘটিছে। (বিশেষকৈ ইটালি, ফ্ৰান্স, স্পেইন, যুগোশ্লাভিয়া আদি দেশত)। আৰু মাৰ্ক্সবাদ বিজ্ঞানৰ তুল্য বুলি ধৰিলে এই পৰিবৰ্তন তাৰ এক অৱশ্যম্ভাৱী অনুসিদ্ধান্ত মাত্ৰ।

শেহাস্তৰত, মাৰ্ক্সীয় দৰ্শনত নিহিত যি আন্তৰ্জাতিকতাবাদ, সি কেৱল শ্ৰদ্ধেয়েই নহয়, কাম্যও। কাৰণ সৰ্বহাৰাৰ সমস্যাসমূহ সকলো ঠাইতে কম বেছি পৰিমাণে একেই। কিন্তু পৃথিৱীত সৰ্বহাৰাৰ এখন বিশ্ব চৰকাৰ আজিলৈকে যিহেতু গঠিত হোৱা নাই আৰু ভৱিষ্যতে হোৱাৰ সম্ভাৱনাও ক্ষীণ, সেয়ে আমাৰ মতেৰে আন্তৰ্জাতিকতালৈ উন্নীত হোৱাৰ সাম্প্ৰতিক পথ হ'ল জাতীয় চেতনাই। এই কাৰণতেই আন এখন দেশৰ মুৰব্বীক নিজ দেশৰ মুৰব্বী বুলি গণ্য কৰাটো ভুল। আৰু ঠিক এই কাৰণতেই জাতীয়

সংস্কৃতিৰ ধাৰণাক লেনিনে দিয়া আখ্যাও ('The slogan of national culture is a bourgeois fraud') গ্ৰহণযোগ্য বুলিব নোৱাৰি। পৃথিৱীৰ বিভিন্ন দেশৰ জাতীয় চৰিত্ৰৰ কথা বাদেই, আনকি একেখন দেশৰে বহুজাতিক চৰিত্ৰ থাকে আৰু মুক্তিৰ সীমা চেৰাই নোযোৱা পৰ্যন্ত দেশৰ প্ৰতিটো অঞ্চলে সিহঁতৰ নিজ নিজ সাংস্কৃতিক তথা ভাষিক ঐতিহ্য বজাই ৰখাৰ চেষ্টাক আঞ্চলিকতাবাদ বা প্ৰদেশিকতাবাদ বুলি কব নোৱাৰি। বিশ্বৰ সৰ্ব্বহাৰাৰ কথা চিন্তা কৰাৰ আগতে নিজ দেশৰ, নিজ প্ৰদেশৰ জনগণৰ কথা আমি প্ৰথমে চিন্তা কৰিব লাগিব। বিন্দুতে সিন্ধু বিম্বিত হোৱাৰ দৰে নিজৰ অঞ্চলৰ জনগণক ভাল-পোৱাৰ, তেওঁলোকৰ সমস্যাসমূহ সহানুভূতিৰে বুজাৰ আৰু সিবিলাকৰ সমাধান প্ৰচেষ্টাৰ মাজতে পৰিস্ফুট হয় সমগ্ৰ বিশ্বৰ জনগণৰ প্ৰতি আমাৰ প্ৰেম। সেয়েহে 'বিশ্বৰ সৰ্বহাৰা এক হওক'—মাৰ্ক্সৰ এই উদাত্ত আহ্বানৰ প্ৰতি সশ্ৰদ্ধ সহঁাৰি জনোৱাৰ পিচতো 'আবাৰ আসিব ফিৰে'/ধানশিৰি নদীটিৰ তীৰে/শংখ শালিকেৰ বেশে'—জীবনানন্দৰ এনে কোমল দেশপ্ৰেমমূলক কবিতাই বা 'দেশ বুলি কলে আদেশ নালাগে'—অসমীয়া কবিৰ এনে সংগ্ৰামী দেশাত্মক কবিতাই আমাৰ হৃদয় মন পুল-কিত কৰি ৰাখে। (অৱশ্যে নকলেও হ'ব, যি উগ্ৰ দেশপ্ৰেমে দেশান্তৰী মানুহৰ প্ৰতি আমাক হিংস্ৰ, দানবিক হবলৈ প্ৰৰোচিত কৰায়, তেনে প্ৰেম বৰ্বৰ সমাজৰ টোটেমবাদী ধাৰণাৰ সমগোত্ৰীয় আৰু সেয়ে সভ্য মানুহ হিচাপে সি আমাৰ বৰ্জনীয়। এনে দেশপ্ৰেমে মানুহৰ অন্তৰ লৌহময় কৰি পেলায়, সত্যৰ প্ৰতি মানুহক অন্ধ কৰি তোলে আৰু মানুহক উন্মাদ হবলৈ শিকায়)

•  •  •  •

এনে শিথিল দাৰ্শনিক আলাপ বহুতৰে নিশ্চয় ভাল নালাগিব। মধ্যযুগীয় চিন্তৰ শাস্ত্ৰদাস সকলৰ চকুত ই হয়তো অকৰ্মণীয়

অপৰাধ বুলিয়েই বিবেচিত হব। অপৰাধৰ উৰ্ধত, ভ্ৰান্তিৰ উৰ্ধত বুলি কোৱাৰ স্পৰ্ধা অৱশ্যে আমাৰ নাই। সেয়ে বিজ্ঞান সন্মত বস্তুনিষ্ঠ আলোচনাৰ দ্বাৰা আমাৰ অপৰাধ আৰু ভ্ৰান্তিসমূহ কোনোবাই যদি নিৰ্মোহ ভাৱে আঙুলিয়াই দেখুৱায়, তেন্তে তাক বিনয়েৰে স্বীকাৰ কৰি লবলৈ, আনকি প্ৰয়োজন হলে বিতৰ্কত নামিবলৈও, আমি সাজু। (বিতৰ্কত আমি গণ্য কৰোঁ বিজয়ানন্দ লাভৰ নহয়, বৰং মত পৰিশুদ্ধিৰ এক সোপান হিচাপেহে।) আনহাতে অহমিকাৰ দোষে চুলেও আগভীয়াকৈ কৈ থওঁ,—'সমালোচক' নামধাৰী মতান্ধ সকলৰ যুক্তিহীন, উদ্ধত, কূটা-লোচনাৰ প্ৰতি আমাৰ বক্তব্য হব মাথোন লৰেন্সৰ কবিতাৰ এটা নাতিখ্যাত পংক্তি:

I will not waste my soul and
my strength for this;
What should I care for all
that they do amiss?

(১৯৮০)

---

# বৈজ্ঞানিক দৃষ্টিভংগী ঃ ইয়াৰ প্ৰয়োজনীয়তা

যাইকৈ ধৰ্মীয় তথা সাহিত্যিক ঐতিহ্যৰে পুষ্ট আমাৰ ৰাজ্যত বিজ্ঞান সংস্কৃতিৰ অংগীভূত হৈ পৰিবলৈ এতিয়াও বহুত বাকী। সেয়ে আমাৰ বিদ্বৎ সমাজত বৈজ্ঞানিক দৃষ্টিভংগীয়ে আজিও গা কৰি উঠিবলৈ পৰা নাই। আনহাতে বৈজ্ঞানিক দৃষ্টিভংগীৰ অবিহনে, কোৱা বাহুল্য, কোনো সামাজিক পৰিঘটনাৰে স্বৰূপ উদ্‌ঘাটন কৰা সম্ভৱ নহয়।

ই জনা কথা, অন্ততঃ জানিবলগীয়া কথা, যে প্ৰকৃতিৰ ব্যাখ্যাৰ দৰে সমাজৰ ব্যাখ্যা কাৰ্য্যও আজিকালি বিজ্ঞানৰ অন্তভূৰ্ক্ত। অৱশ্যে প্ৰাকৃতিক বিজ্ঞানৰ তুলনাত সমাজবিজ্ঞান এতিয়া তৰুণ বিজ্ঞান। কবলৈ গলে, ওঠৰ শতিকাৰ মণ্টেস্কিউৰ দিনৰ পৰাহে এইবিধ বিজ্ঞানৰ শুভাৰম্ভ। প্ৰাকৃতিক বিজ্ঞান যিদৰে কিছুমান বস্তু-ধৰ্মী সূত্ৰৰ দ্বাৰা চালিত, প্ৰায় তেনেদৰেই সমাজবিজ্ঞানো চালিত হয় কেতবোৰ নিৰ্দিষ্ট সূত্ৰৰ দ্বাৰা। প্ৰাকৃতিক বিজ্ঞানৰ দৰে সমাজ বিজ্ঞানৰো এক বিশেষ নিয়মনিষ্ঠা আছে।

কিন্তু আমাৰ বহুতেই এইবিলাক কথা বুজি পোৱা হোৱাগৈ নাই। ইয়াৰ ফলত নিজৰ বিষয়টোত অতিকৈ পাৰংগত, শিক্ষিত, যুক্তিবাদী মানুহেও সামাজিক পৰিঘটনা এটা যেতিয়া আলোচনা কৰিবলৈ লয়, তেতিয়া তেওঁ আৰু যুক্তিবাদী হৈ নাথাকে। তেওঁ আচৰণ কৰিবলৈ ধৰে সমাজৰ আন দহজন অৰ্ধশিক্ষিত মানুহৰ দৰেই। গ্ৰীক পুৰাণত উল্লেখিত দুমুখীয়া জানুচৰ দৰে লেখিয়াকৈ আমাৰ শিক্ষিত চামৰো প্ৰায়বোৰেই চিন্তা-চৰ্চাৰ ক্ষেত্ৰত, নিজৰ অজ্ঞাতসাৰে হলেও, এনে দুমুখীয়া আচৰণ কৰাৰ এটা মাই কাৰণ হ'ল বৈজ্ঞানিক দৃষ্টিভংগীৰ অভাৱ।

বৈজ্ঞানিক দৃষ্টিভংগীনো কি? এই কথা বুজা টান নহয়। কাৰণ বিজ্ঞানৰ বাতাবৰণেই যদিও ইয়াৰ জন্ম, তথাপি ইয়াক বুজিবলৈ বিজ্ঞানৰ কাৰিকৰী জ্ঞান অপৰিহাৰ্য্য নহয়। বৈজ্ঞানিক দৃষ্টিভংগী কবলৈ গলে এক বিশেষ ধৰণৰ মানসিক প্ৰশিক্ষণ। ইয়াক বুজিবলৈ এজন বিজ্ঞানী হোৱাৰ দৰকাৰ নাই। কেৱল এটা লাভজনক জীৱিকাৰ উপায় হিচাপে, ডাক্তৰ বা ইঞ্জিনীয়াৰ হৈ কেৱল ধন ঘটিবলৈকে—যিসকলে বিজ্ঞান অধ্যয়ন কৰে, সেইসকলৰ মাজত বৈজ্ঞানিক দৃষ্টিভংগীৰ অভাৱ আচৰিত নহয়। আনহাতে বিজ্ঞানৰ প্ৰতি অনুৰাগী অবিজ্ঞানীয়েও ইচ্ছা আৰু অনুশীলনৰ যোগেদি এই দৃষ্টিভংগী আয়ত্ব কৰা টান নহয়।

যাইকৈ এটা মানসিক প্ৰশিক্ষণ হোৱা বাবেই বৈজ্ঞানিক দৃষ্টি-ভংগী কাক বোলে, তাক বুজা বা তাৰ সংজ্ঞা দিয়া সহজ; কিন্তু সামাজিক বিষয়সমূহৰ আলোচনাৰ সময়ত, বিশেষকৈ যিবোৰ বিষয়ৰ লগত আমি বহুদিন ধৰি প্ৰচণ্ড আবেগেৰে জড়িত হৈ আছোঁ, সেইবোৰ বিষয়বো আলোচনাৰ সময়ত, প্ৰতি মুহূৰ্ত্তে ইয়াক মনত ৰখাৰ দৰে টান কাম বোধকৰোঁ দ্বিতীয় এটা নাই। নিজস্ব আবেগ, অনুভূতি, আকাঙ্ক্ষা পৰিহাৰ কৰি, পূৰ্ব্ব নিৰ্দিষ্ট কোনো ধ্যান-ধাৰণা মনত নাৰাখি, আসক্তিপূৰ্ণভাবে কোনো পক্ষ নলৈ, কেৱল তথ্য আৰু যুক্তিৰ ভেটিত কোনো এটা বিষয়ৰ আলোচনাত প্ৰবৃত্ত হোৱাৰ মানসিকতাই হ'ল বৈজ্ঞানিক দৃষ্টিভংগী। এই সংজ্ঞাটোৰ পৰা আমি লক্ষ কৰিব পাৰোঁ বৈজ্ঞানিক দৃষ্টিভংগীৰ দুটা মাই বৈশিষ্ট্য—১) তথ্য আৰু যুক্তিৰ ওপৰত অগাধ বিশ্বাস, আৰু ২) বিষয়ানুগত্য (Objectivety)। দুয়োটা বৈশিষ্ট্য পৰস্পৰে জড়িত। তথাপি আলোচনাৰ সুবিধাৰ অৰ্থে দুয়োটা বৈশিষ্ট্যকে আমি সুকীয়াকৈ ইয়াত আলোচনা কৰিম।

নৈসৰ্গিকেই হওক কিম্বা সামাজিকেই হওক, কোনো এটা বিষয় শুদ্ধকৈ জানিব লাগিলে যি দুটা বস্তুৰ প্ৰথমেই প্ৰয়োজন, সেই দুটা

হ'ল তথ্য আৰু যুক্তি। যুক্তিয়েই সত্য সন্ধানৰ একমাত্ৰ আহিলা বুলি বহুতেই কোৱা শুনা যায়, যদিও ই সত্য নহয়। সত্যসন্ধানৰ বাবে তথ্যৰ প্ৰয়োজন যুক্তিৰ সমানেই। যুক্তিবিহীন অৰ্থাৎ যুক্তি-সম্মত আলোচনাবিহীন তথ্য দেখদেখকৈ নিষ্ক্ৰিয়; আনফালে যুক্তি প্ৰয়োগ কৰিবলৈ তথ্য যদি নাথাকে বা ই যদি অলীক হয়, অৰ্থাৎ আলোচ্য বিষয়ৰ মূল প্ৰসংগটো যদি বাস্তৱ নহয়, তেন্তে যুক্তিৰে তাৰপৰা যিবোৰ সিদ্ধান্ত নিৰ্গমন কৰা যাব, সিবোৰ, কোৱা বাহুল্য, কৈ পৰিব অলীক আনকি উদ্ভট। মধ্যযুগীয় পৃথিবীত যিসকল ধৰ্মতত্ত্ববিদৰ আবিৰ্ভাৱ হৈছিল, তেওঁলোকৰ প্ৰায়বোৰেই আছিল অতিশয় যুক্তিবাদী লোক। যুক্তিক তেওঁলোকে ব্যৱহাৰ কৰিছিল সত্যসন্ধানৰ শানিত অস্ত্ৰৰূপে। কিন্তু তেওঁলোকৰ সৰহ-ভাগ প্ৰসংগই আছিল অলীক, বহুক্ষেত্ৰত আনকি আকাংক্ষা ভিত্তিক। সেয়ে যুক্তিৰ সহায়েৰে তেওঁলোক যিবোৰ সিদ্ধান্তত উপনীত হৈছিলগৈ, যিবোৰ অসামান্য প্ৰতিভাৰ চানেকি হলেও আজি বিজ্ঞানৰ যুগৰ যিবোৰৰ ভালেখিনিয়েই আমাৰ বাবে আৰু গ্ৰহণযোগ্য হৈ থকা নাই।

প্ৰকৃত সত্যত উপনীত হবলৈ হ'লে যুক্তি আৰু তথ্য দুয়োটাৰে সমানে প্ৰয়োজন। যুক্তিক যদি বাস্তৱ তথ্যৰ ওপৰত প্ৰয়োগ কৰা নাযায়, তেন্তে তাৰ পৰা নিৰ্গত সিদ্ধান্তসমূহ বাস্তৱ হৈ নাথাকে। এটা সৰু উদাহৰণ দিয়া যাওক—গধূলি পৰত অস্তমিত সূৰ্য্যৰ বিপ-ৰীতে আহি থকা গাই-গৰুবোৰৰ বং আপাত দৃষ্টিত ক'লা দেখা পাই, আমি যদি পৃথিবীৰ সকলো গৰুৰে বং ক'লা বুলি ধৰি লওঁ, আৰু তালকৈ চালিজাৰি নোচোৱা এই ভুল প্ৰসঙ্গটোৰ ওপৰত যুক্তি খটু-ৱাই আমি যদি এটা তত্ত্ব থিয় কৰাওঁ, তেন্তে সি হব, দাৰ্শনিক হেগেলৰ ভাষাত কব লাগিলে, আমাৰ বৌদ্ধিক জীৱনৰ 'নিশা য'ত সকলো গৰুৱেই ক'লা'! গোটেই কথাখিনিৰ সাৰাংশ আমি এটা বাক্যত এনেদৰে প্ৰকাশ কৰিব পাৰোঁ—যুক্তি অবিহনে তথ্য নিষ্ক্ৰিয় আৰু তথ্য অবিহনে যুক্তি অন্ধ।

এতিয়া আমি বৈজ্ঞানিক দৃষ্টিভংগীৰ দ্বিতীয় বৈশিষ্ট্যটোলৈ আহোঁ। প্ৰথম বৈশিষ্ট্যটোতে ই অৱশ্যে পৰোক্ষ ভাৱে সোমাই আছে। তথ্য অলীক বা আবেগজড়িত নোহোৱাটোৱেই হ'ল বিষয়ানুগত্য। নিজৰ আবেগ, অনুভূতি বৰ্জন কৰি, নিৰ্মোহভাৱে, এটা বিষয়ৰ আলোচনাত প্ৰবৃত্ত হোৱাৰ কথা কবলৈ সহজ; কিন্তু সকবেপৰা দেখি বা শুনি থকাৰ ফলত কিছুমান কুসংস্কাৰ আমাৰ মনত আমি নিজে কৰ নোৱাৰাকৈয়ে, এনেভাবে নিবদ্ধ হৈ থাকে যে সত্যানুসন্ধানৰ অভিযানত যিবিলাক জোকাৰি পেলোৱা প্ৰায় অসাধ্য। এই কুসংস্কাৰ ধৰ্মীয়, জাতীয়, নৈতিক, নান্দনিক—ইত্যাদি বিভিন্ন প্ৰকাৰৰ হব পাৰে।

প্ৰথমে ধৰ্মীয় কুসংস্কাৰৰ কথাই কোৱা যাওক, কাৰণ বৈজ্ঞানিক দৃষ্টিভঙ্গী আয়ত্ত কৰাৰ পথত ই আমাৰ প্ৰধান অন্তৰায়। ধৰ্মীয় কুসংস্কাৰে সত্যৰ পথ কিদৰে বন্ধ কৰিব খোজে, তাৰ অজস্ৰ উদাহৰণেৰে বিজ্ঞান-ইতিহাসৰ পাত ভৰি আছে। সৌৰতত্ত্বৰ বিকাশ তাৰে এটা সুন্দৰ উদাহৰণ। খৃষ্টীয় পঞ্চদশ শতিকালৈকে মানুহে ভাবিছিল যে পৃথিবীখন স্থিৰ আৰু সূৰ্য্যটো ইয়াৰ চৌদিশে ঘূৰি থাকে। কিন্তু ষোল শতিকাৰ আৰম্ভণিত ক'পাৰ্নিকাচে দেখুৱালে যে সৌৰজগতৰ ব্যাখ্যা ভালেখিনি সহজ হৈ পৰে যদিহে সূৰ্য্যটো স্থিৰ আৰু পৃথিবীখন ঘূৰি থকা বুলি আমি ধৰি লওঁ। আজিৰ দৃষ্টিৰে তেনেই সাধাৰণ যেন লগা এই তত্ত্বটো সমাজত প্ৰতিষ্ঠা কৰা কিন্তু সহজ কথা নাছিল। এনে মত প্ৰচাৰ কৰাৰ 'অপৰাধত' জিঅৰ্ডান' ব্ৰুন' নামৰ এগৰাকী দাৰ্শনিকক জীয়াই জীয়াই পুৰি পেলোৱা হৈছিল আৰু গেলিলিওক দিয়া হৈছিল আজীৱন কাৰাদণ্ডৰ আদেশ। ক'পাৰ্নিকাচৰ তত্ত্বই ইউৰোপৰ খৃষ্টান সমাজত এনে ভীষণ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰাৰ কাৰণ আন একো নাছিল; ইয়াৰ কাৰণ আছিল সূৰ্য্যটোৱে লৰচৰ কৰে বুলি বাইবেলত থকা মাথোন এটা উক্তি। সূৰ্য্যই লৰচৰ কৰে বুলি যিহুবাহে যিহেতু কৈ গৈছে, গতিকে সূৰ্য্যই লৰচৰ কৰিবই লাগিব!

উনৈশ শতিকাত ডাৰউইনে যেতিয়া তেওঁৰ বিখ্যাত 'বিবৰ্তনবাদ' সমাজত প্ৰচাৰ কৰিছিল, তেতিয়াও য়ুৰোপৰ প্ৰায় একে ধৰণৰ আলোড়নৰেই সৃষ্টি হৈছিল। এই আলোড়নৰো কোনো বৈজ্ঞানিক ভিত্তি নাছিল, ইয়াৰ ভিত্তি আছিল বাইবেলত থকা আদাম ঈভৰ জন্ম কাহিনী। এই কাহিনীৰ লগত ডাৰউইনৰ বিবৰ্তনবাদৰ মিল নাছিল আৰু বাইবেলৰ কথাৰ লগত ডাৰউইনৰ কথা যিহেতু মিলা নাই, সেয়ে ডাৰউইনৰ কথা কেতিয়াও শুদ্ধ হব নোৱাৰে।

এনেকি সৌ সিদিনা কুৰি শতিকাৰ আৰম্ভনিত প্ৰথম যেতিয়া পেনিচিলিন ওলায়, তেতিয়া গৰ্ভবেদনাৰ উপশম ঘটাবলৈ ক্লিৰোফৰ্ম দিয়াৰ বিৰুদ্ধে য়ুৰোপৰ ধৰ্মীয় সমাজত যি হৈ চৈ লাগিছিল, তাৰো কাৰণ আছিল বাইবেলৰ এটা উক্তি '–In sorrow thou shalt bring forth children.'

ধৰ্মীয় কুসংস্কাৰে সত্যক আচ্ছন্ন কৰি ৰখাৰ উদাহৰণ ভাৰতীয় বিজ্ঞানৰ ইতিহাসতো নোহোৱা নহয়। পৃথিবীৰ ছাঁ চন্দ্ৰত পৰাৰ ফলতেই যে চন্দ্ৰগ্ৰহণ হয় বা চন্দ্ৰটোৱে সূৰ্য্যক ঢাকি থোৱাৰ ফলতেই যে সূৰ্য্যগ্ৰহণ হয়—এইবিলাক কথা ব্ৰহ্মগুপ্ত প্ৰমুখ্যে ভাৰতৰ প্ৰাচীন জ্যোতিৰ্বিদ সকলে ভালদৰেই জানিছিল। কিন্তু ধৰ্মীয় কুসংস্কাৰৰ পৰা মুক্ত নোহোৱা হেতুকেই ৰাহু, কেতু আদি ধৰ্মীয় অতিকথাবিলাকৰ লগত তেওঁলোকে তেওঁলোকৰ তত্ত্বসমূহ মিহলি কৰি পেলাইছিল; যাৰ ফলত তেওঁলোকৰ কাৰ্য্যাৱলী হৈ পৰিছিল, আলবেৰুণীৰ ভাষাত কবলৈ গ'লে, 'a mixture of pearl shells and sour dates or of pearls and dungs, or of costly crystals and common pebbles.'

ধৰ্মীয় কুসংস্কাৰৰ দৰে কিছুমান নৈতিক কুসংস্কাৰেও বৈজ্ঞানিক দৃষ্টিভংগী আয়ত্ত কৰাত আমাৰ মনত বাধাৰ সৃষ্টি কৰে, আৰু এই কুসংস্কাৰবোৰো বহুক্ষেত্ৰত ধৰ্মৰ সতে বিজড়িত। গৰু খোৱা, আন নালাগে কুকুৰা খোৱা, পাপ বুলি হিন্দু সমাজত বা হালাল

নকৰা জন্তু কিম্বা গাহৰি খোৱা কাকেৰৰ আচাৰ বুলি মুছলমান সমাজত যি ধাৰণা আজিও নিবদ্ধ হৈ আছে, সেইবিলাকৰ কোনো বৈজ্ঞানিক ভিত্তি নাই; সেইবিলাক কিছুমান ধৰ্ম বিজড়িত নৈতিক আচাৰ। খাবলৈ নাপাই মৰিলেও উচ্চ বৰ্ণৰ অনেক হিন্দুৱে আজিও পথাৰত হাল নধৰে, কাৰণ মনুৱে জানো কৈ যোৱা নাই, 'কৃষিং যত্নেন বৰ্জয়েৎ ?' ব্ৰাহ্মণসকলে নিজকে উচ্চ বুলি আৰু শূদ্ৰ সকলে নিজকে নীচ বুলি ভাবে, কাৰণ ঋক বেদত আছে—

ব্ৰাহ্মণোহস্য মুখমাসীদ্ বাহূ ৰাজন্যক: কৃত:,
উৰু তদস্য যদ্ বৈশ্য: পদ্ভ্যাং শূদ্ৰোহজায়ত।

বৈজ্ঞানিক আৰু নৈতিক কুসংস্কাৰৰ উপৰিও বৈজ্ঞানিক দৃষ্টিভংগী গ্ৰহণ কৰাত বাধা জন্মোৱা কিছুমান আছে আৰৌ জাতীয় কুসংস্কাৰ। এই কুসংস্কাৰবিলাক হ'ল ৰজাৰ প্ৰতি অচলা ভক্তি, দেশপ্ৰেমৰ ফলত উদ্ভৱ হোৱা দাম্ভিকতা আৰু অসহিষ্ণুতা, ইত্যাদি। গণতন্ত্ৰৰ যুগ প্ৰতিষ্ঠা হোৱাৰ আগলৈকে সকলো দেশৰ মানুহৰ বাবেই ৰজা আছিল দেৱতা সদৃশ। গতিকে ধৰ্মশাস্ত্ৰত যিদৰে কোনো ভুল থাকিব নোৱাৰে, তেনেকৈ ৰজাৰো কোনো ভুল কৰিব নোৱাৰে। ইয়াৰ এটা সুন্দৰ উদাহৰণ লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ দেউতাকৰ জীৱনীত দিছে। বৃটিছ শাসন কৰ্ত্তাৰ বিৰুদ্ধে কোনো কথা ওলালে দীননাথ বেজবৰুৱাই হেনো মনুসংহিতাৰ—

বালোহপি নাৱমন্তব্যো মনুষ্য ইতি ভূমিপ:।
মহতী দেৱতা হ্যেষ্যা নৰৰূপেন তিষ্ঠতি ॥

—এই শ্লোক মাতি তাৰ ব্যাখ্যা কৰি ৰজাক ভক্তি কৰিবলৈ লোকক শিকাইছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰাজভক্তি ইমানেই বেছি আছিল যে মহাৰাণী ভিক্টোৰীয়াৰ মুকুটৰ আৰ্হিত তেওঁ তেওঁৰ উপাস্য দেৱতা গোপালৰ এটা সোণৰ মুকুট সজাই লৈছিল। এনে অচলা ৰাজভক্তিৰ পৰিণাম স্বৰূপে বৃটিছৰ বহুতো দোষ প্ৰাক স্বাধীনতা যুগৰ অসমীয়া বুদ্ধিজীৱিসকলে দেখা পোৱা

নাছিল। কিন্তু এইকথা আজিও বহুতে স্বীকাৰ কৰি লব নোখোজে, কাৰণ দীননাথ বেজবৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন—এওঁলোক কোনো আধুনিক অসমীয়া সমাজৰ ধৰণী নহয়।

নিজৰ জাতি, নিজৰ দেশ, নিজৰ ভাষা-সংস্কৃতি আন সকলোতকৈ উচ্চ বুলি উৎকট দেশপ্ৰেমৰ ফলত উদ্ভৱ হোৱা যি কুসংস্কাৰ মানুহৰ মনত সোমাই থাকে, সিও সত্যক দেখাৰ পৰা বহুসময়ত আমাক বঞ্চিত কৰি ৰাখে। আমাৰ সমাজত তাৰে এটা ক্ষুদ্ৰ দৃষ্টান্ত হ'ল অসমত বঙলা ভাষা চলাৰ গুৰিত বাঙালী আমোলাৰ তথাকথিত 'ষড়যন্ত্ৰ'। আমি অসমীয়াই যিহেতু অসম আৰু অসমীয়াক খুব ভাল পাওঁ, গতিকেই বাহিৰৰ মানুহ, বিশেষকৈ বাঙালী মানুহ বেয়া! কাজেই অসমত বঙলা ভাষা চলাৰ গুৰিত বাঙালী আমোলাৰ ষড়যন্ত্ৰ থাকিবই লাগিব!

জাতীয় দম্ভৰ নিচিনাকৈ মানবীয় দম্ভয়ো সত্যক দেখাৰ পৰা মানুহক কেতিয়াবা বঞ্চিত কৰি ৰাখে। ক'পাৰ্নিকাচৰ সৌৰতত্ত্ব অথবা ডাৰউইনৰ বিবৰ্তনতত্ত্বৰ বিৰুদ্ধে মানব সমাজখন এসময়ত উঠিপৰি লগাৰ যাই কাৰণ যদিও ধৰ্মীয় কুসংস্কাৰেই আছিল, তথাপি মানবীয় দম্ভয়ো ইয়াত অবিহণা নোযোগোৱাকৈ থকা নাছিল। অমৃতৰ পুত্ৰ মানুহ হ'ল ঈশ্বৰৰ প্ৰিয়তম জীৱ আৰু এনে মানুহ বাস কৰা পৃথিবীখন হ'ল বিশ্বৰ কেন্দ্ৰ—মানুহৰ অন্তৰত গোপনে ক্ৰিয়া কৰি থকা এই দম্ভ দুটাক ক'পাৰ্নিকাচ আৰু ডাৰউইনৰ তত্ত্বই চূৰ্ণবিচূৰ্ণ কৰি পেলাইছিল আৰু এই তত্ত্ব দুটাৰ বিৰুদ্ধে জনমত প্ৰবল হৈ উঠাৰ আন এটা কাৰণ আছিল এইটোৱেই।

মানুহৰ অন্তৰত নিহিত নান্দনিক বোধেও জগতখনক বুজাৰ পথত, কেতিয়াবা আনকি সমাজিক ন্যায় পথতো, বহুসময়ত বাধাৰ প্ৰাচীৰ হৈ থিয় দিয়ে। এৰিষ্টটল, আৰ্যভট প্ৰমুখ্য প্ৰাচীন দাৰ্শনিক সকলে গ্ৰহবিলাকৰ ভ্ৰমণ পথ বৃত্তাকাৰ বুলি ধৰি লৈছিল। এনে বুলি ধৰি লোৱাৰ কোনো বৈজ্ঞানিক ভিত্তি নাছিল, ইয়াৰ

ভিত্তি আছিল নান্দনিক—তেওঁলোকে দেখিছিল যে সকলো প্ৰকাৰৰ বক্ৰ ৰেখাৰ ভিতৰত বৃত্তই হ'ল আটাইতকৈ সৰল আৰু সুষম। পিছলৈ অৱশ্যে কেপলাৰে প্ৰমাণ কৰিলে যে গ্ৰহবিলাকৰ কক্ষ পথ বৃত্তাকাৰ নহয়, উপবৃত্তাকাৰহে! আজিকালি আকৌ প্ৰমাণিত হৈছে যে গ্ৰহ বিলাকৰ কক্ষ পথ আচলতে উপবৃত্তাকাৰো নহয়, rosette নামৰ এবিধ জটিল বক্ৰৰেখাদিহে গ্ৰহবিলাক সূৰ্য্যৰ চাৰিওকালে অনবৰতে ঘূৰি থাকে!

প্ৰকৃতি সমমিতিপূৰ্ণ ( symmetric ) আৰু ই কিছুমান সৰল নিয়মৰ অনুবৰ্ত্তী বুলি নান্দনিক বিবেচনাৰ পৰা বৈজ্ঞানিকসকলৰ আগতীয়াকৈ ধৰি লোৱাৰ যি মানৱীয় প্ৰবৃত্তি, সি বিদ্বৎ সমাজত মাজে মাজে যথেষ্ট খেলিমেলিৰ সৃষ্টি কৰে। প্ৰকৃতি নিশ্চয়তপূৰ্ণ নহয়, ই কেতবোৰ সম্ভাৱনাময় সূত্ৰৰ দ্বাৰাহে চালিত—বুলি কোৱাণ্টাম তত্ত্বই কুৰি শতিকাৰ তৃতীয় দশকত যেতিয়া প্ৰমাণ কৰিলে, তেতিয়া আন নেলাগে স্বয়ং আইনষ্টাইনৰ দৰে ব্যক্তিয়ে তাক স্বীকাৰ কৰি লব খোজা নাছিল; বৰং তেওঁ তাৰ ঘোৰ বিৰোধিতা কৰিছিল; ইমানেই গভীৰ আছিল প্ৰকৃতিৰ মৌলিক সাৰল্যৰ ওপৰত তেওঁৰ বিশ্বাস! একেটা কাৰণতে এই শতিকাৰ ষষ্ঠ দশকত লি আৰু য়াং নামৰ আমেৰিকাত থকা দুজন চীনা বিজ্ঞানীয়ে যেতিয়া প্ৰকৃতি সমমিতি-পূৰ্ণ বুলি থকা মানুহৰ বিশ্বাসত আঘাত কৰিছিল, তেতিয়াও বিজ্ঞান সমাজত বেচ চাঞ্চল্যৰ সৃষ্টি হৈছিল।

নান্দনিকবোধ কেতিয়াবা আকৌ সামাজিক ন্যায়ৰ পৰিপন্থীও হব পাৰে। তাৰে এটা জলন্ত উদাহৰণ পোৱা যায় সামন্তযুগীয় চীনদেশত। সামন্তযুগীয় চীনৰ ন্যায় পালকসকলে দেখিছিল যে তিৰোতা মানুহ পুৰুষতকৈ আকাৰত সৰু, গতিকে তিৰোতা-মানুহৰ ভৰিখনো সেই অনুপাতে সৰু হলেহে ভাল দেখাব! আৰু এই উদ্দেশ্যেৰে চীনৰ কিশোৰীসকলক তেওঁলোকে কাঠৰ জোতা পিন্ধিবলৈ বাধ্য কৰাইছিল!

বৈজ্ঞানিক দৃষ্টিভংগীৰ এটা তৃতীয় বৈশিষ্টও আমি এইখিনিতে যোগ দিব পাৰোঁ। এই বৈশিষ্ট্য হ'ল—গুৰুবাদৰ প্ৰতি অনাস্থা। দ্বিতীয় বৈশিষ্ট্যটোতে ই প্ৰকাৰান্তৰে নিহিত হৈ আছে। আমি পূৰ্বেই কৈ আহিছোঁ যে বিজ্ঞানৰ আনুগত্য বিষয়ৰ প্ৰতিহে, বিষয়ীৰ প্ৰতি নহয়। বিষয়ীৰ প্ৰতি আনুগত্য অৰ্থাৎ গুৰুবাদ মূলতে এটা ধৰ্মীয় ধাৰণা, আৰু বিজ্ঞান ইয়াৰ পৰিপন্থী। কোনো এজন বিখ্যাত লোকে কৈছে কাৰণেই তেওঁৰ কথা আখৰে আখৰে সত্য—এনেবুলি বিজ্ঞানে কেতিয়াও মানি নলয়।

বৈজ্ঞানিক দৃষ্টিভংগীৰ আন দুটা বৈশিষ্ট্যৰ দৰে এই বৈশিষ্ট্যটোৰ কথাও কোৱা যিমান সহজ, কাৰ্য্যক্ষেত্ৰত ই ইমান সহজ নহয়। এৰিষ্টটোল প্ৰমুখ্যে গ্ৰীক মহাজনসকলে কৈ যোৱা সকলোবোৰ কথা শিলৰ ৰেখা বুলি মধ্যযুগীয় য়ুৰোপত মানি লোৱা হৈছিল। কিন্তু তেওঁলোকৰ প্ৰতিটো উক্তিয়েই সত্য নহয় বুলি বিজ্ঞান ইতিহাসৰ বৈপ্লবিক নায়ক গেলিলিওৱে যেতিয়া প্ৰমাণ আৰু প্ৰচাৰ কৰিলে, তেতিয়া তেওঁৰ কথা প্ৰথমে কোনেও মানি লোৱা নাছিল, বৰং তেওঁৰ বিৰুদ্ধে জনমতৰ এনে প্ৰবল ঢৌ উঠিছিল যে তাৰ ফলত তেওঁ নিজ চহৰ এৰি পলাই যাবলৈ বাধ্য হৈছিল।

গুৰুবাদে সত্যক কেনেকৈ ঢাকি ৰাখে, অসমত তাৰ এটা ক্ষুদ্ৰ উদাহৰণ হ'ল, পূৰ্বেই উল্লেখ কৰি অহা তথাকথিত 'বাঙালী আমোলাৰ ষড়যন্ত্ৰ'। পদ্মনাথ, হেমচন্দ্ৰ, লক্ষীনাথ প্ৰমুখ্যে আধুনিক অসমীয়া সাহিত্যৰ কৰ্ণধাৰসকলে অসমত বঙলা ভাষা প্ৰচলনৰ ক্ষেত্ৰত বাঙালী আমোলাৰ ষড়যন্ত্ৰ আছিল বুলি কৈ গৈছে; গতিকে বাঙালী আমোলা ষড়যন্ত্ৰকাৰী হবই লাগিব।

গুৰুবাদৰ কবলত পৰা লোকৰ আন এটা নিদৰ্শন আমি আঙুলিয়াব পাৰোঁ এচাম তথাকথিত 'মাৰ্ক্সবাদী'লৈ। এইসকলৰ বাবে মাৰ্ক্সবাদ বিজ্ঞান সম্মত ই সঁচাকৈয়ে বিজ্ঞানসম্মত হোৱা বাবে নহয়, ই বিজ্ঞানসম্মত মাৰ্ক্স এংগেল্‌চ লেনিনে কৈ যোৱা বাবেহে। এওঁ-

লোকৰ বাবে মাৰ্ক্সবাদ dogma নহয়, ই guide to action—এই কাৰণে নহয় যে ই সঁচাকৈয়ে সত্য, বৰং এই কাৰণেহে যে লেনিনে এইবুলি কৈ গৈছে।

ওপৰৰ আলোচনা খিনিৰ পৰা ই আৰু নিশ্চয় অস্পষ্ট হৈ থকা নাই যে বৈজ্ঞানিক দৃষ্টিভংগীৰ কথা কোৱা বা ইয়াক বুজা যিমান সহজ, জীৱনৰ প্ৰতিটো পদক্ষেপতে তাক মনত ৰখা সিমানেই টান কাম।

শেষত, বৈজ্ঞানিক দৃষ্টিভংগীৰ ক্ষেত্ৰবোৰ সীমাবদ্ধতাৰ কথাও আমি উন্নুকিওৱা উচিত হব। বৈজ্ঞানিক দৃষ্টিভংগীৰ এটা গুৰুত্ব-পূৰ্ণ সীমাবদ্ধতা হ'ল, ই আমাক 'বুজ'তহে সহায় কৰে, কিন্তু কেৱল ইয়েই 'সৃষ্টি'ৰ সহায়ক নহয়। সৃষ্টিৰ বাবে প্ৰয়োজন বৈজ্ঞানিক দৃষ্টীভংগীৰ উপৰিও,—যুক্তি আৰু তথ্যৰ ওপৰত বিশ্বাস, বিষয়ানুগত্য ইত্যাদিৰ উপৰিও—কল্পনা, স্বজ্ঞা, প্ৰেৰণা প্ৰমুখ্যে ক্ষেত্ৰবোৰ বিজ্ঞান উদাসীন আৰু বহুলাংশে বিষয়ীগত উপাদানবহে। যুক্তিবাদৰ ওপৰত অটল আস্থা ৰাখিও সত্যৰ খাতিৰত আমি কব লাগিব যে সচেতন, যুক্তিবাদী মনেৰে কোনো সৃষ্টি কৰিব নোৱাৰি। বহুদিন, কিম্বা বহুবছৰ ধৰি একেৰাহে কৰা অধ্যয়ন, মনন আৰু ধ্যানৰ ফলত নিজে কৰ নোৱাৰাকৈয়ে, এদিন অকস্মাৎ ই তাৰ আপোন মহিমাৰে উদ্ভাসিত হৈ উঠে; আৰু এই কাৰণতেই লিখোঁ বুলিলেই কোনো সাহিত্যিকে তপৰাই এখন মহাকাব্য লিখি উলিয়াব নোৱাৰে বা কৰোঁ বুলিয়েই কোনো বিজ্ঞানীয়ে এটা তত্ত্ব তৎক্ষণাৎ উদ্ভাৱন কৰিব নোৱাৰে। আনহে নালাগে, আইনষ্টাইনৰ দৰে বিজ্ঞান মনীষীয়েও সৃষ্টিৰ ক্ষেত্ৰত যুক্তিৰ অতীত স্বজ্ঞাৰ প্ৰয়োজনীয়তা বিনয়েৰে স্বীকাৰ কৰি থৈ গৈছে। তেওঁৰ মতে প্ৰকৃতিৰ ব্যাখ্যাৰ বাবে যুক্তি আৰু অভিজ্ঞতা অপৰিহাৰ্য্য হলেও ইয়াত নিহিত সত্য-সমূহ নিৰ্ণগন কৰাৰ কোনো যৌক্তিক পথ নাই, "only intuition, resting on sympathetic understanding of experience, can reach

them" কুৰিশতিকাৰ প্ৰখ্যাত যুক্তিবাদী বাৰ্ট্ৰাণ্ড ৰাছেলেও এঠাইত লেখিছে, "Reason is a harmonizing, controlling force rather than a creative one. Even in the most logical realm, it is insight that first arrives at what is new".

দ্বিতীয়তে, বৈজ্ঞানিক দৃষ্টিভংগীয়ে আমাৰ সামগ্ৰিক জীৱনবোধৰ এটা বৃহৎ অংশক যদিও আগুৰি আছে, তথাপি সামগ্ৰিক জীৱন-বোধৰ ইয়েই একমাত্ৰ পঁচাৰ কাঠি নহয়। বৈজ্ঞানিক দৃষ্টিভংগীৰ যিটো মুখ্য বৈশিষ্ট্য-যুক্তি, কেৱল সিয়েই জীৱনবোধত আমাক সহায় নকৰে, কাৰণ যুক্তিৰে প্ৰমান কৰিব নোৱাৰা কেতবোৰ প্ৰমূল্যইহে (values)। মানুহৰ প্ৰতি ভালপোৱা, মানুহৰ শুভবুদ্ধিৰ ওপৰত আস্থা, সত্য, শিৱ আৰু সুন্দৰৰ প্ৰতি মোহ—এই প্ৰমূল্যবোৰক যুক্তিৰে প্ৰমাণ কৰা সাধ্যাতীত; অথচ ইবোৰৰ অবিহনে জীয়াই থকাৰ অৰ্থ সন্ধান কৰাই আমাৰ বাবে অসম্ভৱ হৈ পৰিব।

সামগ্ৰিক বিচাৰত বৈজ্ঞানিক দৃষ্টিভংগীৰ কিছুমান সীমাবদ্ধতা যে আছে—এই কথা মুই কৰা টান; আনহাতে ইয়াৰ অবিহনে জীৱন আৰু জগতক বুজাও আমাৰ বাবে সম্ভৱ নহয়, আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰ প্ৰয়োজনীয়তাও এইখিনিতে।

(১৯৮১)



# মাৰ্ক্স্‌বাদ আৰু বৈজ্ঞানিক দৃষ্টিভংগী

বৈজ্ঞানিক দৃষ্টিভংগী, মাৰ্ক্স্‌বাদ, সমাজবাদ আদি পৰিভাষাবিলাকৰ সংগতিহীন সঘন ব্যৱহাৰ সাম্প্ৰতিক কালৰ বুদ্ধি-বনিক সকলৰ এক প্ৰিয় বিনোদ পৰিণত হৈছে। স্বদেশ প্ৰীতিয়ে ভাৰতৰ মাটিতে বৈজ্ঞানিক দৃষ্টিভংগী তথা সমাজবাদৰ উৎস বিচাৰিবলৈ আমাক প্ৰলুব্ধ কৰে, যদিও দুয়োটাই যাইকৈ প্ৰতীচী সঞ্জাতহে। ভাৰতবৰ্ষ আৰু চীনদেশত বিজ্ঞানে ভুমুকিয়াইছিল সঁচা; কিন্তু প্ৰকৃত অৰ্থত বৈজ্ঞানিক দৃষ্টিভংগীৰ সূচনা হয় খৃষ্টীয় ষোল্ল-সোতৰ শতিকাৰ য়ুৰোপত, গেলিলিওৰ দিনৰ পৰা। প্ৰথম অৱস্থাত ই কেৱল ভৌতিক বিজ্ঞানতে আবদ্ধ হৈ আছিল; লাহে লাহে ই জ্ঞানবিজ্ঞানৰ অন্যান্য শাখাবিলাকলৈও বিয়পিবলৈ ধৰিলে। বেকন, দে'কাৰ্ত, লাইব্‌নিৎচ্‌ আদিয়ে দৰ্শনলৈ, হব্‌চ আৰু লকে ৰাজনীতিলৈ স্মিথ, ৰিকাৰ্ডো আদিয়ে অৰ্থনীতিলৈ ইয়াক কঢ়িয়াই অনাৰ পিছত য়ুৰোপত এক সঁচা বৈজ্ঞানিক ঐতিহ্য তথা বৈজ্ঞানিক দৃষ্টিভংগীয়ে গঢ় লয়।

সেইদৰে সমাজবাদকো এটা বিশুদ্ধ ভাৰতীয় ধাৰণা বোলা টান। ভক্তই সকলোতে ভগবানক দেখাৰ দৰে আমাৰ দেশৰ অতীত প্ৰেমী সকলেও প্ৰাচীন ঋষি মুনিৰ লেখনিত সমাজবাদী চিন্তা হয়তো খুঁচৰি উলিয়াব পাৰিব; কিন্তু সমাজবাদ আচলতে এটা অতি আধুনিক ধাৰণা। 'বসুধৈৱ কুটুম্বকম্‌', 'অমৃতস্য পুত্ৰাঃ'--জাতীয় কেতবোৰ উক্তি অকল ভাৰততে নহয়, পৃথিবীৰ সকলো দেশতে বিচাৰিলে পোৱা যাব। কিন্তু গোটাদিয়েক এনে ছেগা ছোৰোকা উক্তিয়ে সমাজবাদ নুসূচায়। মানৱীয় চিন্তাৰ এটা নিৰ্দিষ্ট পদ্ধতি হিচাপে ইয়াৰ জন্ম হৈছে সৌ সিদিনাহে,—ফৰাচী বিপ্লৱৰ পিছৰ

য়ুৰোপত, বিশেষকৈ ফ্ৰান্সত। ফুঁৰিয়েই, চিচ্‌মণ্ডি, ছেঁণ্ট্‌ চাইমন আদিৰ নেতৃত্বত আধুনিক সমাজবাদী চিন্তাই য়ুৰোপত গা কৰি উঠে আৰু মাৰ্ক্স্‌-এংগেল্‌চৰ লেখনিত ই পূৰ্ণতা লাভ কৰে।

মাৰ্ক্স্‌বাদ, ই অতিশায়োক্তি নহয়, এটা বিজ্ঞানসম্মত তত্ত্ব। পদাৰ্থ বিজ্ঞানৰ ক্ষেত্ৰত আইনষ্টাইনৰ তত্ত্বৰ বা জীৱবিজ্ঞানৰ ক্ষেত্ৰত ডাৰউ-ইনৰ তত্ত্বৰ যি স্থান, সমাজ বিজ্ঞানত মাৰ্ক্সীয় তত্ত্বৰ স্থান সম-পৰ্যায়ৰ। মাৰ্ক্সবাদত ভাববাদ আৰু বিজ্ঞানৰ জোৰা-তাপলি নাই; অতি মানবীয় বা অতি-প্ৰাকৃতিক দৰ্শনৰ অবোধ্য সূত্ৰবো ইয়াত অভাব; মানৱ-বিচ্ছিন্ন, মানৱীয় সমাজ-বিচ্ছিন্ন আকাশমুখী চিন্তা ইয়াত আচহুৱা বস্তু। মাৰ্ক্সবাদ সম্পূৰ্ণৰূপে এক মানৱকেন্দ্ৰিক দৰ্শন; এটা সামাজিক প্ৰাণী হিচাপে মানুহে কেনেকৈ সুখ আৰু শান্তিত দিন কটাব পাৰে, কেৱল এই চিন্তাক লৈয়ে এই দৰ্শন গঢ়ি উঠিছে। ভকতীয়া মনোভাৱ ত্যাগ কৰি বৈজ্ঞানিক দৃষ্টিভঙ্গীসহ গ্ৰহণ কৰিলে এই দৰ্শনে আধুনিক মানুহক এদিন প্ৰকৃত মুক্তিৰ পথ দেখুৱাব।

কিন্তু বৈজ্ঞানিক দৃষ্টিভঙ্গী নো কি? একে আষাৰতে ইয়াৰ উত্তৰ সহজ নহয়, বোধকৰোঁ সাধ্যও নহয়। জ্ঞান আহৰণৰ এটা পদ্ধতি হিচাপে বিজ্ঞানৰ কেইটামান সাধাৰণ লক্ষণ আছে আৰু এই লক্ষণ কেইটা আয়ত্ত কৰিব পৰা মানুহকে বৈজ্ঞানিক দৃষ্টিভঙ্গীসম্পন্ন লোক বুলি কোৱা হয়। বৈজ্ঞানিক দৃষ্টিভঙ্গী বিজ্ঞানৰ সাংকেতিক সূত্ৰৰ দ্বাৰা পৰিবৃত নহয়, মুখস্থ কৰিব পৰা ইহঁত কিছুমান দাৰ্শ-নিক সংজ্ঞাৰ সমাহাৰো নহয়। বৈজ্ঞানিক দৃষ্টিভঙ্গী হৈছে এক বিশেষ ধৰণৰ মানসিক প্ৰশিক্ষণ আৰু ইয়াক আয়ত্ত কৰিবৰ বাবে এজন বৈজ্ঞানিক বা এজন দাৰ্শনিক হোৱাৰ প্ৰয়োজন নাই। এজন কৰিও বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ প্ৰতি আগ্ৰহশীল লোক হব পাৰে, আন-হাতে তথাকথিত এজন বিজ্ঞানীৰো বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ অভাৱ আশ্চৰ্যকৰ নহয়।

০ ০ ০

এতিয়া চোৱা যাওক, বিজ্ঞানৰ লক্ষণ কেইটা নো কি? বিজ্ঞানৰ এটা প্ৰধান—বোধকৰো প্ৰধানতম—লক্ষণটো হ'ল, ইয়াৰ বস্তুধৰ্মিতা ( objectivity )। স্ৰষ্টাৰ নিজৰ আশা-আকাংক্ষা, তেওঁৰ প্ৰেম আৰু বিদ্বেষ, চমুকৈ, তেওঁৰ ব্যক্তিগত আনুভূতিক জীৱনটো তেওঁৰ সৃষ্টিত প্ৰতিফলিত নোহোৱাটোৱেই হৈছে বৈজ্ঞানিক মনোভাৱৰ অন্যতম লক্ষণ। প্ৰকৃত বিজ্ঞানীয়ে সত্যানুসন্ধানৰ অভিযানত সকলো প্ৰকাৰৰ মনোধৰ্মিতা ত্যাগ কৰে। ব্যক্তি হিচাপে জীৱনৰ বিভিন্ন বিষয়ত প্ৰতিজন বিজ্ঞানীৰে নিজস্ব অভিমত থাকিব পাৰে, থকাটোৱেই স্বাভাবিক। কিন্তু এটা অনুসন্ধান বৈজ্ঞানিক বুলি পৰিগণিত হবলৈ হলে সেই অনুসন্ধানত তেওঁলোকৰ ব্যক্তিগত মতদ্বৈধতাবোৰে কোনো ধৰণে ক্ৰিয়া কৰিব নালাগিব। বিজ্ঞান হৈছে মূলতঃ অভিজ্ঞতাৰ প্ৰসাৰ। পৰ্যবেক্ষণ আৰু পৰীক্ষাৰ পৰা পোৱা চিনাকি অভিজ্ঞতা কিছুমান হাতত লৈ ই ক্ৰমান্বয়ে আগবাঢ়ে। অৱশেষত ই কি সিদ্ধান্তত উপনীত হবগৈ, তাক ই আগতীয়াকৈ ধৰি নলয়। ধৰ্মতত্ত্বৰ লগত বিজ্ঞানৰ ই এটা ডাঙৰ পাৰ্থক্য। আনুভূতিকভাৱে প্ৰিয় সিদ্ধান্তবিলাক সঁচা বুলি ধৰ্মতত্ত্বই আগতীয়াকৈ ধৰি লয় আৰু পিচতহে সেইবিলাক যুক্তিপূৰ্ণ বুলি ন্যায়শাস্ত্ৰৰ সহায়েৰে প্ৰমাণ কৰি দেখুৱাবলৈ ই যত্ন কৰে। সেয়ে নিৰাবেগ বস্তুধৰ্মী বিচাৰ ইয়াৰ দ্বাৰা অসম্ভৱ। পূৰ্ব নিৰ্ধাৰিত সংস্কাৰ নথকা এটা শিশুসুলভ মুক্ত মন লৈ আগবাঢ়িলেহে যে সত্য উন্মোচিত হয়, বিজ্ঞানে আমাক এই শিক্ষা দিয়ে। দেখাত এই গুণটো অনায়াসলব্ধ যেন লাগিব পাৰে, কিন্তু কাৰ্যক্ষেত্ৰত ই সহজ নহয়; কাৰণ খোৱা পিন্ধা, কুৰা আদি দৈনন্দিন ক্ৰিয়া-কলাপৰ মাজতে, আমি নিজে গম নোপোৱাকৈয়ে, আমাৰ মনত কিছুমান ভ্ৰান্ত ধাৰণাই শিপা মেলে যিবিলাক পিচলৈ ত্যাগ কৰা প্ৰায় অসাধ্য হৈ পৰে। পূৰ্ব-নিৰ্দিষ্ট এই ধ্যান-ধাৰণাবিলাকে আমাক কণা কৰি ৰাখে, যাৰ ফলত নাকৰ পোনে পোনে থকা বস্তুবিলাকো আমি দেখা

মোপোৰা হওঁ। আনুভূতিকভাৱে প্ৰিয় সিদ্ধান্তবিলাক গাঁঠা বুলি আগতীয়াকৈ ধৰি লোৱা অভ্যাসে জ্ঞান লাভত সহায় কৰক চাৰি বাধাহে জন্মায়।

বিষয়ক বিষয়ীৰ চৈতন্যভুক্ত নকৰি নিৰ্মোহভাৱে সত্যৰ অন্বেষণ কৰা—এই মানসিক প্ৰশিক্ষণটো বিজ্ঞানত অপৰিহাৰ্য্য যদিও, মানৱীয় জ্ঞানৰ অন্যান্য ক্ষেত্ৰসমূহতো ই কম-বেছি পৰিমাণে আৱশ্যক। আনকি সাহিত্য আৰু কলাতো— য'ত বিষয় আৰু বিষয়ীৰ সম্পৰ্ক ঘনিষ্ঠ—এই গুণটোৰ প্ৰয়োজনীয়তা কম নহয়। ব্যক্তিৰ গোপন হৃদয়ানুভূতিৰ নিৰ্য্যাসেই সাহিত্য আৰু কলা হ'লেও মহৎ সাহিত্য আৰু মহৎ কলাকৰ্ম স্ৰষ্টাৰ ব্যক্তিগত অনুভূতিৰ প্ৰত্যক্ষ প্ৰতিফলন নহয়, বৰং ইয়াৰ নিভৃতিকৰণহে। কবিতাৰ বিষয়ে এলিয়টৰ যি মন্তব্য ('Poetry is not a turning loose of emotion but on escape from emotion ; it is not the expression of personality but an escape from personality'), অন্যান্য কলাৰ ক্ষেত্ৰতো সি প্ৰযোজ্য। বস্তুতঃ, এলিয়টে কোৱাৰ দৰেই কলা সদায় নৈৰ্ব্যক্তিক। সৃষ্টিৰ আগতে সকলো মহৎ স্ৰষ্টাই তেওঁ ৰূপায়িত কৰিব খোজা সমস্ত পৰিস্থিতিটো নিজৰ পৰা বিচ্ছিন্ন কৰি চায়, আৰু এই মানসিক দূৰত্বতেই তেওঁৰ সৃষ্টিৰ মহত্ত্ব নিহিত।

সৃষ্টিৰ প্ৰক্ৰিয়া দুৰ্জ্জেয়। তথাপি ধোৱতে কব পাৰি যে বস্তুধৰ্মিতা হেৰুৱাই পেলোৱা স্ৰষ্টাৰ দ্বাৰা মহৎ সৃষ্টি অভাৱনীয়। তৰুণ গোটেই নিজৰ ব্যৰ্থ প্ৰেম বস্তুধৰ্মীভাৱে দূৰৈৰ পৰা চাব পাৰিছিল আৰু সেয়ে 'ৱাৰ্থাৰৰ বেদনা''ৰ দৰে গ্ৰন্থৰ ৰচক হিচাপে তেওঁ আজিও নমস্য। বীথ'কেন আৰু মাইকেলেঞ্জেলোৱে জীৱনৰ কৰুণ পৰিস্থিতিবিলাকক ব্যক্তিগত জীৱনৰ কৰুণ পৰিস্থিতিৰ লগত সাঙুৰি নেপেলাই সিহঁতক আঁতৰৰ পৰা চোৱাৰ ক্ষমতা আয়ত্ত কৰিব পাৰিছিল, সেয়ে সঙ্গীত আৰু কলাৰ জগতত তেওঁলোক

আজিও ভোটাভুৰাৰ দৰে ভাস্বৰ হৈ আছে। প্ৰকৃততে, জীৱন আৰু জগতক বস্তুধৰ্মীতাৰে চাবলৈ শিকাটোৱেই হৈছে প্ৰতিভাৰ লক্ষণ। শপেনহাৱাৰে এঠাইত প্ৰতিভাক 'পূৰ্ণতম বস্তুধৰ্মিতা' বুলিছে। সংজ্ঞাটো ভুল নহয়।

কলা-সাহিত্যত যি প্ৰযোজ্য, উত্তম যিকোনো সৃষ্টিতে সি খাটে। ই প্ৰয়োগযোগ্য মাৰ্ক্সবাদতো। মাৰ্ক্সৰ বস্তুবাদ অনুসৰি ধৰ্ম, দৰ্শন আৰু ৰাজনীতিৰ, সাহিত্য আৰু কলাৰ, চমুকৈ, মানুহৰ সমস্ত যৌক্তিক আৰু আনুভূতিক জীৱনটোৰ—বুনিয়াদ হ'ল জীৱনৰ ব্যৱহাৰিক পৰিস্থিতিবিলাক। আমি কি ভাবোঁ, সি নিৰ্ভৰ কৰে আমি কেনেকৈ বাস কৰোঁ তাৰ ওপৰত; গতিকে জীৱনৰ ব্যৱহাৰিক ভিত্তিটোৰ পৰিবৰ্তনৰ লগে লগে আমাৰ চিন্তাধাৰাৰো পৰিবৰ্তন ঘটে। মাৰ্ক্সে কৈছিল যে মানৱীয় অস্তিত্বই হ'ল মানৱীয় ইতিহাস ৰচনাৰ প্ৰথম আৰু প্ৰধানতম চৰ্ত। মানুহেই সাহিত্য দৰ্শনৰ চৰ্চা কৰে, ৰাজনীতি কৰে গঢ়া; কিন্তু সাহিত্য দৰ্শন কৰাৰ আগতে, ৰাজনীতি কৰাৰ আগতে মানুহ প্ৰথমে জীয়াই থাকিব লাগিব আৰু তাৰ বাবে মানুহক প্ৰয়োজন অন্ন, বস্ত্ৰ, আৰু আশ্ৰয়ৰ। কিন্তু অন্ন, বস্ত্ৰ আৰু আশ্ৰয় প্ৰকৃতিয়ে মানুহৰ বাবে প্ৰস্তুত কৰি নাৰাখে। এই সামগ্ৰীবোৰ মানুহে উৎপাদন আৰু সংগ্ৰহ কৰিব লাগে আৰু এই কামবিলাকৰ যোগেদিয়েই মানুহ আৰু মানুহৰ মাজত কিছুমান সামাজিক সম্পৰ্ক গঢ়ি উঠে, অৰ্থাৎ মানুহে তাৰ সামাজিক সত্তা লাভ কৰে। মাৰ্ক্সৰ মতে জীয়াই থকাৰ সামগ্ৰীবোৰৰ উৎপাদন, বিতৰণ আৰু বিনিয়োগে সমাজখন কেৱল ধৰিয়েই নাৰাখে, ইহঁতে আমাৰ মনোজগতখনো পৰিচালনা কৰে। গতিকে মানুহৰ ধ্যান-ধাৰণা, প্ৰেম-বিদ্বেষ—এই সকলোবোৰৰে উৎস আমি বিচৰা উচিত মানুহৰ মগজুত নহয়, মানুহে বাস কৰা পাৰিপাৰ্শ্বিকতাতহে। চমুকৈ, মানুহৰ তাৰ জগতৰ উৎস দৰ্শন নহয়, অৰ্থনীতিহে আৰু তাৰ জগতৰ এই অৰ্থনৈতিক ভেটিটো

বিজ্ঞানৰ নিচিনাকৈ নিখুঁতভাৱে অধ্যয়ন কৰিব পাৰি । পদাৰ্থবিদে প্ৰাকৃতিক প্ৰপঞ্চবিলাক ব্যাখ্যা কৰাৰ নিচিনাকৈ তেওঁ সমাজৰ অৰ্থনৈতিক প্ৰপঞ্চবিলাক ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিছে, বুলি 'কেপিটেল' গ্ৰন্থৰ প্ৰথম খণ্ডটোৰ পাতনিত মাৰ্ক্স নিজেই লেখিছে। তেওঁ 'কেপিটেল' গ্ৰন্থ লেখাৰ উদ্দেশ্য আছিল, তেওঁৰ নিজৰ ভাষাতেই, 'আধুনিক সমাজৰ অৰ্থ নৈতিক গতিসূত্ৰসমূহ উন্মুক্ত কৰা'। 'কেপিটেল' গ্ৰন্থ সমাজৰ অৰ্থনৈতিক ভেঁটিটোৰ বস্তুধৰ্মী অধ্যয়নৰ উজ্জলতম উদাহৰণ। এই গ্ৰন্থত পুঁজিবাদী আৰু শ্ৰমিকক তেওঁ সমাজ-বিবৰ্তনত ভূমিকা লোৱা কিছুমান অধ্যয়নাৰ বিষয় হিচাপে লৈছিল। তেওঁ দেখুৱাবলৈ যত্ন কৰিছিল যে ঐতিহাসিক বিবৰ্তনৰ এটা বিশেষ স্তৰত পুঁজিবাদীসকলে নিজৰ শ্ৰেণীস্বাৰ্থ ৰক্ষাৰ্থে পুঁজি সঞ্চয় কৰি যাবলৈ আৰু তাৰ ফলত শ্ৰমিকৰ যন্ত্ৰণাও বৃদ্ধি পাবলৈ বাধ্য, আৰু এসময়ত পুঁজিবাদৰ ধ্বংসস্তূপৰ মাজতে সমাজবাদে ভুমুকি মৰাও এক ঐতিহাসিক আৱশ্যম্ভাৱিতা। 'স্বত্বাধিকাৰীসকল অধিকাৰপ্ৰাপ্ত হয়'—কোনোবা পুঁজিবাদীৰ প্ৰতি থকা ব্যক্তিগত বিদ্বেষে মাৰ্ক্সক এই উক্তি কৰিবলৈ উদগোৱা নাছিল। 'কেপিটেল' গ্ৰন্থৰ পাতনিত মাৰ্ক্সে স্পষ্টকৈ লেখি থৈ গৈছে, 'ইয়াত (গ্ৰন্থখনত) মই কোনো অৰ্থতেই পুঁজিদাৰ আৰু জমিদাৰ সকলৰ ৰঙীন চিত্ৰ অঁকা নাই। ব্যক্তিক ইয়াত ধৰা হৈছে কিছুমান অৰ্থ নৈতিক বৈশিষ্ট্যৰ ৰূপায়ণ হিচাপে, কিছুমান বিশেষ শ্ৰেণী-সম্পৰ্ক আৰু শ্ৰেণীস্বাৰ্থৰ মূৰ্তি হিচাপে। সমাজৰ অৰ্থনৈতিক বিকাশক প্ৰাকৃতিক বুৰঞ্জীৰ এটা ধাৰাৰূপে মই ইয়াত চাইছোঁ। এনে দৃষ্টিকোণৰ পৰা (শ্ৰেণী) সম্পৰ্কবোৰৰ বাবে ব্যক্তি কেতিয়াও দায়ী হব নোৱাৰে, কাৰণ বিষয়ীগতভাবে তেওঁ সিবিলাকৰ উৰ্ধত থাকিবলৈ যিমানেই যত্ন নকৰক কিয়, তেওঁ নিজেই সেই সম্পৰ্কবোৰৰে সৃষ্টি।"

পৃথিৱীত সমাজবাদ প্ৰতিষ্ঠাৰ প্ৰতিষ্ঠাৰ প্ৰতি মাৰ্ক্স ব্যাকুল আছিল সঁচা ; কিন্তু এজন বিজ্ঞানীৰূপে তেওঁ জানিছিল যে ব্যক্তি বিশেষৰ খেয়াল-খুচিৰ ওপৰত সমাজবাদৰ আগমন নিৰ্ভৰ নকৰে।

প্ৰাচীন সমাজৰ গৰ্ভতে আহিব ধৰা ন সমাজখনৰ উচ্চতৰ উৎপাদন সম্পৰ্কবিলাক লুকাই থাকে আৰু ন সমাজৰ জন্ম হয় প্ৰাচীন সমাজখনৰ ভিতৰতে উৎপাদিকা শক্তিসমূহৰ উপযুক্ত বিকাশ হোৱাৰ পিচতহে।

এটা বস্তুধৰ্মী সূত্ৰ হোৱা বাবেই ঐতিহাসিক বস্তুবাদক বহুতে এটা দৈববাদী তত্ত্ব বুলি ভুল কৰে, যদিও আচলতে সকলো বৈজ্ঞানিক তত্ত্বৰ দৰে ইও এটা নিশ্চয়তাবাদী তত্ত্বহে। মাৰ্ক্সে কৈছিল যে ব্যৱহাৰিক প্ৰয়াসৰ দ্বাৰা মানুহে ন সমাজৰ জন্মকাল কিছু হ্ৰাস বা কিছু বৃদ্ধি কৰিব পাৰে; কিন্তু ইয়াৰ জন্ম ৰোধ কৰা বা নিৰ্দিষ্ট সময়ৰ বহু আগেয়েই ইয়াৰ জন্ম দিয়া মানৱীয় ক্ষমতাৰ অতীত।

× × ×

সংশয়াকুল পাঠকে এইখিনিতে হয়তো প্ৰশ্ন কৰিব: "সমাজ বিজ্ঞানী যিহেতু সমাজৰে এটা অংশ, গতিকে পদাৰ্থ বিজ্ঞান কিম্বা ৰসায়ন বিজ্ঞানৰ দৰে নিখুঁত বস্তুধৰ্মী অধ্যয়ন ইয়াত সম্ভৱ জানো? প্ৰুধোঁ প্ৰমুখ্যে পণ্ডিত সকলৰ লগত হোৱা তেওঁৰ বাদানুবাদবোৰে জানো বৈজ্ঞানিক সমাজবাদৰ প্ৰতি মাৰ্ক্সৰ আবেগিক আতিশয্যকে সূচায়?" প্ৰশ্নটো গুৰুত্বপূৰ্ণ, কাৰণ ইয়েই কাৰ্ল মানহাইমৰ 'জ্ঞানৰ সমাজবিজ্ঞান' (sociology of knowledge) নামৰ সমাজ-বৈজ্ঞানিক তত্ত্বটোৰ ভাইখুটা। ব্যক্তিমানসৰ ওপৰত পাৰিপাৰ্শ্বিকতাৰ অসীম প্ৰভাৱ লক্ষ কৰি মানহাইমে কৈছিল যে সমাজৰ প্ৰতিজন ব্যক্তিৰে চিন্তা পাৰিপাৰ্শ্বিকতাৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱাৰ ফলত মানুহৰ মনত অজ্ঞাতসাৰে কিছুমান দৰ্শন গঢ়ি উঠে। সাধাৰণ মানুহৰ চিন্তা সেই বিশেষ দৰ্শনবোৰৰ মাজতে আৱৰ্তিত হৈ থাকে; সেই আৱৰ্তৰ বাহিৰ ওলাই গৈ জগতখন বস্তুধৰ্মীভাৱে মুকলিমূৰীয়াকৈ চাবলৈ তেওঁলোক সক্ষম নহয়। মানহাইমৰ মতে সেই আৱৰ্ত ভেদ কৰি সামাজিক সমস্যা বিলাক নিৰ্মোহভাৱে চাব পাৰে সমাজৰ কেৱল বুদ্ধিজীৱী চামটোৱেহে, আৰু সেইবাবেই তেওঁ

ভাৱিছিল যে সামাজিক বিবৰ্তনত মুখ্য ভূমিকা লব পৰা চামটো হ'ল বুদ্ধিজীৱি সকল, মাৰ্ক্সে ভবাৰ দৰে জনগণ নহয়।

জনগণৰ পৰা আঁতৰত থাকি নিৰাসক্তভাবে দূৰৈৰ পৰা সমাজখন নিৰীক্ষণ কৰাটোকে বস্তুধৰ্মিতা বুলি মানহাইমে ভাবিছিল। এই ক্ষেত্ৰত তেওঁ আছিল বহু পৰিমাণে মাক্সৰ পূৰ্ববৰ্তী সমাজবিদসকলৰ অনুগামী। সামাজিক সম্পৰ্কবিলাক চিৰন্তন আৰু সিহঁত সমাজৰ উৰ্ধত বুলি এই সমাজবিদসকলে ধৰি লৈছিল। পণ্যদ্ৰব্য তেওঁলোকৰ মানত আছিল কেৱলবোৰ নিৰ্জীৱ-বস্তু, মানুহৰ ওপৰত যাৰ কোনো ধৰণৰ প্ৰতিক্ৰিয়া নাই। মাৰ্ক্সেই প্ৰথম সমাজবিজ্ঞানী যি দেখুৱালে যে পণ্যদ্ৰব্যৰ মাজৰ সম্পৰ্কবিলাক কেৱলবোৰ নিৰ্জীৱ বস্তুৰ মাজৰ সম্পৰ্কই নহয়, পণ্য-দ্ৰব্যৰ অন্তৰালত থাকে জীৱন্ত মানুহ; গতিকে পণ্যদ্ৰব্যবিলাকৰ মাজৰ সম্পৰ্ক আচলতে মানুহ আৰু মানুহৰ মাজত থকা সম্পৰ্কৰে এক অভিব্যক্তি। মাৰ্ক্সে কৈছিল যে বুৰ্জোৱা পণ্ডিতসকলে মানুহৰ শ্ৰমোৎপাদকৰ মাজৰ সম্পৰ্কবোৰক মানুহৰ মাজৰ সম্পৰ্ক বুলি নধৰে, যাৰ ফলত পণ্যদ্ৰব্য বিলাকে এক ৰহস্যময় ৰূপ ধাৰণ কৰিবলৈ বাধ্য হয়। (মাৰ্ক্সে যাৰ নাম থৈছিল 'পণ্যদ্ৰব্যৰ ফেটিশ্বাদ')। মাক্সৰ মতে পণ্যদ্ৰব্যবোৰৰ মাজত থকা সম্পৰ্ক-বিলাক বিজ্ঞানসম্মত ভাবে অধ্যয়নীয় সঁচা; সেই বুলিয়েই সিহঁতক আমি আমাৰ বিচ্ছিন্ন কৰি চাব নোৱাৰোঁ।

বিষয়ক বিষয়ীৰ পৰা সম্পূৰ্ণৰূপে নিলগাই সমাজ অধ্যয়ন কৰিব নোৱাৰি বুলি মাৰ্ক্সে ঊনৈশ শতিকাতে কৈ গৈছিল। সম্প্ৰতি প্ৰমাণিত হৈছে যে সমাজবিজ্ঞানহে নালাগে, আনকি পদাৰ্থবিজ্ঞানৰ দৰে নিখুঁত প্ৰায়বিজ্ঞানতো বিষয়ী বিষয়ৰ পৰা সম্পূৰ্ণ আঁতৰি থকাতো সম্ভৱ নহয়। ক্লাসী পদাৰ্থবিজ্ঞানৰ বিপৰীতে কোৱান্টাম তত্ত্ব, আপেক্ষিকতাবাদ আদি পদাৰ্থবিজ্ঞানৰ আধুনিক তত্ত্ববিলাকে সম্প্ৰতি দেখুৱাইছে——গ্ৰহান্তৰৰ পৰা

পৃথিৱীখন চোৱাৰ লেখিয়াকৈ প্ৰকৃতিৰ পৰা বাহিৰলৈ ওলাই গৈ প্ৰকৃতিক আমি পৰ্য্যবেক্ষণ কৰিব নোৱাৰোঁ ; প্ৰকৃতিক অধ্যয়ন কৰিব লাগিব প্ৰকৃতি ৰাজ্যৰ ভিতৰত থাকিয়েই যাৰ ফলত প্ৰকৃতিৰো কিছু পৰিবৰ্তন ঘটিব। কুৰি শতিকাৰ প্ৰতিজন দাৰ্শনিক-বিজ্ঞানীয়ে আধুনিক বিজ্ঞানৰ এই সিদ্ধান্ত স্বীকাৰ কৰি লৈছে।

সমাজবিজ্ঞান যিহেতু এবিধ বিজ্ঞান, গতিকে ভৌতিক বিজ্ঞানত বস্তুধৰ্মিতাৰ যি সংজ্ঞা, সমাজবিজ্ঞানতো সেই একেই সংজ্ঞা প্ৰযোজ্য। সেইবুলিয়েই বৈজ্ঞানিক মনোভাৱসম্পন্ন হবলৈ গৈ মানহাইমৰ বুদ্ধিজীৱীজনৰ নিচিনাকৈ সামাজিক সমস্যাবিলাকৰ প্ৰতি আমি নিৰাসক্ত হৈ থকা অসম্ভৱ, ই সমাজৰ প্ৰতি আমাৰ নৈতিক দায়িত্ব এৰোৱাৰ অজুহাত। সঁচা, বৈজ্ঞানিক তত্ত্ববিলাকত ব্যক্তিগত ভাৱ-অনুভূতি পোনপটীয়াকৈ প্ৰতিফলিত হোৱা উচিত নহয়; আনহাতে সামাজিক জীৱনৰ জলন্ত সমস্যাবোৰ নিৰুদ্বেগ ভাবে বৰ্ণনা কৰি যোৱাটোও প্ৰত্যক্ষবাদী (positivistic) পণ্ডিতমন্যতাৰ বাহিৰে আন একো নহয়। সমাজৰপৰা আঁতৰি থাকি সমাজ অধ্যয়ন কৰিব নোৱাৰি; সমাজ অধ্যয়ন কৰাৰ মানেই হ'ল, সমাজৰ মাজত বাস কৰা আৰু তাক পৰিবৰ্তন কৰা। "বাস্তৱতাক পৰিবৰ্তন কৰাৰ ব্যৱহাৰিক সংগ্ৰামত ভাগ লৈহে মানুহে বস্তুনিচয়ৰ সাৰমৰ্ম উদ্ঘাটন কৰিব পাৰে আৰু সিহঁতক বুজিব পাৰে"—মাও চে টুঙেও তেওঁৰ 'অন প্ৰেক্টিচ' নামৰ ৰচনাখনত লেখিছে।

× × ×

বিজ্ঞানৰ আন এটা গুণ হ'ল, ই সত্যানুসন্ধাৰ অভিযান হলেও সত্যৰ চৰম সীমাত উপনীত হৈছোঁ বুলি ই কাহানিও দাবী নকৰে। বিজ্ঞানৰ কোনোটো তত্ত্বই পৰমভাবে সত্য নহয়, ইহঁত পৰম সত্যৰ অভিমুখীহে,——বিজ্ঞানীসকলে এইবুলি বিনয়েৰে স্বীকাৰ কৰি লয়। ধৰ্মৰ লগত বিজ্ঞানৰ ই আন

এটা তাত্তৰ পাৰ্থক্য । ধৰ্মৰ হোতাসকলে সত্যক এটা প্ৰাপ্ত বস্তু বুলি ধৰি লয়। তেওঁলোকে ভাবে যে, ধৰ্মগুৰু আৰু ধৰ্ম শাস্ত্ৰ বিলাকৰ জৰিয়তে ভগবানে তেওঁলোকৰ আগত পৰম সত্যটো স্বকীয়াকৈ উচ্চাৰণ কৰি থৈ গৈছে। এতিয়া কেৱল সেই সত্য মানি চলি আৰু বিধৰ্মীসকলৰ মাজত তাক প্ৰচাৰ কৰি সিহঁতক স্বৰ্গৰ বাট দেখুৱাই দিয়া হৈছে তেওঁলোকৰ কাম। বিজ্ঞানত এনে গোড়ামি নাই। বিজ্ঞানে পৰম সত্যক পাইছোঁ বুলি আগতীয়াকৈ ধৰি নলয়। ইয়াৰ প্ৰত্যেকটো সত্যই আংশিক আৰু সেয়ে আপেক্ষিক। এচাম বিজ্ঞানীয়ে উলিওৱা আংশিক সত্যবিলাকৰ ওপৰত নিৰ্ভৰ কৰি পৰৱৰ্তীকালৰ আনএচাম বিজ্ঞানীয়ে প্ৰকৃতি ৰাজ্যৰ গভীৰতৰ প্ৰদেশলৈ সোমাই যায় আৰু তাৰপৰা তেওঁ-লোকেও কিছুমান সত্য উদ্ধাৰ কৰি আনে। এই সত্যবিলাকো আংশিক; কিন্তু আগৰ চাম বিজ্ঞানীয়ে উদ্ধাৰ কৰা সত্যবিলাক-তকৈ এই সত্যবিলাক অধিক গভীৰ। বিজ্ঞান এইদৰে দিনে দিনে সত্য ৰাজ্যৰ গভীৰতৰ প্ৰদেশলৈ সোমাই গৈ থাকে; কিন্তু পৰম সত্যক উদ্ধাৰ কৰিব পাৰিছোঁ বুলি ই কাহানিও দাবী নকৰে। এগৰাকী বৃটিছ দাৰ্শনিকে বিজ্ঞানৰ সত্যক জ্যামিতিক পৰাবৃত্তৰ অসীমস্পৰ্শীডালৰ ( asymptote of the hyperbola ) লগত তুলনা কৰিছে। অসীমস্পৰ্শীডাল যেনেকৈ ক্ৰমে পৰাবৃত্তৰ কাষ চাপি যায়, কিন্তু কেতিয়াও তাৰ লগ নালাগে, সেইদৰে বিজ্ঞানো পৰম সত্যৰ অভিমুখী যদিও, পৰম সত্যক ই আজিও পোৱাগৈ নাই। বাৰ্ট্ৰাণ্ড ৰাছেলে লেখিছে, "বিজ্ঞানত আজি যি প্ৰতিষ্ঠিত, সি পৰম সত্য বুলি বৈজ্ঞানিক মনোভাবসম্পন্ন কোনো লোকেই দাবী নকৰে; তেওঁ মাথোঁ কয়, সি পৰম সত্যৰে অভিমুখী এটা স্তৰত আছে বুলিহে।" ( চায়েণ্টিফিক্ আউটলুক )

এতিয়া, মাৰ্ক্সবাদত সত্যৰ ধাৰণা নো কেনে? দৰ্শনৰ সৰহভাগ পৰিভাষাৰ দৰে সত্যও এটা দ্ব্যৰ্থহীন ধাৰণা নহয়; বিভিন্ন মনৰ মানুহৰ বাবে ই বিভিন্ন অৰ্থ বহন কৰে। সৰল বাস্তৱবাদী সকলৰ

মতে বাহ্যিক জগতখন আমি ঠিক যেনে ভাবে দেখা পাওঁ, সিয়েই সত্য অৰ্থাৎ অভ্যাসেই সত্য ; আনহাতে প্ৰ'টাগ'ৰাচ প্ৰমুখ্যে প্ৰাচীন গ্ৰীচৰ চফিষ্টসকল আৰু বাৰ্ক্‌লে প্ৰমুখ্যে বিষয়ীঅশ্ৰিত ভাৱবাদীসকলৰ মতে সত্যৰ নিৰিখ হ'ল সংবেদনা (sensation)। প্লেট', শঙ্কৰাচাৰ্য্য, হেগেল প্ৰমুখ্যে বিষয়আশ্ৰিত ভাৱবাদীসকলে কয় যে সত্যৰ মাপকাঠি হৈছে যুক্তি, যদিও এওঁলোকৰ বাবে যুক্তি ন্যায়শাস্ত্ৰৰ ভাঠ প্ৰাচীৰেৰে আৱত্ত আকাংক্ষাহে মাথোন। উইলিয়ম জেম্‌চ প্ৰমুখ্যে ক্ৰিয়াবাদী সকলৰ ( pragmatists ) মতে আকৌ যেতিয়াই যি কামত আহে, সিয়েই সত্য অৰ্থাৎ সুবিধাই সত্য ; তেওঁলোকৰ লগতে সুৰ মিলাই জন ডিবিয়েও সত্যক ব্যৱহাৰিক কামত খটুৱাব পৰা এটা সঁজুলি বুলি বিবেচনা কৰে, ভিৎগেনষ্টাইন প্ৰমুখ্যে নৈয়ায়িক প্ৰত্যক্ষবাদী সকলৰ ( logical positivists ) মতে সত্যৰ প্ৰকৃত তুলাচনী হৈছে পৰীক্ষাসিদ্ধি।

মাৰ্ক্সবাদত সত্যক এটা প্ৰাপ্ত বস্তু বুলি ধৰি লোৱা নহয়, আৰু সেইবাবেই ইয়াত সত্যান্বেষণৰ কোনো প্ৰচেষ্টাই নাই বুলি ৰাধাকৃষ্ণণ প্ৰমুখ্যে ভাৱবাদীসকলৰ ধাৰণা। এই সকল দাৰ্শনিকে সত্যৰ এটা অলৰ-অচৰ স্বৰ্গীয় নিৰিখ আছে বুলি ভাবে ; তেওঁলোকৰ মতে সত্য ভগবানৰ সমতুল্য ; আৰু ভগবান যিহেতু শাশ্বত, গতিকে সত্যও শাশ্বত আৰু চিৰকালৰ বাবে অপৰিবৰ্তনীয়। গতিকে ধৰ্ম্ম-শাস্ত্ৰ অধ্যয়নৰ দ্বাৰা তেওঁলোকে যি সত্য তেওঁলোকৰ জ্ঞান ভাণ্ডাৰত জমা কৰিছে, তাৰ কোনো হেৰফেৰ নাই, আৰু তেওঁলোকে জমা কৰা সত্যৰ বাহিৰে জগতত আন কোনো ধৰণৰ সত্য থকা অসম্ভৱ॥

চিন্তাৰ প্ৰতিটো ক্ষেত্ৰতে মাৰ্ক্স-এংগেলচ্‌-লেনিনৰ দোহাই দি মাৰ্ক্সবাদীসকলৰো অনেকেই যে সত্যক পূৰ্বোক্ত পৰ্য্যায়লৈ তুমি নিব খোজে, এই কথা স্বীকাৰ নকৰিলে সত্যৰ অপলাপ কৰা হব। কিন্তু মাৰ্ক্সীয় দৰ্শনত সত্য মূলতঃ বৈজ্ঞানিক সত্যৰহে সমতুল্য। বিজ্ঞানৰ নিচিনাকৈ মাৰ্ক্সবাদেও কয় যে জগতত এক পৰম বস্তুধৰ্মী সত্য

হয়তো নথকা নহয়; কিন্তু মানুহে তাৰ জ্ঞান-বুদ্ধিৰে সেই সত্যক আজিও পাবগৈ পৰা নাই; এতিয়া পৰ্য্যন্ত আৱিষ্কাৰ হোৱা সকলো সত্যই আপেক্ষিক আৰু সেইবাবেই সিহঁতৰ পৰিৱৰ্ধন সম্ভব। চিৰন্তন বুলি যিমানেই ভবা নহওক কিয়, প্ৰায় সকলো সত্যই আচলতে একোটা ঐতিহাসিক উৎপাদন আৰু ঐতিহাসিক বিবৰ্তনৰ লগে লগে সিহঁতৰ পৰিৱৰ্ধন ঘটে। এটা বিশেষ যুগৰ লগত কেতবোৰ বিশেষ বস্তুধৰ্মী সত্য জড়িত হৈ থাকে আৰু সেই যুগটোৰ বাবে সেইবোৰেই পৰম সত্য বুলি গণিত হয়।

বিজ্ঞানৰ সত্যবিলাকৰ পৰিৱৰ্ধন—কোনো কোনো সময়ত পৰিবৰ্তন ঘটাৰ কাৰণ হ'ল, ইহঁত জীৱনৰ বাস্তৱ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত। বিজ্ঞানৰ ভেটি জীৱনৰ লগত সম্পৰ্কৰহিত 'বিশুদ্ধ' চিন্তা নহয়, ইয়াত তত্ত্ব আৰু পৰীক্ষা-দুয়ো এক নিবিড় সম্পৰ্কৰে বন্ধা। পৰীক্ষাৰ বাছনিত উত্তীৰ্ণ হোৱাৰ পাছতহে বৈজ্ঞানিক তত্ত্ববিলাক বিজ্ঞান সমাজত গৃহীত হয়। বাস্তৱ জগতত তাৰ অস্তিত্ব প্ৰমাণ কৰিব নোৱাৰা পৰ্য্যন্ত কোনো তত্ত্বকেই বিজ্ঞানত সত্য বুলি ধৰি লোৱা নহয়। মাৰ্ক্সীয় দৰ্শনতো কথা একেটাই। বিজ্ঞানৰ দৰে এই দৰ্শনতো সত্য এটা কংক্ৰিট ধাৰণা; বাস্তৱ জীৱনৰ লগত সম্পৰ্ক নথকা বিমূৰ্ত সত্য ইয়াত এক অচিনাকি বস্তু। ফয়েৰবাখ সম্পৰ্কীয় দ্বিতীয় প্ৰস্তাৱত মাৰ্ক্সে স্পষ্টভাৱে এই কথা কৈ থৈ গৈছে ('The dispute over the reality or non raeality of thinking which is isolated from practice is purely a scholastic question.')

o o o

বিজ্ঞানৰ আন এটা বৈশিষ্ট্য হ'ল, ইয়াত থকা প্ৰগতিৰ ধাৰণা আৰু আশাবাদ। বিজ্ঞানীসকলে এই মনোভাব সাধাৰণতে স্পষ্টকৈ প্ৰকাশ নকৰে, কিন্তু তেওঁলোকৰ কাৰ্য্যাৱলীত ই নিহিত হৈ থাকে। বৰং বিজ্ঞানতে এটা আশাবাদী সুৰ আছে যি জীৱনৰ অজ্ঞাত

কামবিলাকতো মানুহক উত্তম যোগায়। যেনে, প্ৰকৃতিৰ স্বৰূপ এতিয়ালৈকে জনা হোৱা নাই বুলি বিজ্ঞানে বিনয়েৰে স্বীকাৰ কৰে, কিন্তু প্ৰকৃতি অবোধ্য বুলি ই নকয়। বিজ্ঞানত থাকে প্ৰকৃতিৰ বোধগম্যতাৰ প্ৰতি এক গভীৰ আস্থা আৰু তাক বুজাৰ এক সবল প্ৰচেষ্টা। 'জগত সম্পৰ্কে অবোধ্যতম কথা হ'ল যে ই অবোধ্য নহয়'—আইনষ্টাইনে বিজ্ঞানৰ আশাবাদ এইদৰে প্ৰকাশ কৰিছে।

ফৰাচী বিপ্লৱ আৰু শিল্প-বিপ্লৱৰ ঠিক পিচতে, এক বৈজ্ঞানিক পৰিবেশত উদ্ভৱ হোৱা মাৰ্ক্সবাদতো একেই উদ্যম আৰু আশাবাদ পৰিলক্ষিত হয়। এই দৰ্শনত কোনোটো ধাৰণাই স্থবিৰ বা অতীত মুখী নহয়; অতীতটো এখমৰত সুখৰ প্ৰমোদ-উদ্যান আছিল বুলি ভাবি তালৈ উভতি যাবলৈ ই হাসবাও নাকাচে বা বৰ্তমানটো যেনেদৰে আছে, ঠিক তেনেদৰে থকাটোও ই বাঞ্ছা নকৰে। অৱশ্যে সমাজৰ প্ৰগতি বিজ্ঞানৰ প্ৰগতিৰ নিচিনাকৈ পোন বুলি এই দৰ্শনে ধৰি নলয়। এই দৰ্শন অনুযায়ী সমাজত ক্ৰিয়া কৰা বিভিন্ন শক্তি বিলাকৰ সংঘৰ্ষৰ ফলত সমাজত কেতিয়াবা উত্থান হয়, কেতিয়াবা পতন হয়, যদিও এই পতন আপেক্ষিক অৰ্থত হে; মহাকালৰ এটা বিশেষ স্তৰত হোৱা সমাজৰ পতন সাধাৰণতে তাৰ পূৰ্ববৰ্তী স্তৰ-বিলাকৰ উত্থানতকৈয়ো ওপৰতহে থাকে। আলংকাৰিক ভাষাত কব লাগিলে, সামাজিক প্ৰগতি সৰলৰৈখিক নহয়, ই সৰ্পিল। মাৰ্ক্সৰ মতে প্ৰতিটো সামাজিক প্ৰপঞ্চৰে দুটা পৰস্পৰবিৰোধী দিশ থাকে আৰু সিহঁতৰ সংঘৰ্ষই সমাজখন প্ৰগতিৰ ফালে উধাই লৈ যায়; 'বিৰোধ অবিহনে বিকাশ অসম্ভৱ।'

মাৰ্ক্সবাদৰ প্ৰতিটো ধাৰণা গতিশীল আৰু যৌৱনসুলভ উদ্যমেৰে উদ্দীপ্ত; মানৱীয় শক্তিৰ ওপৰত যি গভীৰ আস্থা আৰু জীৱনটো সুখৰ কৰি তুলিব খোজাৰ যি বলিষ্ঠ উদ্যম মাৰ্ক্সবাদত পোৱা যায়, অন্যান্য দৰ্শনত সি দুৰ্লভ।

০ ০ ০

এতিয়া আলোচ্য বিজ্ঞানৰ সৰ্বশেষ অথচ সৰ্বাপেক্ষণীয় লক্ষণ। বিজ্ঞান যুক্তি আৰু পৰীক্ষাৰ ওপৰত প্ৰতিষ্ঠিত ; সেয়ে ইয়াত কৰ্তৃত্ব-বাদ বুলি কোনো কথা নাই। এজন বিখ্যাত লোকে কৈছে বাবেই ই অভ্ৰান্ত—বিজ্ঞানে কোনো কথা এইদৰে মানি নলয়। যুক্তিযুক্ত বুলি প্ৰমাণিত নহলে, অভিজ্ঞতাৰ বিৰুদ্ধে গলে, বিজ্ঞানত একোৰে অন্তৰ্ভুক্তি নঘটে,—তেহেলৈ সি পৃথিবীৰ গভীৰতম চিন্তাবিদজনাৰ বচনেই হওক। এৰিষ্টট্‌ল অতি বিখ্যাত লোক আছিল বুলিয়েই গেলিলিওৱে তেওঁৰ সমস্ত কথা শিলৰ ৰেখা বুলি মানি লোৱা নাছিল; গেলিলিওৰ আস্থা আছিল যুক্তি আৰু পৰীক্ষাৰ ওপৰতহে, কোনো বিখ্যাত লোকৰ উক্তিৰ ওপৰত নহয়, সেয়ে আধুনিক বিজ্ঞানৰ জনক হিচাপে তেওঁৰ প্ৰতি আজিও শ্ৰদ্ধা জনোৱা হয়।

বিজ্ঞান গুৰুবাদৰ দাস নহয়। পৰ্য্যবেক্ষণ আৰু পৰীক্ষাৰ পৰা পোৱা কিছুমান তথ্যক পাথেয় হিচাপে লৈ ই এক মুকলি মনেৰে আগবাঢ়ে। এই তথ্যবোৰৰ লগত সৃষ্টিশীল কল্পনাৰ সংমিশ্ৰণ ঘটাই ই প্ৰথমে কিছুমান প্ৰকল্পৰ ( hypothesis ) সৃষ্টি কৰে; এই প্ৰকল্পবোৰৰ ওপৰত ভিত্তি কৰি একোটা বৈজ্ঞানিক তত্ত্ব গঢ়ি উঠে। পিচলৈ এই তত্ত্বৰ পৰা এনে কিছুমান সিদ্ধান্ত নিৰ্গমন কৰা হয় যিবিলাকৰ দ্বাৰা অধুনা-অপৰ্য্যবেক্ষিত কিছুমান নতুন তথ্যৰ ভৱিষ্যতবাণী কৰিব পাৰি। এই ভৱিষ্যতবাণীবিলাক সত্য বুলি পৰীক্ষামূলক ভাবে প্ৰমাণিত হলে তত্ত্বটো বিজ্ঞান-সমাজত গৃহীত হয়। সেয়ে নহলে উদ্ভাৱক গৰাকী যিমানেই বিখ্যাত লোক নহওক কিয়, বা যিমান কষ্টৰেই তেওঁ তত্ত্বটো গঢ়ি নোতোলক কিয়, অতি শীঘ্ৰে তাক বিজ্ঞান-ৰাজ্যৰ পৰা আঁতৰাই পেলোৱা হয়। পৰীক্ষামূলক ভাবে ভুল বুলি প্ৰমাণিত হোৱাত 'ফ্লজিষ্টন তত্ত্ব' বিজ্ঞান-সমাজৰ পৰা নিকৰুণ ভাবে বহিষ্কৃত হবলগীয়া হৈছিল ; টোলেমিৰ তত্ত্ব আৰু মধ্যযুগৰ ৰসবিদ্যাৰো একে দশাই ঘটিছিল। পৰীক্ষাসিদ্ধ নোহোৱাত আন নালাগে, নিউটনৰ দৰে মনীষীৰো পোহৰ সম্পৰ্কীয় তত্ত্ব

বিজ্ঞানৰ পৰা বহিষ্কৃত হৈছিল ; আনহাতে হাইজেলৰ তত্ত্ব গৃহীত হৈছিল।

মাৰ্ক্সৰ চিন্তাধাৰাটো বিজ্ঞানৰ এই গুণ প্ৰতিভাত। মাৰ্ক্সে তেওঁৰ চিন্তাৰ সমল গোটাইছিল হেগেল, ফয়েৰবাখ চিচমণ্ডি, স্মিথ, ৰিকাৰ্ডো আদি অজস্ৰ পূৰ্বসূৰীৰ পৰা ; সেইবুলি এজনবো কৰ্তৃত্ব তেওঁ অন্ধভাবে মানি লোৱা নাছিল। বাস্তৱ ঘটনা আদিৰ পৰিপ্ৰেক্ষিতত, বিজ্ঞানসম্মত ভাবে তেওঁলোকৰ প্ৰতিজনবে চিন্তাধাৰা চালিজাৰি চাইহে তেওঁ কিছুমান নিজস্ব চিন্তাধাৰাত উপনীত হৈছিলগৈ। আনহাতে তেওঁৰ সিদ্ধান্তবিলাকে পৰম সত্যক বিচাৰি পাইছে বুলি তেওঁ অহঙ্কাবো কৰা নাছিল। 'সকলো প্ৰকাৰৰ বিজ্ঞানসম্মত আলোচনাকে মই আদৰণি জনাওঁ'—বুলি 'কেপিটেল' গ্ৰন্থৰ পাত-নিত তেওঁ লেখি থৈও গৈছে।

এটা মুক্ত মন লৈ সত্যৰ সন্ধান কৰা, বিনা যুক্তি আৰু বিনা-পৰীক্ষাৰে, কেৱল গুৰুৰ উক্তি বুলিয়েই কোনো কথাকে সত্য বুলি মানি নোলোৱা,—বিজ্ঞানৰ পৰা শিকিবলগীয়া ই এটা অতি ডাঙৰ গুণ ; আৰু মাৰ্ক্সবাদক মতান্ধতাৰ মূৰ্তি কৰি তোলা মাৰ্ক্সবাদীসকলৰ বাবে ই এটা অতি প্ৰয়োজনীয় শিক্ষা। মাৰ্ক্সীয় দৰ্শন বিজ্ঞান সম্মত; কিন্তু বৈজ্ঞানিক দৃষ্টিভংগীসহ গ্ৰহণ নকৰি মতান্ধতাৰ শিকলিৰে ইয়াক বান্ধি পেলালে মধ্যযুগীয় ধৰ্মৰ নামান্তৰ হবলৈ ইয়াৰ সৰহপৰ নালাগিব।

(১৯৭২)

---

# ধৰ্ম, ঈশ্বৰ আৰু মাৰ্ক্স্

ধৰ্ম আৰু ঈশ্বৰ সম্পৰ্কে মাৰ্ক্সে ক'তো সুসংবদ্ধভাৱে বিস্তৃতকৈ লেখি থৈ যোৱা নাই। তেওঁৰ ধৰ্ম সম্পৰ্কীয় আলোচনাসমূহ তেওঁৰ বিপুল ৰচনাৰাজিৰ অ'ত ত'ত সিচঁৰিত হৈ আছে। সম্প্ৰতি ছোভিয়েত ৰুচিয়াৰ 'ইনিষ্টিটিউট অৱ মাৰ্ক্সিজ্‌ম-লেনিনজ্‌ম' নামৰ অনুষ্ঠানটোৱে মাৰ্ক্স্ আৰু তেওঁৰ সহকৰ্মী এংগেল্‌চৰ ধৰ্ম সম্পৰ্কীয় আলোচনাসমূহ থূপ-খুৱাই 'অন ৰিলিজন' নাম দি প্ৰকাশ কৰিছে। সংকলনটো অৱশ্যে নিখুঁত নহয় যেন লাগে, কাৰণ মাৰ্ক্সে আগবয়সত লেখা ধৰ্ম সম্পৰ্কীয় দুখনমান ৰচনাই ইয়াত স্থান পোৱা নাই।

ধৰ্ম এটা জটিল বিষয়; সামাজিক প্ৰপঞ্চ হিচাপে ই ৰাজনীতি, সমাজনীতি, অৰ্থনীতি আদি বহুতো বিষয়ৰ লগত ওতঃপ্ৰোত ভাবে জড়িত; আনহাতে মানৱ জীৱনৰ এক ব্যক্তিগত উপাদান হিচাপে মনস্তত্ত্বৰ লগত ইয়াৰ ঘনিষ্ঠ সম্পৰ্ক আছে। ধৰ্ম সম্পৰ্কে মাৰ্ক্সীয় মতবাদৰ বিতং বিৱৰণ এই প্ৰবন্ধৰ লক্ষ্য নহয় আৰু কম পৰিসৰৰ ভিতৰত ই সম্ভৱো নহয়। কাৰণ ব্যাপক অৰ্থত মাৰ্ক্সবাদ বুলিলে কেৱল মাৰ্ক্সৰ মতবাদকেই নুবুজায়। এই প্ৰবন্ধত আমি ধৰ্ম আৰু ঈশ্বৰ সম্পৰ্কে কেৱল মাৰ্ক্সৰ মতবাদ সমূহহে আলোচনা কৰিম।

* * *

কেৱল ধৰ্মৰ ক্ষেত্ৰতে নহয়, জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে একোজন মানুহৰ নিজস্ব মতবাদ গঢ়ি উঠে তেওঁ বাস কৰা পৰিবেশৰ ভিত্তিত। কোনো মানুহেই,—তেওঁ যিমানেই প্ৰতিভাশালী নহওক কিয়,—পৰিপাৰ্শ্বিকতাৰ প্ৰভাৱৰ পৰা মুক্ত হৈ

থাকিব লোৱাকে—আৰু মাৰ্ক্সো ইয়াৰ ব্যতিক্ৰম নাছিল। গতিকে ধৰ্ম আৰু ঈশ্বৰ সম্পৰ্কে মাৰ্ক্সৰ মতবাদ সমূহ আলোচনা কৰিব খুজিলে তেওঁৰ জীৱনৰ, বিশেষকৈ তেওঁৰ বাল্যকালৰ, পৰিবাৰিক আৰু সামাজিক পৰিবেশৰ প্ৰতি আমি প্ৰথমে মনোনিবেশ কৰিব লাগিব।

মাৰ্ক্স্ জাতত আছিল খৃষ্টান; কিন্তু তেওঁৰ দেউতাক হেইনৰিখ মাৰ্ক্সৰ আকৌ জন্ম হৈছিল এজন ইহুদী সন্তান হিচাপেহে। মাৰ্ক্স্ পৰিয়ালটো জাৰ্মানীৰ ৰাইনলেণ্ড নামৰ এটা অঞ্চলৰ অধিবাসী আছিল আৰু কেইবা পুৰুষো ধৰি তেওঁলোকৰ জীৱিকাৰ ঘাই অৱলম্বন আছিল আইন। আন দহজন ইহুদীৰ দৰে হেইনৰিখ মাৰ্ক্সো প্ৰতিবেশী খৃষ্টানসকলৰ বিদ্বেষৰ মাজত লালিত হৈছিল। তেওঁ নিজেও এজন আইনজ্ঞ আছিল ; কিন্তু ১৮১৬ চনত কিছুমান ইহুদী বিৰোধী আইন প্ৰণয়ন হোৱাত তেওঁ ওকালতিৰ কাম ত্যাগ কৰিব লগাত পৰে। গতিকে জীৱিকা নিৰ্বাহৰ উপায় বিচাৰি ১৮১৭ চনত তেওঁ হঠাতে খৃষ্টান ধৰ্মত দীক্ষা লয়। এই ঘটনাৰ এবছৰৰ পিচত তেওঁৰ প্ৰথম পুত্ৰ মাৰ্ক্সে জন্ম গ্ৰহণ কৰে। দীক্ষান্তৰিত লোকসকল সাধাৰণতে নানা তৰহৰ ধৰ্মীয় অশান্তিৰ বলি হয়; কিছুমান অতিশয় ধৰ্মভাৱাপন্ন হৈ পৰে; কিছুমানক আকৌ ধৰ্ম-দ্বেষী হৈ উঠাহে দেখা যায়। হেইনৰিখ মাৰ্ক্স্ অৱশ্যে ধৰ্মীয় মানসিকতাৰ এই জটিলতা সমূহৰ পৰা মুক্ত আছিল। তেওঁ আছিল এজন ডেইষ্ট ( deist ) আৰু ভল্টেয়াৰৰ একান্ত অনুগামী। আনহাতে পিতৃৰ ধৰ্মান্তৰে মাৰ্ক্সক ধৰ্ম বিষয়ত সৰুৰে পৰা তীক্ষ্ণভাবে অনুভূতি প্ৰৱণ কৰি তুলিছিল ; তেওঁৰ কথা বতৰা আৰু আচাৰ-ব্যৱহাৰত ধৰ্মৰ প্ৰতি, বিশেষকৈ ইহুদী ধৰ্মৰ প্ৰতি, এক বীতৰাগৰ মনোভাৱ ফুটি উঠিছিল।

১৮৩০ চনত মাৰ্ক্সে তেওঁৰ জন্মস্থান ত্ৰিয়েৰৰ এখন স্কুলত নাম লগায়। স্কুলখনৰ প্ৰধান শিক্ষক হুগো ভীটেনবাখ মাৰ্ক্স'

পৰিয়ালটোৰ এজন বন্ধু আছিল। তীটেনবাথ আছিল এজন বিপ্লৱী ধৰণৰ লোক আৰু তেওঁৰ বৈপ্লৱিক কাৰ্য্যসমূহৰ বাবে চৰকাৰে তেওঁৰ ওপৰত চোকা নজৰ ৰাখিছিল। মাৰ্ক্সৰ ধৰ্ম বিষয়ক শিক্ষকজনৰ নাম আছিল যোচেফ কুপাৰ। ধৰ্মবিষয়ত তেওঁৰ কোনো গোড়ামি নাছিল; মাৰ্ক্সৰ দেউতাকৰ দৰে তেওঁ আছিল এজন ডেইষ্ট; নৰৰূপী ঈশ্বৰ তেওঁ বিশ্বাস নকৰিছিল। মাৰ্ক্সৰ বুৰঞ্জীৰ শিক্ষকগৰাকী আছিল আকৌ এজন নাস্তিক আৰু জড়বাদৰ একান্ত ভক্ত। এনে পৰিবেশত মাৰ্ক্সৰ মন জড়বাদৰ ফালে ঢাল খোৱা স্বাভাৱিক। ছাত্ৰাৱস্থাত ধৰ্মৰ বিষয়ে তেওঁ লেখা এখন ৰচনাত ইয়াৰ উমান পোৱা যায়। ৰচনাখন কিশোৰ মনৰ ভাৱবাদী উচ্ছাসেৰে পৰিপূৰ্ণ আছিল, যদিও তাত ধৰ্মীয় গোড়ামি বা নৰাকৃতিবাদৰ চিন-মোকাম নাছিল।

মাৰ্ক্সৰ ধৰ্মবিৰোধী মনোভাৱ বঢ়াই তুলিলে বাৰ্লিন বিশ্ব-বিদ্যালয়ে। স্কুলীয়া শিক্ষা সাং কৰি বন্ বিশ্ববিদ্যালয়ত কেইমাহমান পঢ়াৰ পিছত পৰিয়ালৰ ঐতিহ্য অনুযায়ী এজন আইনজ্ঞ হোৱাৰ আশাত মাৰ্ক্সে বাৰ্লিন বিশ্ববিদ্যালয়ৰ আইন বিভাগত নাম লগায়। সেই সময়ত হেগেল আছিল জাৰ্মানীৰ বৌদ্ধিক জগতৰ শিৰোমণি-স্বৰূপ। মাৰ্ক্স বিশ্ববিদ্যালয়ত ভৰ্তি হোৱাৰ কেইবছৰমান আগতে হেগেলৰ মৃত্যু ঘটিছিল; কিন্তু জাৰ্মান বিশ্ববিদ্যালয়ৰ পৰা তেওঁৰ প্ৰভাৱ তেতিয়াও আঁতৰা নাছিল। বিশেষকৈ হেগেলৰ শেষ জীৱনৰ কৰ্মস্থান বাৰ্লিন বিশ্ববিদ্যালয় আছিল হেগেলীয় দৰ্শনৰ স্নায়ু-কেন্দ্ৰ। গতিকে স্বভাৱতেই তৎকালীন জাৰ্মানীৰ প্ৰতিজন বুদ্ধি-জীৱীৰ দৰেই ডেকা মাৰ্ক্সৰ মনো হেগেলীয় দৰ্শনৰ কুঁৱলীৰে আচ্ছন্ন হৈ আছিল। পিচ বয়সত মাৰ্ক্সে হেগেলৰ ভাৱবাদী দৰ্শনৰ কঠোৰ সমালোচনা কৰিছিল যদিও হেগেলৰ প্ৰভাৱৰ পৰা তেওঁ মুক্ত নাছিল। মাৰ্ক্সৰ বৌদ্ধিক জীৱনত হেগেলৰ প্ৰভাৱ লক্ষ্য কৰি বাট্ৰেণ্ড ৰাছেল, আৰ. চি. টাকাৰ, চিড্নী হুক

আনিয়ে হেগেল অবিহনে মাৰ্ক্সবাদ অচিন্তনীয় বুলিয়েই কব খোজে। হঠকাৰিতাৰ গোন্ধ থাকিলেও এনে মন্তব্যই মাৰ্ক্সৰ প্ৰতিভাক অবশ্যে হেয় নকৰে। কাৰণ শূণ্যতা চিন্তাৰ জননী নহয়; মৌলিক চিন্তাৰ সমস্ত দেউল গঢ়ি উঠে পূৰ্বসুৰী সকলৰ ধ্যান-ধাৰণাৰ ভিত্তিতেই।

সি যি কি নহওক, মাৰ্ক্সৰ ধৰ্মীয় দৰ্শনৰ বিকাশত হেগেলৰ পৰোক্ষ ছাপ আমি দেখা পাওঁ।

o o o

হেগেল আছিল এজন বিশ্বকোষিক জ্ঞানসম্পন্ন পণ্ডিত, আৰু ভাৱবাদী দাৰ্শনিক। আপাত দৃষ্টিত নিৰীহ যেন লাগিলেও তেওঁ জটিলতাপূৰ্ণ বিৰাট পদ্ধতিৰ মাজত বহুতো বৈপ্লৱিক ধাৰণাৰ বীজ আছিল, আৰু মাৰ্ক্সে বাৰ্লিন বিশ্ববিদ্যালয়ত নাম লগোৱাৰ সময়ত বউৱাৰ ভ্ৰাতৃত্ৰয় (ব্ৰুনো, এডগাৰ আৰু এগবাৰ্ট) মাৰ্ক্স ষ্টাৰ্নাৰ, আৰ্নল্ড কজ আদি বামপন্থী তৰুণ হেগেলীয়সকলে (The young Hegelians) হেগেলৰ এই বৈপ্লৱিক ধাৰণা বিলাক নতুন প্ৰণালীৰে ব্যাখ্যা কৰাৰ চেষ্টাত আছিল। এই লোকসকলৰ সংগই মাৰ্ক্সৰ মন ক্ৰমান্বয়ে বস্তুবাদৰ ফালে ঢাল খুৱায়। সেই সময়ত জাৰ্মানীৰ বৌদ্ধিক জগতখন আছিল বিভিন্ন ন ন চিন্তাৰে সমৃদ্ধ। মাৰ্ক্সে বিশ্ববিদ্যালয়ত ছাত্ৰ হিচাপে সোমোৱাৰ ঠিক আগে আগে জাৰ্মান সমাজত আলোড়নৰ সৃষ্টি কৰিছিল ডেভিদ ষ্ট্ৰাউছ নামে এজন লোকে লেখা 'খৃষ্টৰ জীৱন' নামৰ এখন কিতাপে। কিতাপখন হেগেলীয় পদ্ধতিত লেখা হৈছিল। ইয়াত লেখকে বাইবেলৰ 'গছপেল' বিলাক অসত্য বুলি দাবী কৰিছিল। তেওঁ কৈছিল যে বাইবেলৰ কাহিনীবিলাকৰ কিছুমান বাস্তৱ অস্তিত্ব নাই; যিবিলাক অতীতৰ অতিকথাবিলাকৰ আলংকাৰিক ৰূপহে। ঊনৈশ শতিকাত গীৰ্জা আৰু প্ৰচলিত সমাজ ব্যৱস্থাৰ বিৰুদ্ধে জাৰ্মানীত বিদ্ৰোহৰ যি অগনি জ্বলি উঠিছিল, তাৰ প্ৰথম ইন্ধন এই কিতাপখনেই যোগাই বুলিব পাৰি।

কিতাপখনৰ আলম লৈ বউৱাৰ ভ্ৰাতৃত্ৰয়ৰ জ্যেষ্ঠ ভ্ৰাতৃ ব্ৰুনো বউৱাৰে (তেওঁ বার্লিন বিশ্ববিদ্যালয়ৰ ধর্মতত্ত্বৰ অধ্যাপক আছিল) খৃষ্টান ধৰ্মক কঠোৰভাৱে আক্ৰমণ কৰি কেইবাটাও প্ৰবন্ধ ৰচনা কৰে। প্ৰবন্ধকেইটাত তেওঁ স্বয়ং খৃষ্টৰ অস্তিত্বকে অস্বীকাৰ কৰিছিল; তেওঁ কৈছিল যে গছপেলবিলাক আন একে নহয়, সেইবিলাক কিছুমান সুবিধাবাদী লোকৰ ভাববাদী দৰ্শনৰ সাহিত্যিক প্ৰকাশ মাথোন।

ধৰ্ম আৰু ঈশ্বৰ সম্পৰ্কীয় এনে ধৰণৰ অভিনৱ চিন্তাবাজিয়ে তৰুণ মাৰ্ক্সৰ মন ইমান পুলকিত কৰি তুলিলে যে আইন অধ্যয়ন ত্যাগ কৰি দৰ্শনৰ বিভাগত তেওঁ নাম লগালে। মাত্ৰ তিনি সপ্তাহৰ ভিতৰতে তেওঁ হেগেলৰ বিপুল ৰচনাবাজি পঢ়ি শেষ কৰিলে আৰু এজন বামপন্থী তৰুণ হেগেলীয় হিচাপে ৰজা আৰু গীৰ্জা বিৰোধী, মুক্ত চিন্তাৰ একান্ত সমৰ্থক, এচাম মুষ্টিমেয় বিপ্লৱীৰে গঠিত 'ডক্টৰক্লাব' নামে এটা গোপন সস্থাত তেওঁ যোগ দিলে। এই সময়ত তেওঁ দেউতাকলৈ লেখা চিঠিবিলাক পঢ়িলে তেওঁৰ চিন্তাৰ ক্ৰম-পৰিবৰ্তন লক্ষ কৰিব পাৰি। "ভাববাদৰ পৰা আঁতৰি এতিয়া মই বাস্তৱত ভাৱৰ সন্ধান আৰম্ভ কৰিছোঁ। পূৰ্বে যদি দেৱতাবৃন্দই পৃথিবীৰ ঊৰ্ধ্বত বাস কৰিছিল, তেন্তে এতিয়া তেওঁলোক বাস কৰে পৃথিবীৰ কেন্দ্ৰত।"—তেওঁ লেখিছিল।

য়েনী ফন ভেষ্টফালেন নামৰ তেওঁৰ পৰবৰ্তী জীৱনৰ পত্নীৰ লগত হোৱা প্ৰণয়ৰ পৰিণামস্বৰূপে তেওঁৰ কাপৰ পৰা ওলোৱা সেই সময়ৰ কবিতাবিলাকতো স্বৰ্গৰ কল্পিত দেৱতাক ওফৰাই দি নিজেই দেৱত্ব লাভ কৰিব খোজা তেওঁৰ দৃঢ় আত্ম-প্ৰত্যয় প্ৰকাশ পাইছিল। তেওঁৰ এটা কবিতাত আমি পাওঁ,

Then I will wander God-like and victorious
Through the ruins of the worlds;

And giving my words an active force,
I will feel equal to the creator.

মাক্স'ৰ ধৰ্মীয় দৰ্শনে কেনেকৈ পূৰ্ণতা লাভ কৰিলে তাক জানিবলৈ হলে আমি হেগেলৰ ঈশ্বৰবাদ কিছু বুজি লব লাগিব।

• • • •

হেগেলে সমগ্ৰ জগত একক আৰু অখণ্ড বুলি গণ্য কৰিছিল। তেওঁৰ মতে জগতত 'সাৰবস্তু' ( substance ) মাত্ৰ এটা ; পদাৰ্থ, মন বা তাৰ পৰা উদ্ভূত সমস্ত গুণ এই সাৰবস্তুৰেই একোটা অংশ মাথোন। কিন্তু হেগেলৰ 'সাৰবস্তু' প্লটাইনছ, স্পিনজা বা আমাৰ দেশৰ বেদান্তবাদীসকলৰ দৰে সৰল নহয়। হেগেলৰ মতে সম্পৰ্ক-ৰহিত বিশুদ্ধ সত্তা জগতত নাই ( 'pure being and nothing are the same' ); বিশ্বজগতৰ সমস্তই সম্পৰ্কযুক্ত আৰু এই সম্পৰ্ক দ্বান্দ্বিক। জগতৰ প্ৰতিটো বস্তু, প্ৰতিটো ধাৰণা, প্ৰতিটো পৰিস্থিতিৰে ( ইংৰাজীত, প্ৰতিটো thesis ৰে ) এটা অন্তৰ্লীন দ্বন্দ্ব ( anti-thesis ) থাকে ; পিচত এই দুয়োটা একগোট হৈ আগতকৈ উন্নততৰ আৰু জটিলতৰ এটা অৱস্থাৰ ( synthesis ) সৃষ্টি কৰে, আৰু এইদৰেই জগতখন ক্ৰমান্বয়ে বিকাশৰ ফালে আগুৱাই যায়। জগতৰ জটিলতাপূৰ্ণ অখণ্ডতাক হেগেলে 'পৰম ভাৱ' ( Absolute Idea ) নাম দিছিল আৰু কোনো কোনো সময়ত তেওঁ এই 'পৰম'ক ভগৱানৰ লগত তুলনা কৰিছিল। হেগেলৰ মতে ভগৱান 'পৰম ভাৱ'ৰেই এক অসম্পূৰ্ণ প্ৰতীকী ৰূপ ; 'সেয়ে হেগেলৰ ভগৱান পূৰ্ণ নহয়, তেওঁৰ দ্বান্দ্বিক পদ্ধতিত সকলোৰে বিকাশ লাভ কৰাৰ দৰে হেগেলৰ ভগৱানো চিৰ বিকাশমান। এই ভগৱানে পূৰ্ণত্ব লাভ কৰে—অৰ্থাৎ 'পৰম'ৰ লগত মিলি যায়,—যেতিয়া তেওঁ নিজকে সম্পূৰ্ণকৈ উপলব্ধি কৰিব পাৰে, আৰু হেগেলৰ মতে ভগৱানৰ আত্মজ্ঞান স্বৰূপতে মানুহৰ আত্মজ্ঞানেই। মাক্স'ৰ নাস্তিকবাদ বুজিব খুজিলে ঈশ্বৰ সম্পৰ্কে হেগেলৰ এই ধাৰণাৰ প্ৰতি আমি বিশেষ ভাৱে মন দিয়া প্ৰয়োজন ; মানুহ আৰু ভগৱানৰ পাৰ্থক্য দুই কৰা নাছিল যদিও হেগেলে মানুহক কোনো কোনো

সমন্বত ভগৱান বুলিবেই কব খুজিছিল। ( "Man knows about God only in so for as God-in-man knows about himself. This knowledge is God's conciousness; but it is also God's knowledge of man, and this God's knowledge of man is man's knowledge of God. The spirit of man knowing God is only the spirit of God himself" )

বাইবেলত থকা মানুহৰ পতনৰ কাহিনী উল্লেখ কৰি হেগেলে কৈছিল যে মানুহৰ পতন স্বৰূপতে ভগৱানৰেই পতন আৰু নিজতে ঈশ্বৰক উপলব্ধি কৰিবলৈ মানুহে কৰা চেষ্টা প্ৰকৃততে ভগৱানে নিজক বুজিবলৈ কৰা চেষ্টাই। হেগেলৰ মতে উচ্চতম অৰ্থত মানুহ আৰু ভগৱান এক, কিন্তু সাধাৰণ অৱস্থাত ভগৱানে মানুহৰ পৰা নিজকে বিচ্ছিন্ন কৰি ৰাখে। 'পৰম'ৰ এই কৰ্তা-কৰ্ম সম্পৰ্কটোক হেগেলে ভগৱানৰ "আত্ম-বিচ্ছিন্নতা" ( self-estrangement বা self-alienation ) নামেৰে অভিহিত কৰিছিল। হেগেলে কৈছিল যে মানুহে সদায় নিজৰ তুচ্ছতা, নিজৰ ক্ষুদ্ৰতাৰ সীমা চেৰাই বিৰাট, অসীম হবলৈ বিচাৰে, আৰু ধৰ্মৰ মূল উদ্দেশ্যও এইটোৱেই। কিন্তু ভগৱানৰ আত্ম বিচ্ছিন্নতাৰ বাবে এই কাম হৈ নুঠে। ফলত মানুহে এক প্ৰকাৰৰ ধৰ্মীয় অশান্তি ভোগ কৰিবলগীয়া হয়। হেগেলে মানুহৰ এই অশান্তিময় মানসিক অৱস্থাটোৰ নাম থৈছিল 'অসুখী চেতনা' (unhappy conciousress), আৰু তেওঁৰ মতে সকলো প্ৰকাৰৰ ধৰ্মীয় অভিজ্ঞতাৰ ই এক অপৰিহাৰ্য পৰিণাম। মানুহে ভগ-ৱানক নিজৰ পৰা বিচ্ছিন্ন বুলি যিমানেই গণ্য কৰে, তেওঁৰ ধৰ্মীয় অশান্তিও সিমানেই বৃদ্ধি পায়। সেইবাবেই, ভগৱান আৰু তেওঁৰ ৰাজ্য মানুহ আৰু ইহজগতৰ পৰা পৃথক বুলি প্ৰচাৰ কৰি মানুহৰ ধৰ্মীয় অশান্তি বৃদ্ধি কৰাৰ অপৰাধত হেগেলে খৃষ্ট আৰু খৃষ্টান ধৰ্মক কঠোৰ ভাবে সমালোচনা কৰিছিল।

•   •   •   •

মানুহ ভগৱানৰ এটা বিচ্ছিন্ন ৰূপ—এই হেগেলীয় ধাৰণাৰ মাজত বস্তুবাদী দৰ্শনত ন-কৈ দীক্ষিত হোৱা মাৰ্ক্সে নাস্তিকতাৰ বীজ দেখা পাইছিল। তেওঁ হেগেলক এজন নাস্তিক আৰু খৃষ্ট-বিৰোধী লোক বুলি সোৎসাহে ঘোষণা কৰিলে, আৰু ব্ৰুনো বাউ-বাৰৰ সৈতে লগ লাগি হেগেল সম্পৰ্কে এখন ঈশ্বৰ বিৰোধী ৰচনাও তেওঁ প্ৰকাশ কৰিলে ( দি ট্ৰাম্পেট অব দি লাষ্ট জাজমেণ্ট অ'ভাৰ হেগেল, দি এথেইষ্ট এণ্ড 'এণ্টিক্ৰাইষ্ট' )। ধৰ্ম বিৰোধী আৰু ৰাষ্ট্ৰৰ সমস্ত নিয়ম ধ্বংসকাৰী হেগেল'—এনে শীৰ্ষক আৰু এখন ৰচনা প্ৰকাশ কৰিবলৈও তেওঁলোকে স্থিৰ কৰিছিল। কিন্তু উদ্দেশ্য সফল নহ'ল, কাৰণ প্ৰকাশিত ৰচনা খনত লেখকৰ নাম নাছিল যদিও, বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই লেখকদ্বয়ৰ নাম কিবা উপায়েৰে জানিব পাৰিলে। ফলস্বৰূপে বাউৱাৰ অধ্যাপক পদৰ পৰা বহিস্কৃত হব লগা হ'ল। মাৰ্ক্সে অৱশ্যে শাস্তিৰ পৰা হাত সাৰিলে, কাৰণ ৰচনাখন লেখাত তেওঁ বাউৱাৰৰ সহযোগিতা কৰিছিল নে নাই, তাৰ উপযুক্ত প্ৰমাণ কৰ্তৃপক্ষই পোৱা নাছিল।

১৮৪০ চনত মাৰ্ক্সে এখন নাস্তিক ধৰণৰ কিতাপ লেখি উলিয়ায় আৰু মতামতৰ বাবে বাউৱাৰলৈ পঠিয়াই দিয়ে। কিতাপখনে অৱশ্যে প্ৰকাশৰ পোহৰ দেখা নাপালে। কে. ফিশ্বাৰ নামে এজন ধৰ্মতাত্ত্বিকে লেখা 'দি আইডিয়া অব ডিভাইনিটি' শীৰ্ষক এখন গ্ৰন্থৰ সমালোচনা কৰি এখন ব্যঙ্গ পুথি লেখাৰো তেওঁ মনস্থ কৰিছিল; কিন্তু কিতাপখন লেখা হৈ নুঠিল। এই কালছোৱাত মাৰ্ক্স আৰু ব্ৰুনো বাউৱাৰ—দুয়োৰে ধৰ্মবিৰোধী উৎসাহ ইমান বৃদ্ধি পাইছিল যে তেওঁলোকে নাস্তিকতা সম্পৰ্কীয় পুথি-পাজি বিলাকৰ এটা দপ্তৰ ( atheistic archive ) পৰ্যন্ত খুলিবলৈ মনস্থ কৰিছিল। তেওঁলোকৰ এনে কাৰ্য দেখা পাই তেওঁলোকৰ বন্ধু আৰ্নল্ড ৰুজে কৈছিল, "ব্ৰুনো বাউৱাৰ আৰু কাৰ্ল মাৰ্ক্সে..............নাস্তিকতাক তেওঁলোকৰ শ্লোগান কৰি লৈছে; ঈশ্বৰ, ধৰ্ম, অমৰত্ব আদিক

সিংহাসনচ্যুত কৰি তেওঁলোকে ভগৱান বুলি ঘোষণা কৰিবলৈ লৈছে মানুহক।" জৰ্জ যুঙ নামে আন এজন বামপন্থী হেগেলীয়ই লেখিছিল, "আটাইতকৈ অনৈতিক ধৰ্ম যদি কিবা আছে, তেন্তে সি হ'ল, অন্ততঃ মাৰ্ক্সৰ মতে, খৃষ্টান ধৰ্ম।"

এনে এক মানসিক পৰিস্থিতিৰ ভিতৰত ১৮৪১ চনত মাৰ্ক্সে ডক্টৰেট উপাধিৰ বাবে লেখা গৱেষণা গ্ৰন্থখন সম্পূৰ্ণ কৰে। প্ৰাচীন গ্ৰীচৰ জড়বাদী দাৰ্শনিক ডেমা'ক্ৰিটাছ আৰু তেওঁৰ শিষ্য এপিকিউৰাছৰ দৰ্শনৰ তুলনামূলক অধ্যয়ন তেওঁৰ গৱেষণাৰ বিষয় আছিল। এই গ্ৰন্থখনতো তেওঁৰ নাস্তিক মনোভাব ফুটি উঠিছিল আৰু ধৰ্ম-বিষয়ত গোড়া বাৰ্লিন বিশ্ববিদ্যালয়ে এনে এটা বিষয়ত তেওঁক-ডক্টৰেট নিদিব বুলি সন্দেহ হোৱাত তেওঁ গবেষণা গ্ৰন্থখন দাখিল কৰিছিল 'য়েনা বিশ্ববিদ্যালয়' নামে এটা নাতিখ্যাত বিদ্যালয়ত। দাৰ্শনিক পুথি হিচাপে গ্ৰন্থখনৰ বিশেষ মূল্য নাথাকিলেও কোনো কৰ্তৃত্বৰ বশীভূত হব নোখোজা তেওঁৰ প্ৰমেথিউছ সদৃশ দৃঢ় চৰিত্ৰ গ্ৰন্থখনত, বিশেষকৈ ইয়াৰ পাতনিত প্ৰকাশ পাইছিল।

এইদৰে ছাব্বিশ বছৰ বয়সতে মাৰ্ক্স বস্তুবাদ আৰু নাস্তিকতাৰ এজন ঘোৰ সমৰ্থক হৈ উঠিল; দেৱতাসকলক মানুহৰ শাৰীলৈ, স্বৰ্গক পৃথিবীলৈ নমাই অনাৰ 'নাৰকীয়' অভিযানত তেওঁ যোগ দিলে। কিন্তু ভাববাদী দৰ্শনৰ আক্ৰমণৰ পৰা নাস্তিকতাক ৰক্ষা কৰিবলৈ তেতিয়ালৈকে তেওঁ উপযুক্ত অস্ত্ৰ বিচাৰি পোৱা নাছিল। মানুহৰ বিষয় বস্তু যে মানুহহে হোৱা উচিত, ঈশ্বৰ নহয়; আমি সুখৰ কৰি তুলিবলৈ চেষ্টা কৰা উচিত আমি বাস কৰা জগতখনকহে, এখন কাল্পনিক পাৰলৌকিক জগতক নহয়;—এই কথাত তেওঁৰ বিন্দু মাত্ৰ সন্দেহ নাছিল। কিন্তু ঈশ্বৰ যদি সচাঁকৈয়ে এটা কাল্পনিক সত্তাহে, তেনেহলে ঈশ্বৰৰ অস্তিত্বৰ ওপৰত বিশ্বাস মানুহেনো ত্যাগ নকৰে কিয়, বহুযুগৰ আগতে ভয় আৰু অজ্ঞতাৰ পৰিণাম স্বৰূপে আদিম মানৱৰ সবল মনত উদ্ভৱ হোৱা ধৰ্মই মানুহৰ মনত আজিও

এক সৰ্ব প্ৰাসী প্ৰভাৱ বাখিব পাৰিছে কেনেকৈ—এনেবিলাক প্ৰশ্নৰ উপযুক্ত সমিধান তেওঁ পোৱা নাছিল ।

০ ০ ০

এই প্ৰশ্ন বিলাকৰ উত্তৰৰ তেওঁ আভাস পালে তেওঁৰ প্ৰায় সমসাময়িক আন এজন দাৰ্শনিকৰ লেখনিত। এই দাৰ্শনিক জনৰ নাম হ'ল লাডৱীগ ফয়েৰবাখ্। পৃথিৱীৰ বৌদ্ধিক ইতিহাস অধ্যয়ন কৰিলে মাজে মাজে এনে কিছুমান সৌভাগ্যশালী লোক পোৱা যায় যিসকল নিজে খুব প্ৰতিভাধৰ নহলেও সমকালীন কোনো মনীষীক তেওঁলোকে অতিকৈ প্ৰভাৱিত কৰে আৰু তাৰ দ্বাৰা নিজেও অমৰ হৈ ৰয়। ফয়েৰবাখো আছিল এনে এজন দাৰ্শনিক। মৌলিক চিন্তানায়ক হিচাপে দৰ্শনজগতলৈ ফয়েৰবাখৰ অৱদান বেছি নহয়; কিন্তু কেতবোৰ নতুন ধাৰণাৰে মাৰ্ক্সক উদ্বুদ্ধ কৰা এজন লোক হিচাপে দৰ্শনৰ বুৰঞ্জীত তেওঁ এখন স্বকীয়া আসন লাভ কৰিছে।

মাৰ্ক্সে তেওঁৰ গৱেষণা গ্ৰন্থখন সম্পূৰ্ণ কৰাৰ কেইমাহমান পিচতেই 'খৃষ্টান ধৰ্মৰ সাৰকথা' নামেৰে ফয়েৰবাখৰ এখন গ্ৰন্থ প্ৰকাশিত হয়। গ্ৰন্থখনত ফয়েৰবাখে খৃষ্টান ধৰ্মক আৰ্হি হিচাপে লৈ ধৰ্মৰ সমালোচনা কৰিছিল। ষ্ট্ৰাউছৰ 'খৃষ্টৰ জীৱন'ৰ দৰে এই গ্ৰন্থখনেও সমকালীন সমাজত বেছ চাঞ্চল্যৰ সৃষ্টি কৰিছিল, আৰু এনে গ্ৰন্থ প্ৰকাশ কৰাৰ 'অপৰাধ'ত ফয়েৰবাখ বাৰ্লিন বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ পদৰ পৰা বহিস্কৃত হবলগীয়া হৈছিল। ফয়েৰবাখৰ এই গ্ৰন্থখন পঢ়ি মাৰ্ক্স ইমান উদ্বুদ্ধ হৈ পৰিল যে তেওঁ ফয়েৰবাখক 'আমাৰ যুগৰ পাপ মোচনকাৰী' ( purgatory of our time ) বুলি অভিহিত কৰিলে। তেওঁ কলে যে আমি সত্য আৰু ন্যায়ৰ পথত উপনীত হব পাৰিম এই 'অগ্নিময় নিজৰা'টিৰে ভ্ৰমণ কৰিলেহে। ( জাৰ্মান ভাষাত ফয়েৰবাখৰ অৰ্থ হ'ল—'অগ্নিময় নিজৰা' ) 'লাডৱীগ ফয়েৰবাখ আৰু ধ্ৰুপদী জাৰ্মান দৰ্শনৰ সমাপ্তি' নামৰ গ্ৰন্থখনত

ফ্ৰেডেৰিখ এংগেলচে বামপন্থী তৰুণ হেগেলীয়সকলৰ ওপৰত ফয়েৰবাখৰ প্ৰভাৱ প্ৰাঞ্জল ভাষাৰে এইদৰে বৰ্ণনা কৰিছে, 'মোহ ভাঙিল ; ( হেগেলীয় ) পদ্ধতিৰ বিস্ফোৰণ ঘটিল ;···আমি সকলো ফয়েৰবাখীয় হৈ পৰিলো।'

এতিয়া, মাৰ্ক্স আৰু তেওঁৰ সহযোগীসকলক এনেদৰে অনুপ্ৰাণিত কৰা ফয়েৰবাখৰ ধৰ্মীয় দৰ্শনটো কি ?

'খৃষ্টান ধৰ্মৰ সাৰকথা'ত ফয়েৰবাখে ঈশ্বৰ সম্পৰ্কে এটা নতুন তত্ত্ব প্ৰচাৰ কৰিছিল। ধৰ্মীয় দৰ্শনৰ বুৰঞ্জীত ই "বিচ্ছিন্নতা তত্ত্ব" নামে জনাজাত। ভগৱানৰ লগত মানুহৰ আত্মীয়তা স্থাপনৰ চেষ্টা হেগেলৰ দৰ্শনত আছিল বুলি আমি পূৰ্বেই উল্লেখ কৰিছোঁ। হেগেলৰ দৰ্শনত মানুহ আছিল 'পৰম ভাৱ'ৰ প্ৰক্ষেপ,—আত্মবিচ্ছিন্ন ঈশ্বৰ। ফয়েৰবাখে হেগেলৰ সমস্ত পদ্ধতিটো ওভোটাই তাক এক জড়বাদী দৰ্শনত পৰিণত কৰিবলৈ চেষ্টা কৰিলে। ( "হেগেল মূৰৰ ওপৰত থিয় হৈ আছিল, মই তেওঁক ভৰিৰ ওপৰত থিয় কৰালে—বুলি মাৰ্ক্সে কৈছিল যদিও তেওঁৰ পূৰ্বে এই চেষ্টা চলাইছিল ফয়েৰবাখে। ) ফয়েৰবাখে প্ৰচাৰ কৰিলে যে ভাৱ-জগত বুলি এখন স্বকীয়া জগত নাই, আমি দেখা এই ইন্দ্ৰিয়গ্ৰাহ্য জড় জগতখনেই হৈছে সঁচা জগত। 'সত্তা ভাৱৰ পৰা উৎপত্তি হয়'—এই হেগেলীয় উক্তি অসত্য, আচলতে ভাৱহে সত্তাৰ উৎপাদন। ভাৱ সত্তাৰ বহতীয়া, কাৰণ ভাবিবৰ বাবেও এটা সবল, সুস্থ জড়দেহৰ প্ৰয়োজন। হেগেলে স্বৰ্গৰ পৰা মৰ্ত্যলৈ অহাৰ চেষ্টা কৰিছিল ; ফয়েৰবাখে মৰ্ত্যৰ পৰা স্বৰ্গলৈ যোৱাৰ চেষ্টা চলালে। হেগেলৰ দৰ্শনত মানুহ আছিল আত্ম-বিচ্ছিন্ন ঈশ্বৰ ; ফয়েৰবাখে ইয়াক ওভোটাই পেলালে,—তেওঁৰ দৰ্শনত ঈশ্বৰহে আত্ম-বিচ্ছিন্ন মানুহ হৈ পৰিল। ভাৱবাদী হেগেলে মানুহক ঈশ্বৰৰ এটা বিচ্ছিন্ন ৰূপ বুলি কৈছিল। জড়বাদী ফয়েৰবাখে কলে যে আচলতে ঈশ্বৰ নামৰ কোনো সত্তাই নাই ; মানুহ ঈশ্বৰৰ নহয়, ঈশ্বৰহে মানুহৰ এটা কাল্পনিক বিচ্ছিন্ন

ৰূপ। 'খৃষ্টান ধৰ্মৰ সাৰকথা'ত তেওঁ সগৌৰৱে প্ৰচাৰ কৰিলে, 'মানুহেই হ'ল ব্যক্ত ঈশ্বৰ; মানুহতেই ৰূপান্বিত আৰু বিকশিত হয় স্বৰ্গীয় সাৰমৰ্ম।' ফয়েৰবাখৰ মতে, মানুহে নিজকে বস্তুভূত (objectify) কৰি নিজক এক নিখুঁত ৰূপত চাব খোজে আৰু নিজৰ সেই নিখুঁত ৰূপটোকে ঈশ্বৰ বুলি কল্পনা কৰে। ফয়েৰবাখে নানা ভাবাবে তেওঁৰ এই মতবাদ 'খৃষ্টান ধৰ্মৰ সাৰকথা'ত উপ-স্থাপন কৰিছিল ('মানুহৰ ভাক্ত সত্তাই হ'ল ঈশ্বৰ,' 'ঈশ্বৰ হ'ল আত্ম-অপহৃত মানুহৰ উচ্চতম বস্তুময়তা,' 'ঈশ্বৰ আন একো নহয়, ই মানুহৰেই এটা আদৰ্শ ৰূপ,' ইত্যাদি)।

ফয়েৰবাখৰ মতে, ঈশ্বৰ আৰু স্বৰ্গ সত্য নহয়, সত্য হৈছে মানুহ আৰু পৃথিবীহে। মানুহ আৰু ঈশ্বৰৰ, বাস্তৱ জগত আৰু পাৰ-লৌকিক জগতৰ পাৰ্থক্য কাল্পনিক; দৰাচলতে ঈশ্বৰ মানুহৰেই, আৰু পাৰলৌকিক জগত বাস্তৱ জগতৰেই প্ৰতিচ্ছবি। হেগেল আছিল ভাববাদী; আনহাতে ফয়েৰবাখ আছিল জড়বাদী-মানৱতা-বাদী। মানুহৰ ওপৰত তেওঁ সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছিল। তেওঁ লেখিছিল, "এই নতুন দৰ্শনে মানুহক (মানুহৰ ভেঁটি হিচাপে প্ৰকৃতিকো) দৰ্শনৰ উচ্চতম আৰু বিশ্বজনীন বিষয় কৰি লয়; সেয়ে দৰ্শনকে ধৰি নৃতত্ত্বক ই এক বিশ্বজনীন বিজ্ঞান বুলি গণ্য কৰে।" ফয়েৰবাখৰ এই 'নৃতাত্ত্বিক বস্তুবাদ'ৰ (anthropological materialism) মতে, ধৰ্মতত্ত্বৰ গূঢ় ৰহস্য বুজিবলৈ হলে আমি প্ৰথমে মানৱ-জগতখন বিশ্লেষণ কৰিব লাগিব; মানৱ-জগতৰ বিজ্ঞান-সম্মত বিশ্লেষণৰ পিচত ধৰ্মতত্ত্বৰ ৰহস্য আপোনা আপুনি উন্মোচিত হৈ পৰে।

হেগেলৰ দৰ্শনত নিজৰ ওপৰত দেৱত্ব আৰোপ কৰিব খোজা মানুহে এসময়ত ঈশ্বৰত্ব লাভ কৰিব পাৰিছিল; কাৰণ হেগেলৰ মতে মানুহ আছিল আত্ম-বিচ্ছিন্ন ঈশ্বৰ। আনহাতে ফয়েৰবাখৰ দৰ্শনত মানুহৰ এই আত্ম-দৈৱীকৰণ প্ৰকৃত মানুহ হোৱাৰ পথত,

কৰলৈ গলে, এটা বাধাহে হৈ পৰিল ; কাৰণ ফয়েৰবাখৰ মতে মানুহৰ উদ্দেশ্য হোৱা উচিত এজন পূৰ্ণ মানৱ হোৱাহে, এজন কল্পিত ঈশ্বৰ হোৱা নহয়। গতিকে নিজকে নিজৰপৰা বিচ্ছিন্ন কৰাৰ প্ৰচেষ্টা মানুহে যেতিয়ালৈকে ত্যাগ নকৰে, তেতিয়ালৈকে তেওঁ পূৰ্ণ-মানৱত্ব লাভ কৰিব নোৱাৰে। ঈশ্বৰৰ ওপৰত (যি আত্ম-বিচ্ছিন্ন মানুহৰেই অন্য নাম) পূৰ্ণতা আৰোপ কৰিলে মানুহ নিজেই অসম্পূৰ্ণ হৈ থাকিব লাগিব। 'ঈশ্বৰৰ ওপৰত আস্থা ৰখা আৰু মানৱত্বৰ ওপৰত আস্থা ৰেকওৱা দুয়োটা একেই কথা, ঈশ্বৰক চহকী কৰা মানে নিজকে দুখীয়া কৰা।' ফয়েৰবাখৰ মতে মানুহ আৰু 'ঈশ্বৰ' নামৰ তেওঁৰ বিচ্ছিন্ন কাল্পনিক সত্তাটোৰ মাজত থকা প্ৰভেদ দূৰ কৰাই হ'ল ধৰ্মৰ প্ৰকৃত উদ্দেশ্য, আৰু এই কৰিব পাৰে কেৱল নাস্তিক লোকসকলেহে। আন ভাবাত, নাস্তিক লোকজনেই হৈছে পৃথিৱীৰ আটাইতকৈ ধৰ্মপ্ৰাণ লোক !

× × ×

ধৰ্ম আৰু ঈশ্বৰ সম্পৰ্কে ফয়েৰবাখৰ এই অভিনৱ মতবিলাকে মাৰ্ক্সৰ মনত গভীৰ সাঁচ বহুৱাইছিল ; কিন্তু ফয়েৰবাখৰ দৰ্শন তেওঁ সৰ্বান্তঃকৰণে গ্ৰহণ কৰিব পৰা নাছিল। ফয়েৰবাখ জড়বাদী আছিল যদিও তেওঁৰ জড়বাদ আছিল অধিবৈজ্ঞানিক ধৰণৰ আৰু ভাববাদী আদৰ্শেৰে আবৰা; বুদ্ধৰ দৰে নাস্তিকতাৰ ভিত্তিত এক নতুন ধৰ্ম তেওঁ স্থাপন কৰিব খুজিছিল। তেওঁৰ নতুন মানৱতাবাদী ধৰ্মৰ ভেটি আছিল প্ৰেম, সততা, বন্ধুত্ব ইত্যাদি। কিন্তু মাৰ্ক্সে কলে যে ধৰ্মীয় অনুভূতিৰ নিচিনাকৈ মানুহৰ নৈতিক গুণাৱলীও স্বয়ম্ভু নহয়, ইহঁতো সমাজৰেই উৎপাদন ; সামাজিক পৰিস্থিতিৰ মাজতে ইহঁতে গঢ় লয়। গতিকে সামাজিক পৰিস্থিতিবিলাক পৰিৱৰ্তন নকৰাকৈ কেৱল হৃদয়-পৰিৱৰ্তনৰ গুণগাণ কৰি পৃথিৱীত শান্তি আৰু সমাজবাদ প্ৰতিষ্ঠা কৰিব নোৱাৰি। দ্বিতীয়তে, সামাজিক ক্ৰিয়া কলাপ সম্পৰ্কে ফয়েৰবাখৰ জ্ঞান আছিল ধূসৰ। তেওঁৰ ধৰ্মীয় অনু-

ভূতি সম্পন্ন মানুহজন আছিল দৈনন্দিন ব্যৱহাৰিক জীৱনৰ লগত সম্পৰ্ক-ৰহিত এটা বিমূৰ্ত সত্তা। কিন্তু মাৰ্ক্সৰ মতে মানুহ এটা বিমূৰ্ত সত্তা,-এটা ভাব নহয়; মানুহ হৈছে এইখন সমাজতে বাস কৰা ইজনে সিজনৰ লগত নিগূঢ় সম্পৰ্কেৰে আবেষ্টিত, তেজ-মঙহ সম্পন্ন বাস্তৱ জগতৰ সঁচা মানুহ। গতিকে ধৰ্মৰ সমালোচনা হোৱা উচিত কিছুমান সঁচা মানুহৰ কাৰ্য-কলাপৰ সমালোচনা।

এনে ধৰণৰ কেতবোৰ ক্ৰুটিৰ বাবে মাৰ্ক্সে তেওঁৰ 'ফয়েৰবাখ সম্পৰ্কীয় এঘাৰটা প্ৰস্তাৱ'ত আৰু 'জাৰ্মান ভাবাদৰ্শ' প্ৰভৃতি গ্ৰন্থত ফয়েৰবাখক সমালোচনা কৰিছিল। তথাপি ফয়েৰবাখে দেখুওৱা মানুহৰ আত্ম-বিচ্ছিন্নতাৰ মূলতত্ত্ব তেওঁ গ্ৰহণ কৰিলে আৰু ধৰ্মৰ উপৰিও ৰাষ্ট্ৰ, পৰিয়াল, সামাজিক আৰু ৰাজনৈতিক জীৱন-ইত্যাদি নানা বিষয়ত এই তত্ত্ব তেওঁ প্ৰয়োগ কৰিলে।

ফয়েৰবাখে ভগৱানক মানুহৰ এটা বিচ্ছিন্ন সত্তা আৰু ধৰ্মীয় জগতখন বাস্তৱ জগতখনৰেই এটা প্ৰতিচ্ছবি বুলি কৈয়েই ক্ষান্ত আছিল, এই বিচ্ছিন্নতাৰ উৎস তেওঁ বিচৰা নাছিল বা বিচাৰিবলৈ চেষ্টাও কৰা নাছিল। মাৰ্ক্সে এই কাম সম্পাদন কৰিলে। তেওঁ কলে যে সমাজৰ এচামৰ ওপৰত আন এচামৰ উৎপীড়নেই হৈছে মানুহৰ এই আত্ম-বিচ্ছিন্নতাৰ উৎস। নিজৰ অজ্ঞতাৰ বাবে শোষক শ্ৰেণীটোৱে তেওঁলোকৰ ওপৰত চলোৱা প্ৰত্যক্ষ বা পৰোক্ষ নিষ্পেষণ সৰ্বহাৰাৰ বোধগম্য নহয়। গতিকে নিজৰ নিৰ্যাতন উপশমৰ বাবে তেওঁলোকে কল্পনা কৰিবলৈ বাধ্য হয় পৰম মঙ্গলময় এক স্বৰ্গীয় সত্তাৰ, আৰু চিৰশান্তিৰে পূৰ্ণ এখন স্বৰ্গীয় জগতৰ; ভগৱানৰ অপাৰ কৰুণাৰ আশা কৰি বাস্তৱ জগতখনৰ ৰূঢ়তাৰ কথা তেওঁ-লোকে পাহৰি থাকিবলৈ যত্ন কৰে। ইহজগতৰ দুখবিলাক পূৰ্ব-জন্মৰ কৰ্মফল আৰু ইহজগতৰ সকলো কষ্ট হাঁহিমুখে সহ্য যোৱাৰ পৰিণাম হৈছে মৃত্যুৰ পিচত এখন চিৰশান্তিময় নান্দনিক জগতত বসতি লাভ, এইবুলি কল্পনা কৰি তেওঁলোকে নিজ যন্ত্ৰণাৰ

উপশম ঘটায়। মার্ক্সৰ ভাষাত, ধৰ্ম হৈছে, ‘নিষ্পেষিতৰ হুমুনিয়াহ, হৃদয়হীন জগতৰ হৃদয়’; ‘যিসকলে প্ৰকৃত মানৱত্ব লাভ কৰা নাই বা কৰিও হেৰুৱাইছে, সেইসকল লোকৰ আত্মানুভূতি।’ অৱশ্যে ধৰ্ম কেৱল নিষ্পেষিতৰ হুমুনিয়াহ বা হৃদয়হীন জগতৰ হৃদয়েই নহয়, ই উত্তমহীন অৱস্থাৰ এটা উদ্যমো; ধৰ্মীয় দুৰ্দশা কেৱল মানৱীয় দুৰ্দশাৰ প্ৰতিফলনেই নহয়, ই তাৰ প্ৰতিবাদো।’ মাৰ্ক্সে কৈছিল যে ধৰ্মৰ জগতখন হৈছে বাস্তৱ জগতখনৰেই এটা বিকৃত, fantastic প্ৰতিবিম্ব, সৰ্ব-সাধাৰণৰ দুখৰ মাজত ইয়াৰ জন্ম। বিপ্লৱৰ ধ্বজা হৈ কেতিয়াবা দেখা দিলেও সমাজত স্থায়ী পৰিবৰ্তন আনিবলৈ ই অপাৰগ; কাৰণ ই বিপ্লৱ আনি খোজে ‘ওপৰৰ’ পৰা, মাটিৰ চেকা থকা সঁচা সমাজখনৰ পৰা নহয়। গতিকে সাময়িকভাবে বিপ্লৱৰ আলোড়ন তুলিলেও ই এটা সময়ত পুনৰ মানুহৰ অলীক শান্তিৰ আশ্ৰয় হবলৈ বাধ্য হয়। ধৰ্ম হ'ল ‘জনতাৰ আফিঙ’; নিষ্পেষণ আৰু নিৰ্যাতনৰ বিৰুদ্ধে মানুহৰ স্বাভাৱিক উদ্যম ই নষ্ট কৰে।

মাৰ্ক্সৰ মতে মানুহেহে ধৰ্মৰ সৃষ্টি কৰে, ধৰ্মই মানুহৰ সৃষ্টি নকৰে। কিন্তু ভাববাদী দৰ্শনে ধৰ্মকে মানৱ জগতৰ উৎস বুলি ধৰি লয় আৰু এইদৰে সমস্ত চিন্তা জগতখনকে ওভোটাই পেলায়। ধৰ্ম হৈছে ‘এক বিপৰ্যস্ত বিশ্ব-চৈতন্য, ( a reversed world conciousness ); বিশ্বৰ কোনোবা চুকত এটা নিখুঁত মানৱীয় সত্তা কল্পনা কৰি ইহজগতৰ মানৱীয় সাৰমৰ্ম ই নাইকিয়া কৰি পেলায়। গতিকে ইহ জগতত পূৰ্ণ মানৱত্ব বিচাৰিবলৈ হলে ধৰ্মৰ বিৰুদ্ধে সংগ্ৰাম কৰিব লাগিব। কিন্তু ধৰ্মৰ বিৰুদ্ধে সংগ্ৰাম কৰাৰ মানে হ'ল ওভোটা জগতখন ওভোটাই পেলোৱাৰ হকে যুদ্ধ কৰা; কাৰণ ধৰ্ম আন একো নহয়, ই সেই ওভোটা জগতখনৰ এটা আধ্যাত্মিক প্ৰলেপ, অভাৱগ্ৰস্ত জড় জগতখনৰ এক আদৰ্শীকৃত ক্ষতিপূৰণ।

মাৰ্ক্সৰ মতে, ধৰ্মৰ সমালোচনাই হৈছে সকলো সমস্যাৰ আৰম্ভণি; কাৰণ সমাজৰ শোষক শ্ৰেণীটোৱে শোষিত শ্ৰেণীটোৰ বিৰুদ্ধে কৰা ৰাজনৈতিক, সমাজনৈতিক, অৰ্থনৈতিক—সকলো প্ৰকাৰৰ ষড়্যন্ত্ৰৰ ধৰ্ম এটা আৱৰণ। ধৰ্মৰ সমালোচনাৰ ওপৰত মাৰ্ক্সে যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। তেওঁ কৈছিল যে ধৰ্মৰ সমালোচনাই মানুহক দুখ-দুৰ্গতিৰ মূল বিচাৰিবলৈ প্ৰেৰণা যোগায়; ধৰ্মৰ সমালোচনাৰ ফলত মানুহে 'স্বৰ্গ' নামৰ আচহুৰা ৰাজ্যখনৰ কল্পনা ত্যাগ কৰে আৰু ইহজগতত্তে সুখৰ সন্ধান আৰম্ভ কৰে। ধৰ্মৰ সমালোচনাই মানুহক এক মনোবল, এক আত্ম-শক্তি প্ৰদান কৰে; এক সৰ্বমংগলময় কাল্পনিক সত্তাৰ আশ্ৰয় ত্যাগ কৰি ই মানুহক নিজৰ ভৰিৰ ওপৰত থিয় হবলৈ শিকায়। ধৰ্মক মাৰ্ক্সে মানৱৰ হেকওৱা মানুহৰ চৌদিশে ঘূৰি ফুৰা এটা কল্পিত সূৰ্যৰ ( illusory sun ) লগত তুলনা কৰিছিল। তেওঁ কৈছিল যে ধৰ্মৰ সমালোচনাই মানুহক মোহমুক্ত কৰে আৰু নিজকে নিজৰ সূৰ্য হবলৈ মানুহক প্ৰেৰণা জগায়।

o o o

মাৰ্ক্সে প্ৰকৃতি আৰু মানুহৰ মাজত ভেদাভেদ ৰাখিব খোজা নাছিল। তেওঁৰ মতে, মানুহ হৈছে প্ৰকৃতিৰেই এটা অংশ, আৰু মানুহৰ কাৰ্য-কলাপ, আশা আকাংক্ষা—সকলোবিলাক প্ৰকৃতিতেই সীমাবদ্ধ। এই পৰিদৃশ্যমান, ঐন্দ্ৰিয়ক জগতখনেই হৈছে মানুহৰ সঁচা জগত; যিমানেই অতীন্দ্ৰিয় যেন নালাগক কিয়, মানুহৰ সমস্ত চিন্তা আৰু চেতনা পাৰিপাৰ্শ্বিকতাৰেই উৎপাদন। কোনো ঐশী সত্তাৰ এটা ত্ৰুটিপূৰ্ণ অংশ বুলি বা অতি-প্ৰাকৃতিক কিবা এটা বুলি মানুহক আমি গণ্য কৰা অনুচিত। চমুকৈ, মাৰ্ক্সে মানুহৰ প্ৰকৃতিকৰণ—বা যিটো প্ৰায় একেই কথা, প্ৰকৃতিৰ মানৱীয়কৰণ কৰিব খুজিছিল, আৰু সেইবাবেই তেওঁ তেওঁৰ এই মতবাদক কেতিয়াবা 'প্ৰকৃতিবাদী মানৱতাবাদ' ( naturalistic humanism ) বা

কেতিয়াবা 'মানৱতাবাদী প্ৰকৃতিবাদ' ( hamanistic naturatism ) আখ্যা দিছিল। মাৰ্ক্সৰ নাস্তিকতা তেওঁৰ এই মানৱতাবাদৰ এক স্বাভাবিক পৰিণতি। তেওঁ কৈছিল যে মানৱতাবাদ আৰু নাস্তিকতা অবিচ্ছেদ্য ; মানুহৰ চিন্তা যি কৰিব খোজে, ঈশ্বৰৰ চিন্তা তেওঁ বাদ দিব লাগিব ; মানৱীয় চিন্তাই ধৰ্মীয় চিন্তাক মনোজগতৰ পৰা খেদি পঠিয়ায়।

ঈশ্বৰৰ অস্তিত্ব সম্পৰ্কে টমাছ একুয়ানাছ প্ৰমুখ্যে মধ্যযুগীয় খৃষ্টান পণ্ডিতসকলে দিয়া প্ৰমাণবিলাক মাৰ্ক্সে ভ্ৰমাত্মক বুলি গণ্য কৰিছিল। তেওঁ কৈছিল যে সেইবিলাক ঈশ্বৰৰ অস্তিত্বৰ প্ৰমাণ নহয়, সেইবিলাক আচলতে ঈশ্বৰৰ অস্তিত্ববিহীনতাৰ আৰু মানৱীয় সাৰমৰ্মৰ অস্তিত্বৰহে প্ৰমাণ। ঈশ্বৰ সম্পৰ্কীয় আলোচনা মাৰ্ক্সৰ লেখনিত নিচেই তাকৰ ; কাৰণ মাৰ্ক্স ধৰ্মতাত্ত্বিক নাছিল, সামাজিক প্ৰয়োজনীয়তাৰ পৰিপ্ৰেক্ষিতহে তেওঁ এই আলোচনাবিলাক কৰিছিল। ঈশ্বৰৰ অস্তিত্ব সম্পৰ্কে তেওঁ কৰা আলোচনা পোৱা যায় তেওঁৰ বিপুল ৰচনা-ৰাজিৰ মাত্ৰ দুঠাইত—ডক্টৰেট উপাধিৰ বাবে লেখা গবেষণা-গ্ৰন্থখনত আৰু 'ব্যক্তিগত সম্পত্তি আৰু সাম্যবাদ' শীৰ্ষক—'১৮৪৪ চনৰ অৰ্থনীতি আৰু দৰ্শন বিষয়ক পাণ্ডুলিপি'ৰ অন্তৰ্গত এখন ৰচনাত। গবেষণা গ্ৰন্থখনত ঈশ্বৰৰ অস্তিত্ববিহীনতা সম্পৰ্কে তেওঁ যুক্তি উত্থাপন কৰিছিল প্ৰায় এনে ধৰণে : আমি জানো যে বিভিন্ন দেশৰ আৰু বিভিন্ন ধৰ্মৰ দেৱতাসকলৰ প্ৰকৃতি ভিন ভিন ; এটা জাতিৰ এজন দেৱতা আন এটা জাতিৰ বাবে অস্তিত্ববিহীন। মাৰ্ক্সৰ মতে একেটা কথাই ঈশ্বৰৰ ক্ষেত্ৰতো খাটে ; বিদেশত এজন দেৱতাৰ যি অৱস্থা, যুক্তিৰ জগতত ঈশ্বৰৰো তেনে অৱস্থা, অৰ্থাৎ যুক্তিৰ জগতত ঈশ্বৰৰ অস্তিত্ব নাই। দ্বিতীয়তে, 'ব্যক্তিগত সম্পত্তি আৰু সাম্যবাদ' নামৰ ৰচনাখনত 'বিশ্বখন কোনে সৃষ্টি কৰিলে ?'—এনে প্ৰশ্নৰ দ্বাৰা ঈশ্বৰৰ অস্তিত্ব প্ৰমাণ কৰিব খোজা প্ৰচেষ্টাটোকে তেওঁ অমূলক বুলি ঘোষণা কৰিছিল। ঈশ্বৎ

ৰহস্যময় ভাৱাৰে তেওঁ কৈছিল যে প্ৰকৃতিৰ অংশীভূত মানুহে আদিম কাৰণজাতীয় এনে প্ৰশ্ন উত্থাপন কৰাই সম্ভৱ নহয়, কাৰণ কাৰণ এনে প্ৰশ্নৰ দ্বাৰা প্ৰশ্নকৰ্তাই হয় নিজকে অস্তিত্ববিহীন বুলি ধৰি লব লাগিব, নহয় নিজকে প্ৰকৃতিৰ পৰা বিচ্ছিন্ন কৰি প্ৰশ্নটোকে নিমাত কৰি পেলাব লাগিব।

০ ০ ০

মাৰ্ক্সৰ নাস্তিকতা অস্তিত্ববাদীসকলৰ নাস্তিক দলটোৰ দৰে ব্যক্তিগত জীৱনৰ ব্যাখ্যাৰ পৰা উদ্ভূত নহয়, মাৰ্ক্সৰ নাস্তিকতা আছিল সামাজিক। মাৰ্ক্সে কৈছিল যে মানুহ এটা সামাজিক উৎপাদন; জীৱনৰ সৰহভাগ সমস্যাই স্বৰ্গীয় আৱৰণেৰে আবৃত হৈ থাকিলেও আচলতে ইয়াৰ প্ৰতিটো সমস্যা ইহজগতখনৰে ব্যৱহাৰিক সমস্যা; আৰু ব্যৱহাৰিক, সামাজিক জগতখনতে ধৰ্মীয় সমস্যাকে ধৰি জীৱনৰ সকলোবিলাক সমস্যাৰ মূলশিপা বিচাৰি উলিয়াব লাগিব। ১৮৪২ চনত 'ৰেইনিশ্চে ছেইটুং' ( Rheinische Zeitung ) নামৰ প্ৰতিদ্বন্দ্বী কাকতখনৰ সম্পাদক কাৰ্ল্ হাৰ্মচৰ বিৰুদ্ধে লেখা এটা প্ৰবন্ধত মাৰ্ক্সে ধৰ্মৰ সামাজিকতাৰ বিষয়ে প্ৰথম আলোচনা কৰিছিল। পিচলৈ তেওঁ এই বিষয়ে বিতংকৈ আলোচনা কৰে ১৮৪৪ চনত ইহুদীবিলাকৰ বিষয়ে লেখা এটা প্ৰবন্ধত। ব্ৰুনো বউৱাৰে প্ৰুছিয়া চৰকাৰৰ ইহুদী দমন নীতিৰ বিৰোধিতা কৰি লেখা প্ৰবন্ধসমূহৰ প্ৰত্যুত্তৰ স্বৰূপে মাৰ্ক্সে 'ইহুদী সমস্যাৰ সন্দৰ্ভত' নামৰ প্ৰবন্ধটো ৰচনা কৰে। বউৱাৰৰ কিছুমান যুক্তিৰ দুৰ্বলতালৈ আঙুলিয়াই দি তেওঁ ইয়াত কৈছিল যে কেৱল ধৰ্মৰ সম অধিকাৰেই মানুহৰ সকলো নিৰ্যাতনৰ অন্ত পেলাব নোৱাৰে। ধৰ্মৰ খাই শিপা-ডাল লুকাই আছে ৰাষ্ট্ৰৰ সামাজিক আৰু ৰাজনৈতিক শাসন ব্যৱস্থাত। গতিকে সামাজিক আৰু ৰাজনৈতিক ব্যৱস্থাৰ পৰিবৰ্ত্তন নকৰাকৈ কেৱল ধৰ্মমুক্তিয়ে মানুহক প্ৰকৃত মুক্তিৰ পথ দেখুৱাব বুলি আশা কৰা বৃথা। ধৰ্মৰ সম-অধিকাৰে মানুহক ধৰ্মীয় মুক্তিহে দিয়ে, ই

মানুহক ধৰ্মৰ প্ৰবাহৰ পৰা মুক্ত নকৰে। মাৰ্ক্সৰ মতে ধৰ্ম হৈছে ৰাষ্ট্ৰৰ এটা খুঁত আৰু এই খুঁতৰ উৎস আছে ৰাষ্ট্ৰৰ প্ৰকৃতিত। গতিকে ধৰ্মক সমালোচনা কৰি আমি ৰাষ্ট্ৰৰ এই খুঁত আঁতৰাব নোৱাৰোঁ; তাৰ বাবে ধৰ্ম-নিৰপেক্ষভাবে দেশৰ সমাজ ব্যৱস্থাৰ সমালোচনা আমি কৰিব লাগিব।

হেগেল আৰু ফয়েৰবাখৰপৰা বিচ্ছিন্নতাৰ ধাৰণা গ্ৰহণ কৰি মাৰ্ক্সে কৈছিল যে পুঁজিবাদী সমাজ-ব্যৱস্থাত মানুহে এটা দ্বৈত জীৱন-যাপন কৰিবলগীয়া হয়। ধৰ্মই যেনেকৈ মানুহৰ মানসিক জীৱন দুভাগ কৰি পেলায়, পুঁজিবাদী ব্যৱস্থাই মানুহৰ ব্যৱহাৰিক জীৱন দুভাগ কৰি পেলায়। এই ব্যৱস্থাই মানুহক মানুহৰ পৰা বিচ্ছিন্ন কৰে আৰু মানুহক এটা 'প্ৰজাতি সত্তা' ( species being ) হোৱাত বাধা জন্মায়। (প্ৰজাতিৰ একজন সভ্য বুলি নিজকে গণ্য কৰা এটা বিবেকসম্পন্ন প্ৰাণী হিচাপে অন্যান্য প্ৰাণীৰ লগত মানুহৰ পাৰ্থক্য দেখুৱাবলৈ ফয়েৰবাখে এই পৰিভাষাটো ব্যৱহাৰ কৰিছিল। মাৰ্ক্সৰ আগতীয়া লেখনিত এই পৰিভাষাৰ সঘন উল্লেখ আছে।) তাতোকৈ ডাঙৰ কথা, এই ব্যৱস্থাই শ্ৰমিকক নিজৰ শ্ৰমৰ পৰা বিচ্ছিন্ন কৰি পেলায়। ধৰ্মৰ ক্ষেত্ৰত নিজৰ মগজুৰ সৃষ্টিয়ে মানুহক যেনেকৈ শাসন কৰে, ঠিক তেনেকৈ পুঁজিবাদী জগতত শ্ৰমিকৰ হাতৰ সৃষ্টিয়ে তেওঁক শাসন কৰে। শ্ৰমিকৰ নিজৰ সৃষ্টি পুঁজিবাদীৰ হাতলৈ গৈ ধন আৰু অন্যান্য ব্যক্তিগত সম্পত্তিৰ ৰূপ ধৰি ফ্ৰাংকেষ্টাইনৰ দৰে পুনৰ শ্ৰমিকক নিৰ্যাতন কৰেগৈ। ধৰ্ম আৰু ব্যক্তিগত সম্পত্তিক মাৰ্ক্সে সমান্তৰাল বুলি গণ্য কৰিছিল। তেওঁ কৈছিল যে ধৰ্ম যেনেকৈ মানৱীয় সাৰবস্তুৰ তাত্বিক বিচ্ছিন্নতাৰ কাৰণ, তেনেকৈ ব্যক্তিগত সম্পত্তি হৈছে ইয়াৰ ব্যৱহাৰিক বিচ্ছিন্নতাৰ কাৰণ; এটাৰ বিলুপ্তিয়ে আনটোকো বিলুপ্ত কৰে।

ধৰ্মক মাৰ্ক্সে সমাজৰ অৰ্থনৈতিক পৰিস্থিতিৰ পৰা উদ্ভূত এটা উপ-প্ৰপঞ্চ ( epiphenomenon ) হিচাপে গণ্য কৰিছিল।

তেওঁ কৈছিল যে সমাজে মানুহক যেতিয়ালৈকে আৰ্থিক নিৰাপত্তা দিব নোৱাৰে, তেতিয়ালৈকে আনুভূতিক নিৰাপত্তা আৰু তাৰ অনু-সিদ্ধান্ত হিচাপে সৃষ্টি হোৱা স্বৰ্গ, ঈশ্বৰ আদি ধাৰণাৰ পৰা মানুহক মুক্ত কৰা অসম্ভৱ। ধৰ্মই মানুহক অলীক শান্তিৰহে যোগান ধৰে; গতিকে অলীক শান্তি ত্যাগ কৰি সঁচা শান্তি বিচাৰিব লাগিলে জীৱনৰ যিবিলাক ব্যৱহাৰিক পৰিস্থিতিয়ে অলীক শান্তিৰ সৃষ্টি কৰিছে, সেই পৰিস্থিতিবিলাক প্ৰথমে নিৰ্মূল কৰিব লাগিব ('The demand to give up the illusion about its condition is the demand to give up a condition which needs this illusion.')। আনভাৱে কবলৈ গলে, ধৰ্মৰ শিকলিৰ পৰা সমাজক মুক্ত কৰিব খুজিলে ব্যক্তিগত সম্পত্তিকে মুখ্য কৰি প্ৰচলিত সমাজে সৃষ্টি কৰা সকলো প্ৰকাৰৰ বিচ্ছিন্নতা আমি ত্যাগ কৰিব লাগিব আৰু এনে এক সমাজৰ সৃষ্টি কৰিব লাগিব য'ত সহযোগী ভ্ৰাতৃ মানুহ আৰু প্ৰকৃতিৰে সৈতে বান্ধ খাই থকা সম্পৰ্কবিলাক প্ৰতিজন মানুহেই ফটফটীয়াকৈ বুজি পায়। স্বাভাৱিকতে, এনে ব্যৱস্থা সম্ভৱ সাম্যবাদতহে, কাৰণ সাম্যবাদ হ'ল, "the positive trans cendence of private property, of human self-estrange ment, and therefore the real appropriation of the human essence by and for man.'

o o o

চমুকৈ এয়াই হ'ল মাৰ্ক্সৰ ধৰ্মীয় দৰ্শন। এই দৰ্শনৰ সত্যতা কিমান, ই পৰম সত্যৰ স্বাক্ষৰ বহন কৰিছেনে নাই, নে পৃথিবীৰ সৰহভাগ দৰ্শনৰ দৰে ইয়ো এক আংশিক সত্যহে,—এনেবিলাক পাণ্ডিত্যপূৰ্ণ বিচাৰৰ ভাৰ সুধী সমাজৰ ওপৰতহে; ই লেখকৰ বৌদ্ধিক আয়ত্তৰ বাহিৰত। কিন্তু মাৰ্ক্সৰ ধৰ্মীয় দৰ্শনে যে মানুহক বুদ্ধৰ 'আত্মদীপো ভৱ' বাণীৰ দৰে এক দৃঢ় আত্মবিশ্বাস,—ভুল কৰ্ত-ৃত্বক ওফৰাই পেলাব পৰা এক মনোবল, দুৰ্কপলীয়া এই প্ৰহটোত

বাস কৰা অধিবাসীসকলৰ বাবে কিবা এটা কৰাৰ এক প্ৰমেথিয়ান বাতুলতা প্ৰদান কৰে, ই অনস্বীকাৰ্য ; আৰু যুগ যুগ ধৰি ধৰ্মীয় কৰ্তৃত্বৰ শিকলিয়ে বান্ধি ৰখা আমাৰ এই দেশখনত যে এই গুণ-বিলাক দুখলগাকৈ প্ৰয়োজনীয় হৈ পৰিছে, এই কথাও কোনেও দুই কৰিব নোৱাৰে। এই জগতৰ সকলো ৰহস্য লুকাই আছে এই জগতখনতেই, আৰু এই জগতৰ সকলো ৰহস্যৰ সমাধানো আমি কৰিব লাগিব এই জগতখনতেই ;—আৰু এই কাম আমি কৰিব নোৱাৰাৰ কাৰণো নাই ; জগতত যদি ৰহস্য আছে, তেনেহলে ইয়াতে তাৰ সমাধানো আছে ; ক্ৰমবৰ্ধমান বৌদ্ধিক শক্তিৰে শক্তিমান মানুহৰ বাবে কোনো কামেই,—অন্ততঃ তাত্ত্বিকভাবে হলেও,—অসাধ্য নহয়। মাৰ্ক্সে এবাৰ লেখিছিল, 'ধৰ্মৰ সমালোচনাৰ অন্ত পৰে এই শিক্ষাত যে, মানুহেই হ'ল মানুহৰ পৰম সত্তা।' ধৰ্মকে মুখ্য কৰি সকলো প্ৰকাৰৰ ভ্ৰান্ত কৰ্তৃত্বৰ পৰা মুক্ত হৈ ইহ-জগতখনকে কল্পিত স্বৰ্গৰ নন্দন কানন কৰি তোলাই যদি আমাৰ উদ্দেশ্য হয়, তেনেহলে সুমধুৰ সঙ্গীতৰ এটা কলিৰ দৰে আমাৰ কাণত অহৰহ বাজি থকা উচিত—'মানুহেই মানুহৰ পৰম সত্তা'।

(১৯৭২)

# ॥ কস্মৈ দেৱায় ॥

"কস্মৈ দেৱায় হবিষা বিধেম"

ঋগ্বেদ ১০।১২১

আধুনিক যুগৰ যান্ত্ৰিক সভ্যতাই মানুহক কিছুমান নিষ্প্ৰাণ যন্ত্ৰত পৰিণত কৰিছে; বিজ্ঞানে কঢ়িয়াই অনা বস্তুবাদে মানুহৰ আধ্যাত্মিকতা হৰণ কৰি নিছে যাৰ ফলত মানুহ দিনে দিনে দুৰ্নীতি-পৰায়ণ, উচ্ছৃংখল হৈ যাবলৈ আৰম্ভ কৰিছে; মানুহ নৈতিক অধঃপতনৰ চূড়ান্ত সীমাত উপনীত হৈছেহি। মানৱ-জাতিৰ এনে এক সঙ্কটময় মুহূৰ্তত "উদাৰনৈতিক অৰ্থত ধৰ্ম এক বিৰাট সহায়ক হব পাৰে। চূৰ্ণীকৃত আৰু উন্মাদগ্ৰস্ত সমাজখনে পুনৰ নৰূপ পাব পাৰে যদিহে 'স্বৰ্গৰাজ্য প্ৰথমে সন্ধান কৰা'—বাইবেলৰ এই মন্ত্ৰক আমি তুচ্ছ নকৰোঁ। আত্মাৰ অসুখ নিৰাময় কৰিব পাৰি ধৰ্মৰ ঔষধিৰেহে" (ৰাধাকৃষ্ণন)

ধৰ্মই আমাৰ ল'ৰা-ছোৱালীহঁতক উপযুক্ত শিক্ষা দিয়াৰ পথা বিৰত কৰিছে; ধৰ্মই আমাক যুদ্ধৰ যাই কাৰণসমূহ নিৰ্মূল কৰাৰ পথা বিৰত কৰিছে; ধৰ্মই আমাক পাপ আৰু শাস্তিৰ ভয়ঙ্কৰ বিধানবিলাক আঁতৰাই বৈজ্ঞানিক নীতিশিক্ষা গ্ৰহণৰ বঞ্চিত কৰিছে; "হব পাৰে, মানৱজাতি এতিয়া এক সোণোৱালী যুগৰ দুৱাৰ দলিত থিয় হৈছেহি; যদি সেয়ে হয়, তেন্তে ইয়াৰ দুৱাৰত পহৰা দি থকা ড্ৰেগনটোক আমি প্ৰথমে হত্যা কৰিব লাগিব,—আৰু এই ড্ৰেগন হ'ল ধৰ্ম।" (বাট্ৰাণ্ড ৰাছেল)

ধৰ্মৰ সামাজিক ভূমিকা সম্পৰ্কে বৌদ্ধিক জগতত সম্প্ৰতি দপদপাই থকা প্ৰতিক্ৰিয়াশীল আৰু 'প্ৰগতিবাদী' শিবিৰ দুটাৰ

সংবাদ চমুকি এয়েই। এটা দলে ধৰ্মৰ বিলীয়মান আধিপত্যৰ কথা ভাবি বিলাপ কৰে, আনটোৱে ধৰ্মক বিনাশ কৰাৰ উদ্দাম অভিযান চলাই এক পাশৱিক আনন্দ পায়। এই দুই দলৰ উপৰিও অৱশ্যে আৰু এটা দল নোহোৱা নহয়; ধৰ্মৰ সামাজিক দিশটোক লৈ এওঁলোকৰ মূৰ-কামোৰণি নাই; নিতান্ত ব্যক্তিগত কিছুমান দুৰ্বোধ্য, অন্তৰ্লীণ যুক্তিৰ তাড়ণাত এওঁলোকে ধৰ্ম আৰু ঈশ্বৰক বিসৰ্জন দিয়ে আৰু এক কিৰ্কেগাৰ্ডীয় বিষাদ অনুভৱ কৰি আনন্দ লভে। অনৃত চেতনাৰ ( false consciousness ) দ্বাৰা চালিত এই দলবোৰে ব্যৱহাৰিক জীৱন আৰু ভাৱাদৰ্শৰ পাৰ্থক্য বুজি নাপায়; গতিকে ধৰ্ম প্ৰমুখ্যে ভাৱাদৰ্শবিলাকৰ পৰিবৰ্তনৰ যোগেদিয়েই সমাজৰ পৰিবৰ্তন সম্ভৱ বুলি ইহঁতে বিশ্বাস কৰে।

কিন্তু সমাজখন এবিধ বিজ্ঞান হিচাপে অধ্যয়ন কৰিবলৈ যি সকলে শিক্ষা পাইছে, তেওঁলোকে বুজে যে ধৰ্ম ব্যৱহাৰিক, বাস্তৱ জগতখনৰ কাৰণ নহয়, পৰিণতিহে। ধৰ্মৰ যোগেদি সমাজ পৰিবৰ্তন কৰিব নোৱাৰি, বৰং সমাজৰ পৰিবৰ্তনেহে ধৰ্মৰ ৰূপ যুগে যুগে সলনি কৰি থাকে। ধৰ্ম এটা ভাৱাদৰ্শ, সমাজৰ অৰ্থনৈতিক ভেঁটিৰ ওপৰত প্ৰতিষ্ঠিত ই এটা অভিসৌধ ( superstructure ); সামাজিক বিবৰ্তনৰ দিশ নিৰ্ধাৰক হিচাপে ইয়াৰ শক্তি সীমিত। গতিকে ধৰ্মৰ সংৰক্ষণৰ চেষ্টাই ধৰ্মক যেনেকৈ সবল নকৰে, তেনেকৈ ধৰ্মৰ বিৰুদ্ধে চলোৱা পোনপটীয়া আক্ৰমণে ধৰ্মক দুৰ্বলো নকৰে। ধৰ্মৰ বিজ্ঞানসম্মত আলোচনাত আধ্যাত্মিকতাৰ সুৰভি থাকিব নোৱাৰে; বৰং সমাজৰ যিবিলাক পুতিগন্ধ পৰিস্থিতিৰ পৰা সাৰ গ্ৰহণ কৰি ধৰ্মৰ মহীৰুহে ধৰ্মপ্ৰাণ ব্যক্তিসকলক তাৰ সুৰভি বিলায়, সেই পৰিস্থিতিবিলাকৰ ব্যাখ্যাহে ধৰ্মৰ প্ৰকৃত সমালোচনাত থাকিব লাগিব। ধৰ্মৰ আলোচনা আচলতে দেশৰ সামাজিক-অৰ্থনৈতিক পৰিস্থিতিবিলাকৰ আলোচনা।

যদি এই কথাই সত্য হয়, সামাজিক-অৰ্থনৈতিক পৰিস্থিতি-বিলাকৰ ত্ৰুটি-বিচ্যুতিবোৰ আঁতৰাই পেলালেই যদি ধৰ্মৰ দেউল আপোনা-আপুনি ঢলি পৰে, তেন্তে ধৰ্মৰ সুকীয়া আলোচনাৰনো প্ৰয়োজন কি? এই প্ৰশ্নৰ উত্তৰ হ'ল—জীৱনৰ বাস্তৱ, ব্যৱহাৰিক পৰিস্থিতিবিলাকেই ধৰ্ম প্ৰমুখ্যে ভাৱাদৰ্শসমূহৰ গৰ্ভবীজ সঁচা, কিন্তু পৰিণত অৱস্থাত জীৱনৰ ব্যৱহাৰিক পৰিস্থিতিবিলাকৰ ওপৰত ভাৱাদৰ্শৰো যথেষ্ট প্ৰতিক্ৰিয়া থাকে। সমাজৰ অৰ্থনৈতিক ভেঁটি,—আৰু ধৰ্ম, দৰ্শন, সাহিত্য, ৰাজনীতি প্ৰমুখ্যে ইয়াৰ অভি-সৌধবিলাকৰ মাজৰ সম্পৰ্ক দ্বান্দ্বিক; দুয়োৰে মাজত অবিৰাম সংঘৰ্ষ হৈ থাকে আৰু এই সংঘৰ্ষবিলকেই হ'ল সকলো প্ৰকাৰৰ সামাজিক বিৱৰ্তনৰ উৎস। সঁচা, অৰ্থনৈতিক শোষণেই বৌদ্ধ, খৃষ্টান, ইচলাম আদি ঐতিহাসিক ধৰ্মবিলাকৰ (প্ৰাথমিক ধৰ্মবিলাকৰ নহয়) জন্মদাত্ৰী, কিন্তু শাসক আৰু শোষকসকলে যোগোৱা আহাৰ বহুদিন ভক্ষণ কৰি ধৰ্ম যেতিয়া পুষ্ট হৈ উঠে, তেতিয়া জন্মদাত্ৰী মাতৃৰ ওপৰত ইয়াৰ নিৰ্ভৰশীলতা যথেষ্ট কমি আহে আৰু তেতিয়া ই সামাজিক বিৱৰ্তনৰ এটা কম-বেছি পৰিমাণে স্বাধীন-নিৰ্ধাৰক হৈ দেখা দিয়েহি। এই উক্তিয়ে ধৰ্মৰ উদ্ভাৱনত অৰ্থনীতিৰ গুৰুত্ব অৱহেলা নকৰে বা ধৰ্ম সামাজিক বিৱৰ্তনৰ মুখ্য নিয়ামক বুলিও ই ধৰি নলয়। ধৰ্ম সামাজিক বিৱৰ্তনৰ একমাত্ৰ অথবা মুখ্যতম দিশ নিৰ্ণায়ক নিশ্চয় নহয়, কিন্তু পৰিণত অৱস্থাত ইয়াৰো যে কিছু নিজা অৱদান থাকে, এই কথা দুই কৰা টান। উদাহৰণ স্বৰূপে, আমাৰ দেশৰ বিভিন্ন ধৰ্মৰ সম্প্ৰদায়-সমূহৰ মাজত থকা বিদ্বেষ বা মাজে মাজে হৈ থকা সংঘৰ্ষ-সমূহৰ লগত অৰ্থনীতিৰ পোনপটীয়া সম্পৰ্ক বিচাৰি উলিয়াব নোৱাৰি আৰু কেৱল অৰ্থনৈতিক দৃষ্টিকোণৰ পৰা সিহঁতৰ ব্যাখ্যা সম্ভৱো নহয়। তদুপৰি আধুনিক মনস্তত্ত্ববিদসকলে প্ৰিয়জনৰ বিচ্ছেদ, মৃত্যুভীতি, যুক্তি আৰু বিশ্বাসৰ সনাতন দ্বিধা (dicho-tomy) আদি ধৰ্মৰ যিবিলাক মনস্তাত্বিক পটভূমিকালৈ আঙু-

লিয়াইছে, সিইঁতৰ বিশ্লেষণৰ বাবেও কেৱল অৰ্থনৈতিক দৃষ্টি-কোণেই যথেষ্ট নহয়। সমাজৰ অৰ্থনৈতিক গাঁঠনি আৰু তাৰ ওপৰগাঁঠনিৰ সম্পৰ্ক এটা অট্টালিকা আৰু তাৰ ভেঁটিটোৰ দৰে ইমান সৰল আৰু যান্ত্ৰিক নহয়; গতিকে সমাজবাদৰ প্ৰতিষ্ঠাত ধৰ্মৰ স্বকীয়া আলোচনাৰো প্ৰয়োজন নিশ্চয় আছে।

উৎপাদন প্ৰণালী, বিতৰণ প্ৰথা আদি সলনি কৰি মানুহে নিজৰ প্ৰায় অজ্ঞাতে সামাজিক বিৱৰ্তনৰ ক্ষেত্ৰ তৈয়াৰ কৰে, আৰু সামাজিক বিৱৰ্তনৰ লগে লগে চৈতন্য জগতখনৰো পৰিৱৰ্তন ঘটে; সেইবুলি সামাজিক বিৱৰ্তনত চেতনাৰ কোনো ভূমিকাই নাই বুলি ভবাটো স্থূল বস্তুবাদীৰহে পৰিচায়ক। অৰ্থনৈতিক গাঁঠনিৰ পৰি-বৰ্তন নিঃসন্দেহে সমাজবাদ স্থাপনৰ মুখ্যতম প্ৰাক্-চৰ্ত; সেইবুলি কেৱল এই পৰিবৰ্তনেই প্ৰকৃতাৰ্থত সমাজবাদ গঢ়ি নোতোলে, তাৰ বাবে চৈতন্য জগতৰ পৰিবৰ্তন প্ৰচেষ্টাৰো সমানে প্ৰয়োজন। জীৱ-নৰ বাস্তৱ পৰিস্থিতিৰ সলনিৰ লগে লগে, সমাজবিজ্ঞানৰ কিছুমান বস্তুধৰ্মী নিয়ম অনুযায়ী, আমাৰ ব্যক্তিগত ইচ্ছা অনিচ্ছাৰ বিপ-ৰীতে,—প্ৰায় স্বতঃস্ফূৰ্তভাৱেই সমাজত বিপ্লৱৰ ক্ষেত্ৰ গঢ়ি উঠে সচাঁ, কিন্তু বুৰঞ্জীয়ে বিপ্লৱ নকৰে, মানুহৰ অবিহনে বুৰঞ্জীৰ অস্তিত্বই নাই (কাৰণ ইতৰ প্ৰাণীৰ সময় চেতনা নাই), বিপ্লৱ কৰে কিছুমান সচাঁ প্ৰাণবন্ত মানুহেহে। বাস্তৱ জগতত বিপ্লৱ সচাঁকৈয়ে সংঘটিত হোৱাৰ আগতে বিপ্লৱ আৰম্ভ হব লাগিব মানুহৰ চেতনাৰ জগতত। এক বিৰাট সামাজিক বিৱৰ্তনৰ ক্ষেত্ৰ আমাৰ দেশত ক্ৰমান্বয়ে তৈয়াৰ হৈ আহিব ধৰিছে যদিও, মানুহৰ চেতনাত ই এতিয়াও ভালদৰে প্ৰতিফলিত হোৱাগৈ নাই। গতিকে বহু শতিকাৰ কিছু-মান আওপুৰণি ভাৱাদৰ্শেৰেপূৰ্ণ আমাৰ দেশৰ জনসাধাৰণৰ মগজু প্ৰক্ষালনৰ বাবে প্ৰথমে প্ৰয়োজন এনে কিছুমান সাহিত্যৰ য'ত বিজ্ঞান-সম্মত সামাজিক তত্ত্ববিলাকৰ গভীৰ পাণ্ডিত্যপূৰ্ণ আলোচনা হয়তো নাই, কিন্তু সিইঁতৰ জনপ্ৰিয় বিবৰণ আছে। সামন্ত-

বাদপিষ্ট আমাৰ দেশত ধৰ্ম' আজিও এক প্ৰভাৱশালী ভাৱাদৰ্শ। তেত্ৰিশ কোটি দেৱতাৰ স্বৰ্গ আমাৰ এই জন্মভূমি এনে এক দেশ য'ত আজিও ব্ৰাহ্মণ বিষয়াই নীহকুলীয়া পিয়নক স্পৰ্শ কৰিলে তেওঁ গা-ধুই আত্মশুদ্ধি কৰে, য'ত হনুমান আৰু মা-কালীৰ চৰণত আজিও নৰবলি দিয়া হয়, আৰু য'ত দেশৰ ভবিষ্যত নিৰ্ভৰ কৰে বুলি ভবা হয় দেশনেতাসকলৰ কামৰ ওপৰত নহয়, তেওঁলোকৰ ভাগ্যলিপিৰ ওপৰতহে। নামৰ পিছত দীঘলীয়া বৈজ্ঞানিক উপাধিৰ মালা আৰু শৰীৰত তাবিজ আৰু মাদলিৰ অলঙ্কাৰ—এনে মানুহৰ সংখ্যা আমাৰ দেশত আজিও বিৰল নহয়। গতিকে দেশত সমাজবাদ প্ৰতিষ্ঠাৰ বাবে প্ৰয়াস কৰিব খোজা লোকসকলৰ বাবে প্ৰধানতম নহলেও এটা প্ৰধান কাম হ'ল যুগ-যুগান্তৰৰ ধৰ্মীয় সুষুপ্তিৰ পৰা জনসাধাৰণক জগাই তোলা, আৰু কবলৈ গলে, ইয়েই "কস্মৈ দেবায়" লেখাৰ প্ৰেৰণাৰো উৎস।

• • • •

ধৰ্ম মানৱীয় চেতনাত উদ্ভৱ হোৱা অতিশয় মৌলিক ধাৰণাসমূহৰ এটা ; আৰু মৌলিক ধাৰণাসমূহ হ'ল, কব'লৈ গলে, ছলনাময়ী প্ৰেমিকাৰ মনটোৰ দৰে ; প্ৰখৰ অন্তদৃষ্টিৰেও সিহঁতক হৃদয়ংগম কৰা টান। বিশেষকৈ, নানা যুগৰ, নানা লোকৰ হাতত পৰি 'ধৰ্ম' শব্দটো ইমান শিথিল হৈ পৰিছে যে তাৰ এটা নিৰ্দিষ্ট সংজ্ঞা দিয়া কোনোপধ্যেই সম্ভৱ নহয়। ইতিহাসৰ আৰম্ভণিৰে পৰা আজিলৈকে অজস্ৰ মানুহে ইয়াৰ অজস্ৰ সংজ্ঞা আগবঢ়াইছে ; যেনে—কাৰোবাৰ মতে ধৰ্ম হ'ল—'যি জীৱনৰ বাস্তৱতাৰ পৰা মানুহক ওপৰলৈ তুলি নিয়ে' (মেক্স্ মুলাৰ), কাৰোবাৰ মতে ই হ'ল—'ঈশ্বৰ নামধাৰী পৰম বাস্তৱৰ সৈতে মিলন' (ৰাধাকৃষ্ণন), কাৰোবাৰ মতে ই হ'ল—'অনুভূতিমিশ্ৰিত নৈতিকতা', (মেথিউ আৰ্নল্ড)। আনপাকে, কাৰোবাৰ মতে আকৌ ধৰ্ম হ'ল—'মানৱীয় সামৰ্থ্যৰ

মুক্ত বিকাশৰ এক প্ৰতিবোধক' ( চলোমন ৰেইনাক ); অথবা 'অসম্ভৱ সৈতে মোকাবিলা কৰাত বাধা দিবৰ উদ্দেশ্যে মানুহক উন্মত্ত কৰা এটা কাৰচাজি' ( ৰেৰণ দি হলবাক )। কিন্তু এই সংজ্ঞাবিলাকৰ এটাকো শুদ্ধ বুলিব নোৱাৰি ; কাৰণ ধৰ্মৰ পৰিসৰ ইমান ব্যাপক যে কালেইদ'স্কোপ এটাৰ মাজেদি চোৱাৰ দৰে বিভিন্ন দিশেদি লক্ষ কৰিলে ধৰ্মৰো বিভিন্ন ৰূপ দেখা যায় আৰু সিহঁতৰ প্ৰতিটো ৰূপেই আংশিকভাৱেহে সত্য। কোনো কোনো পণ্ডিতে ধৰ্মৰ মনস্তাত্বিক ব্যাখ্যা দিছে, কোনো কোনোৱে ইয়াৰ নৃতাত্বিক ব্যাখ্যা দিছে, কোনো কোনোৱে ইয়াৰ নৈতিক ব্যাখ্যা আগবঢ়াইছে—আৰু পৃথিবীৰ সৰহভাগ লোকেই ইয়াৰ ব্যাখ্যা আগবঢ়ায় পাৰমাৰ্থিকভাৱে। এই পাৰমাৰ্থিক ব্যাখ্যাবিলাক 'পৱিত্ৰ', কাৰণ পৃথিবীৰ মাটিৰ চেকা ইবিলাকত নাথাকে। পাৰ্থিৱ জগত স্বৰ্গীয় জগতৰ নহয়, স্বৰ্গীয় জগতখনহে পাৰ্থিৱ জগতৰ উৎস বুলি পৰমাৰ্থবিদ সকলে ভাবে আৰু সেইবাবেই তেওঁলোকৰ সমালোচনাত পৃথিবীৰ এই সঁচা জগতখনত বাস কৰা সঁচা মানুহৰ ভূমিকা গৌণ,—সিবিলাকৰ প্ৰতিবিম্ব স্বৰ্গ আৰু ঈশ্বৰেহে সিবিলাকত মুখ্য স্থান লাভ কৰে। ধৰ্মজ্ঞ আৰু ধৰ্মীয় ভাবাবেগত উদ্বুদ্ধ হৈ থকা ভাৱবাদী দাৰ্শনিকসকলে ধৰ্মৰ আলোচনা এনে ধৰণে কৰে যেন ধৰ্ম মানৱ-সমাজৰ এটা বাহিৰৰ বস্তুহে ! ধৰ্মক যেন মানুহে সৃষ্টি কৰা নাই, মানুহকহে ধৰ্মই সৃষ্টি কৰিছে। এনে ধৰণৰ 'পৱিত্ৰ' আলোচনাৰ দ্বাৰা তেওঁলোকে ধৰ্মতত্ব আৰু ৰহস্যবাদৰ কিছুমান দুৰ্বোধ্য সাঁথৰৰ সৃষ্টি কৰে, আৰু সিবিলাকৰ অৰ্থ উলিয়াব নোৱাৰি সাধাৰণ মানুহ সেই তত্ত্ববিলাকৰ 'গম্ভীৰতা'ত বিমুগ্ধ হৈ পৰে।

কিন্তু এই প্ৰবন্ধত আমি ধৰ্মৰ আলোচনা কৰিম 'ওপৰ'ৰ পৰা নহয় ; ইয়াত ধৰ্মৰ আলোচনা আৰম্ভ হব এই মাটিৰ পৃথিবীখনত বাস কৰা সঁচা মানুহৰ সামাজিক গতি-বিধিৰ পৰা ; কাৰণ ধৰ্মই মানুহক সৃষ্টি কৰা নাই, মানুহেহে ধৰ্মক সৃষ্টি কৰিছে। গতিকে ধৰ্মৰ প্ৰকৃত আলোচনাত পৃথিবীৰ মাটিৰ চেকা থাকিব লাগিব,

তেজ-মঙহৰ জীৱন্ত মানুহ হৰ লাগিব সেই আলোচনাৰ মুখ্য বিষয়। আনহাতে মনস্তত্ত্ববিদসকলৰ নিচিনাকৈ জীৱনৰ এটা ব্যক্তিগত আনুভূতিক উপাদান হিচাপেও আমি ইয়াত ধৰ্মৰ আলোচনা নকৰোঁ, কাৰণ ধৰ্মত ব্যক্তিগত উপাদান অনুপেক্ষণীয় যদিও, সামাজিক উপাদানৰ তুলনাত ইয়াৰ পৰিমাণ নিচেই তাকৰ আৰু ইয়াৰ স্থান বহতীয়া ধৰণৰ ( কাৰণ মানুহৰ ব্যক্তিগত চিন্তাচৰ্চাও থাইকৈ সামাজিক পৰিবেশৰ দ্বাৰাই আবেষ্টিত। ) ভাষা, সাহিত্য, দৰ্শন আদিৰ নিচিনাকৈ ধৰ্মও মূলতে এটা সামাজিক উৎপাদন ; এখন মানৱীয় সমাজ আছে বাবেই ধৰ্মৰো সৃষ্টি হৈছে ; মানুহ এটা যূথচাৰী প্ৰাণী নোহোৱা হলে ধৰ্মৰ সৃষ্টি হ'লহেঁতেন নে নাই, সি গভীৰ সন্দেহৰ বিষয়। গতিকে এই প্ৰবন্ধত আমি ধৰ্মৰ সমালোচনা কৰিম জীৱনৰ এটা ব্যক্তিগত উপাদান হিচাপে নহয়, এটা সামাজিক প্ৰপঞ্চ ( social phenomenon ) হিচাপেহে।

এৰিষ্টটলে তাহানিতে কৈছিল যে 'এটা বিষয় সম্যকভাবে আয়ত্ত কৰাৰ সৰ্বোৎকৃষ্ট উপায় হ'ল—বিষয়টোৰ য'ৰ পৰা উৎপত্তি হৈছে, তাৰ পৰা যাত্ৰা আৰম্ভ কৰা। ধৰ্মৰ স্বৰূপ সম্পৰ্কেও জানিব খুজিলে প্ৰথমে আমি আমাৰ পূৰ্ব-পুৰুষৰ যুগটোলৈ উভতি যাব লাগিব। এটা আধ্যাত্মিক অনুভূতি, অসীমৰ লগত সসীমৰ মিলন-প্ৰচেষ্টা,—ইত্যাদি ইত্যাদি ধৰ্মৰ নানা সংজ্ঞা ধৰ্মজ্ঞসকলে আগবঢ়ায় যদিও, আমাৰ আদিম বনৰীয়া পূৰ্ব-পুৰুষসকলৰ তেনে কোনো 'উচ্চ' আদৰ্শ নাছিল। তেওঁলোকৰ ভাব-অনুভূতিবিলাক আছিল অতিশয় সৰল আৰু স্থূল পৰ্যায়ৰ। ইতৰ জন্তুৰ দৰে তেওঁলোকে গছৰ খোৰোঙত আৰু পৰ্বতৰ গুহাত বাস কৰিছিল। খাদ্য-সংগ্ৰহ আৰু আত্ম-ৰক্ষা—এই দুটাই আছিল তেওঁলোকৰ জীৱনৰ প্ৰধান কাম। সেই যুগত মানুহ আৰু প্ৰকৃতিৰ মাজত ভেদাভেদ নাছিল ; গছ-গছনি আৰু জীৱ-জন্তু বিলাকৰ নিচিনাকৈ মানুহো আছিল প্ৰকৃতিৰ এটা অবিচ্ছিন্ন অংশ। কিছুমান সহজাত প্ৰবৃত্তিৰ

থাকিবে তেওঁলোকৰ নিজস্ব চিন্তাশক্তি নাছিল; সেই বাবেই গ্ৰহ, ম'হ আৰু বান্দৰবোৰৰ নিচিনাকৈ তেওঁলোকৰো বিস্ময়বোধৰ অভাৱ আছিল। কিন্তু বিবৰ্তনৰ অমোঘ নিয়ম অনুসৰি ইতিহাসৰ কোনোবা এটা স্তৰত 'হ'ম' চেপিয়েন্স' ( Homo sapiens ) নামৰ আদিম মানৱ প্ৰজাতিটো এদিন হঠাতে আত্ম-সচেতন হৈ উঠিল আৰু সি প্ৰকৃতিৰ স্বকীয়া অস্তিত্বৰ এটা অস্পষ্ট আৰু ত্ৰুটিপূৰ্ণ আভাস পালে। এয়েই প্ৰকৃতিৰ লগত মানুহৰ বিচ্ছিন্নতাৰ ( alienation ) সূত্ৰপাত। প্ৰকৃতিৰ ৰূপ দেখি আদিম মানৱ বিস্মিত আৰু ভীত হৈছিল, প্ৰকৃতিয়ে তাক চিন্তাৰ খোৰাক যোগাইছিল। প্ৰকৃতিৰ অনুকৰণত সি কিছুমান অতি-প্ৰাকৃতিক জীৱৰ কল্পনা কৰিছিল আৰু ইবিলাকেই প্ৰকৃতিৰ শাসক বুলি সি ধৰি লৈছিল। প্ৰকৃতিক বুজিব পৰা মানসিক বিকাশ তাৰ হোৱা নাছিল ; সেয়ে প্ৰকৃতিক সি নিয়ন্ত্ৰণ কৰিব খুজিছিল মেজিক ( magic ) বা যাদুবিদ্যাৰ দ্বাৰা। (মেজিক হ'ল আদিম মানৱে প্ৰকৃতিৰ কোনো এটা ঘটনা অনুসৰণ কৰি সেই ঘটনাটো বাস্তৱত লাভ কৰিব খোজা এটা মনোধৰ্মী কৌশল। প্ৰাচীন কালৰ প্ৰায় সমস্ত চিন্তাই আছিল মেজিক চিন্তা। তেতিয়ালৈকে মানুহে পূৰ্ণ-মানৱত্ব লাভ কৰিব পৰা নাছিল। ইতৰ প্ৰাণীসমূহৰ নিচিনাকৈ মানুহো আছিল সম্পূৰ্ণৰূপে প্ৰকৃতিৰ বহভীয়া। মানুহে প্ৰকৃতিক নিজৰ প্ৰয়োজনীয়তাৰ লগত খাপ খোৱা কৰি তুলিব পৰা নাছিল ; গতিকে ই নিজকে প্ৰকৃতিৰ লগত খাপ খোৱা কৰি তুলিবলৈ যত্ন কৰিছিল। আৰু সেয়েই আদিম মানৱৰ চিন্তা চৰ্চাবিলাক বাইকৈ প্ৰকৃতিমুখী হোৱা আমি দেখিবলৈ পাওঁ। আদিম মানৱ আছিল প্ৰকৃতি-নিৰ্ভৰ আৰু অসম্পূৰ্ণ, আৰু আদিম মানৱৰ ধৰ্মীয়-ঐন্দ্ৰজালিক চিন্তা চৰ্চাবিলাক আছিল প্ৰকৃতিৰ লগত থকা সিইতৰ সম্পৰ্কৰ কিছুমান প্ৰাথমিক নিদৰ্শন। মাৰ্ক্সৰ ভাষাত, সিবিলাক আছিল নিজকে তেতিয়াও বিচাৰি নোপোৱা মানুহৰ আত্মানুভূতি ( 'self-feeling of man who has not yet found himself' )।

কিন্তু ইতৰ প্ৰাণীবিলাকৰ নিচিনাকৈ মানুহ সদায় একেদৰে থাকি থকা নাছিল,—ইয়াৰ চেতনাৰ বিকাশ হবলৈ আৰম্ভ কৰিলে। প্ৰকৃতিৰ সৈতে সংঘৰ্ষই ইতৰ প্ৰাণীসমূহৰো চেতনা বৃদ্ধি কৰিছিল, কিন্তু মানুহৰ নিচিনাকৈ সিহঁতৰ চেতনাৰ পূৰ্ণ বিকাশ নঘটিল; কিয়নো প্ৰকৃতিৰ লগত সিহঁতৰ সংঘৰ্ষ আছিল নিষ্ক্ৰিয়, সিহঁতে নিজৰ সুবিধা মতে প্ৰকৃতিক বশ কৰাতকৈ নিজে প্ৰকৃতিৰ লগত খাপ খাই পৰিবলৈহে যত্ন কৰিছিল। কিন্তু মানুহৰ ক্ষেত্ৰত এই সংঘৰ্ষ আছিল সুকীয়া ধৰণৰ, নিজৰ সুবিধা অনুযায়ী ই প্ৰকৃতিক বশ কৰিব খুঁজিলে—আৰু এইদৰেই যি প্ৰকৃতিয়ে মানুহক এসময়ত নিয়ন্ত্ৰণ কৰিছিল, সি এতিয়া নিজে মানুহৰ দ্বাৰা নিয়ন্ত্ৰিত হবলৈ বাধ্য হ'ল। প্ৰকৃতি হৈ পৰিল, মাৰ্ক্সৰ ভাষাত, 'মানুহৰ ক্ৰিয়া-কলাপৰ এটা অংগস্বৰূপ।' (মানুহে প্ৰকৃতিক বশ কৰিব পৰা ক্ষমতা পাইছিল সি জীয়াই থাকিবলৈ কৰা শ্ৰমৰ ফলস্বৰূপে; এই সন্দৰ্ভত মাৰ্ক্সৰ 'কেপিটেল' গ্ৰন্থৰ 'শ্ৰম পদ্ধতি' নামৰ অধ্যায়টো আৰু এংগেলচে লেখা 'বান্দৰৰ পৰা মানুহলৈ উত্তৰণত শ্ৰমৰ ভূমিকা' শীৰ্ষক ৰচনা খন দ্ৰষ্টব্য।) বাহ্যিক জগতৰ ওপৰত এইদৰে ক্ৰিয়া কৰি আৰু তাক পৰিবৰ্তন কৰি মানুহে নিজৰ চৈতন্য জগতখনৰো পৰিবৰ্ত'ন সাধিছিল। মানুহে নিজাকৈ ভাবিবলৈ, চিন্তা কৰিবলৈ শিকিছিল আৰু ই প্ৰকৃতিৰ লগত মানুহৰ সম্পৰ্ক স্পষ্টতৰ কৰি তুলিছিল; মানুহ ক্ৰমাৎ চহকী হৈ আহিছিল আৰু ই পূৰ্ণ-মানৱৰ কালে আগবাঢ়িছিল। নৈসৰ্গিক ঘটনাবিলাকে মানুহৰ মনত অহৰহ ক্ৰিয়া কৰি আছিল। পুৱাৰ সূৰ্যোদয়ে সকলোকে বিস্মিত কৰিছিল, নিশাৰ এন্ধাৰে সকলোকে ভয় খুৱাইছিল, ধুমুহা বতাহে সিহঁতৰ মনত ত্ৰাসৰ সঞ্চাৰ কৰিছিল; শাৰদীয় পূৰ্ণিমাৰ আকাশে, আবেলিৰ বতাহে, নিজৰাৰ ধ্বনিয়ে সিহঁতক আনন্দ দিছিল। কিন্তু বস্তুধৰ্মী ঘটনা আৰু মনোধৰ্মী প্ৰতিক্ৰিয়াৰ মাজৰ পাৰ্থক্য সিহঁতৰ বাবে স্পষ্ট নাছিল। বৰ্তিকে প্ৰকৃতিয়ে সিহঁতৰ মনত সৃষ্টি কৰা

আনুভূতিক প্রতিক্রিয়াবিলাক সিহঁতে পুণৰ প্ৰকৃতিতে আৰোপ কৰিছিল,—মনোধৰ্মী অনুভূতিবিলাকক সিহঁতে বস্তুধৰ্মী সূত্ৰ কৰি তুলিছিল ; গতিকে আনুভূতিক শক্তিৰ দ্বাৰাই বহিঃপ্ৰকৃতিৰ শক্তি সমূহ নিয়ন্ত্ৰণ কৰিব পাৰি বুলি সিহঁতে ধৰি লৈছিল। এয়েই আদিম মানৱৰ ঐন্দ্ৰজালিক বা মেজিক চিন্তাৰ কাৰণ। ঐন্দ্ৰজালিক চিন্তা কেৱল ধৰ্মৰেই নহয়, ই আজিৰ কলা আৰু বিজ্ঞানৰো উৎস। বস্তুতঃ, আদিতে ধৰ্ম, কলা আৰু বিজ্ঞানৰ বিশেষ ভেদাভেদ নাছিল ; আদিম মানৱৰ চিন্তাৰ নিৰ্দিষ্ট গঠন নাছিল, ই আছিল অতিশয় শিথিল আৰু অবিভক্তিকৃত ( undifferentiated )। লাহে লাহে এটা সময়ত এই চিন্তা-চৰ্চা বিলাকৰ পৰাই প্ৰকৃত কলা আৰু সঁচা বিজ্ঞানৰ উৎপত্তি হ'ল। কল্পনা সচেতন হৈ উঠিল আৰু প্ৰকৃত আৰ্টৰ জন্ম হ'ল ; সত্য নৈৰ্ব্যক্তিক হৈ উঠিল আৰু সঁচা বিজ্ঞানে জন্ম লাভ কৰিলে। এইদৰে মানুহে ক্ৰমাম্বয়ে পূৰ্ণতাৰ অভিমুখে আগবাঢ়িলে।

০ ০ ০

কিন্তু নিজকে হেৰুৱাই পেলাবলৈও ইয়াৰ সৰহ সময় নালাগিল। মানুহৰ এই আত্মহানি আহিল এইবাৰ আৰ্থ-সামাজিক পৰিস্থিতি-বিলাকৰ পৰা। ইতিমধ্যে পৃথিৱীত মানুহৰ একোখন সমাজ গঢ়ি উঠিছিল আৰু ইয়াৰ ফলত মানুহে তাৰ বৈশিষ্ট্য—সামাজিক সত্তা লাভ কৰিছিল। আৰম্ভণি অৱস্থাত এই সত্তা আছিল সঁচা আৰু বাস্তৱ। একো একোটা গোট হিচাপে মানুহে বাস কৰিছিল আৰু উৎপাদন আছিল সামূহিক। উৎপাদনৰ বাবে মানুহে যৌথভাৱে শ্ৰম কৰিছিল আৰু উৎপাদনৰ ফল সকলোৱে সমানে ভগাই লৈছিল। তদুপৰি উৎপাদন-সঁজুলিবোৰ স্থূল হোৱা বাবে উদ্বৃত্ত নাছিল, গতিকে আনৰ শ্ৰমৰ ওপৰত জীবিকা নিৰ্বাহ কৰাৰ সুবিধাও নাছিল। কোনো কাৰো প্ৰভু নাছিল, গতিকে কোনো কাৰো দাসো নাছিল। সেই যুগত ব্যক্তিগত চিন্তা সামাজিক চিন্তাৰ পৰা পৃথক

নাছিল, সেই যুগত আজিৰ দৰে সামাজিক বিভাজনো নাছিল। ব্যক্তিগত সম্পত্তি বুলি কোনো বস্তু নাছিল, গতিকে মানুহৰ শ্ৰমো এটা বিদেশী ( alien ) সত্তা হৈ উঠা নাছিল। এনেবিলাক কাৰণতেই পৃথিবীৰ আদিম সভ্যতাবিলাক, বিশেষকৈ নব-প্ৰস্তৰ যুগৰ সভ্যতা, পৰৱৰ্তী সভ্যতাবিলাকতকৈ আপেক্ষিক দ্ৰুততৰ গতিকে বিকাশ লাভ কৰা আমি দেখা পাওঁ। ( গৰ্ডন চাইল্ডৰ 'মেন মেকৃচ হিমচেল্‌ফ' গ্ৰন্থ দ্ৰষ্টব্য। )

লাহে লাহে পৃথিবীত মানুহৰ সংখ্যা বৃদ্ধি পালে ; বহুতো নতুন নতুন আৰু উন্নততৰ উৎপাদন-সঁজুলিৰ সৃষ্টি হ'ল আৰু একেজন মানুহেই সকলোবোৰ উৎপাদন-কৌশল আয়ত্ত কৰা অসম্ভৱ হৈ পৰিল। সমাজত শ্ৰেণী-বিভাজনে দেখা দিলে। সমাজৰ প্ৰথম শ্ৰেণী-বিভাজন হৈছিল মুনিহ আৰু তিৰোতাৰ মাজত, আৰু ইয়েই নাৰী-দাসত্বৰ সূত্ৰপাত। পিচলৈ উৎপাদন-সঁজুলিৰ উন্নতি আৰু বৃদ্ধিৰ লগে লগে শাৰীৰিক শক্তি, বৌদ্ধিক যোগ্যতা অনুসৰি পুৰুষৰ (আৰু নাৰীৰ ) মাজতো নানা প্ৰকাৰৰ শ্ৰম-বিভাজন আৰম্ভ হ'ল। শ্ৰম-বিভাজনে মানুহক ন-ন পণ্যৰ অভাৱ অনুভৱ কৰাবলৈ বাধ্য কৰালে আৰু ইয়াৰ পৰিণামস্বৰূপে সমাজত বিনিময় প্ৰথাৰ জন্ম হ'ল। নিজৰ কিছুমান অভাৱ পূৰাবৰ নিমিত্তে মানুহে নিজৰ শ্ৰমোৎপাদনৰ কিছু অংশ আনৰ লগত সলনি কৰিবলৈ আৰম্ভ কৰিলে। উৎপাদন-সঁজুলিৰ উন্নতিয়ে উদ্বৃত্তৰ জন্ম দিলে আৰু উদ্বৃত্তই জন্ম দিলে আনৰ শ্ৰমৰ ওপৰত জীয়াই থকা এচাম অলস উদ্বৃত্তজীৱী শ্ৰেণীৰ। সমাজত ব্যক্তিগত সম্পত্তিৰ সূচনা হ'ল— সমাজৰ এচাম মানুহ প্ৰভু আৰু আন এচাম মানুহ দাসত পৰিণত হৈ পৰিল। এইদৰেই সূত্ৰপাত হ'ল মানুহৰ আত্ম-বিচ্ছিন্নতাৰ ( self alienation )। আৰম্ভণি অৱস্থাত উৎপাদন সঁজুলিবিলাক স্থূল হোৱা বাবে পণ্যদ্ৰব্যৰ উৎপাদন আৰু বিতৰণৰ নিয়মসমূহ আজিৰ দৰে ইমান জটিল হৈ উঠা নাছিল ; বিনিময় প্ৰথা

আছিল সহজ-সৰল ; সাধাৰণতে উৎপাদক দ্ৰব্যবিলাকেই বিনিয়োগৰ মাধ্যম আছিল, আৰু এই প্ৰথা আছিল ওচৰ-চুবুৰীয়াৰ মাজতে আবদ্ধ। কিন্তু উৎপাদন-সঁজুলিৰ বিকাশৰ লগে লগে পণ্যদ্ৰব্যৰ বিনিয়োগ আৰু চিনাকি প্ৰতিবেশীৰ মাজতে আবদ্ধ হৈ নাথাকিল ; পণ্যদ্ৰব্যবিলাক বজাৰে বজাৰে, দেশে দেশে ঘূৰিবলৈ আৰম্ভ কৰিলে। পণ্যদ্ৰব্যৰ বিতৰণৰ আৱশ্যকতাই 'বণিয়া' নামৰ সামাজিক শ্ৰেণীটোৰ জন্ম দিলে, পণ্যদ্ৰব্যৰ বিনিয়োগৰ আৱশ্যকতাই 'ধন' নামৰ পুঁজিবাদী সমাজৰ আটাইতকৈ ক্ষমতাশালী সত্তাটোৰ জন্ম দিলে, আৰু প্ৰকৃতি-দত্ত মাটি-পানী, খনিজ দ্ৰব্য আদিও এটা সময়ত পণ্যদ্ৰব্যত পৰিণত হ'লগৈ। এইদৰে শ্ৰমিকে নিজৰ শ্ৰমৰ ওপৰত নিয়ন্ত্ৰণ হেৰুৱাই পেলালে আৰু নিজেই নিজৰ শ্ৰমোৎপাদকৰ দাস হৈ পৰিল। উৎপাদনকাৰীয়ে উৎপাদক দ্ৰব্যক নহয়, উৎপাদন-দ্ৰব্যইহে এতিয়া উৎপাদনকাৰীক শাসন কৰিবলৈ আৰম্ভ কৰিলে। অৰ্থনীতিৰ নিয়মবিলাকে ইমান জটিল ৰূপ ধাৰণ কৰিলে যে সেইঁত সাধাৰণ শ্ৰমিকৰ বৌদ্ধিক ক্ষমতাৰ বাহিৰ হৈ গ'ল। প্ৰকৃতিৰ অনিয়ন্ত্ৰিত শক্তিবিলাকৰ সমুখত আদিম মানৱে অসহায় বোধ কৰাৰ দৰে এই অজ্ঞতায়ো নিজৰ বিচ্ছিন্ন সত্তাবিলাকৰ প্ৰতি মানুহৰ মনত এটা অসহায়ৰ ভাব সুমুৱাই দিলে,—ভবিতব্যতা সম্পৰ্কীয় জ্ঞানৰ ( knowledge of necessity ) অভাৱে মানুহক ভাগ্যান্বেষী, অদৃষ্টবাদী কৰি তুলিলে। মানুহে নিজকে হেৰুৱাই পেলালে আৰু নিজৰ বিচ্ছিন্ন সত্তাটোক চিনিব নোৱাৰি তাকে 'ঈশ্বৰ' বুলি পূজা কৰিবলৈ আৰম্ভ কৰি দিলে ; পুঁজিবাদী সমাজৰ 'স্বাধীন' অৰ্থব্যৱস্থাৰ বা-মাৰলিত অৰ্থনৈতিক নিৰাপত্তা হেৰুৱাই আনুভূতিক নিৰাপত্তাত আশ্ৰয় লবলৈ মানুহ বাধ্য হ'ল। এই দৰেই পৃথিবীত আধুনিক ধৰ্মবিলাকৰ সূত্ৰপাত হয়। মাৰ্ক্সৰ ভাষাত, এই ধৰ্ম হ'ল—আত্মহত মানুহৰ আত্মানুভূতি ( 'self-feeling of man who lost himself again' )।

প্ৰকৃতিৰ লগত আদিম মানৱৰ বিচ্ছিন্নতা প্ৰকৃতপক্ষে আছিল; কাৰণ প্ৰকৃতিৰ ওপৰত নিয়ন্ত্ৰণৰ যোগেদি ই মানুহক পশুৰ পৰা মানৱত্বলৈ ক্ৰমাৎ আগুৱাই লৈ গৈছিল; কিন্তু আৰ্থ-সামাজিক বিপৰ্যয়ৰ ফলত মানুহৰ যি আত্ম-বিচ্ছিন্নতা আৰম্ভ হ'ল, সি মানুহক অৱমানিত কৰি তুলিলে। অতীতত মানুহৰ চিন্তা-চৰ্চা বিলাক যেতিয়ালৈকে গঢ় লৈ উঠা নাছিল, তেতিয়ালৈকে আজিৰ যুগত কুসংস্কাৰ যেন লগা আদিম মানৱৰ চিন্তা-চৰ্চাবিলাক, কবলৈ গলে, প্ৰয়োজনীয়হে আছিল, কাৰণ সিবিলাকৰ মাজতেই লুকাই আছিল আজিৰ কলা আৰু বিজ্ঞানৰ বীজ। সিবিলাক আছিল—প্ৰকৃতিৰ লগত যে তেওঁলোকৰ এটা সম্পৰ্ক আছে আৰু তেওঁলোকে যে এই সম্পৰ্কৰ এটা অস্পষ্ট আভাস পাইছে—তাৰ কিছুমান বহিঃপ্ৰকাশ।

কিন্তু সমাজৰ অৰ্থনীতি জটিল হৈ অহাৰ লগে লগে মানুহৰ মানসিক জগততো জটিলতাই দেখা দিলে; মানুহে যে প্ৰকৃতিৰ লগত থকা তেওঁলোকৰ সম্পৰ্কহে ভালদৰে বুজি উঠিল তেনে নহয়, অহং আৰু পাৰিপাৰ্শ্বিকতাৰ মাজতো দ্বন্দ্ব আৰম্ভ হ'ল; মানুহৰ মানসিক জীৱন জটিল আৰু বহুমুখী হৈ উঠিল। এটা সময়ত মানুহৰ চিন্তাৰ অনুভূতিক দিশটোৱে সাহিত্য, সঙ্গীত আৰু কলাৰ মাজেদি আত্ম-প্ৰকাশ কৰিলে; আনহাতে তাৰ বৌদ্ধিক দিশটোৱে বিজ্ঞান আৰু দৰ্শন নাম লৈ নৈৰ্বক্তিক সত্যৰ সন্ধানত নিমগ্ন হ'ল। পূৰ্বেই কোৱা হৈছে, ধৰ্ম আৰু বিজ্ঞান—দুয়োটাৰে উৎপত্তি স্থল হ'ল মেজিক। মানুহৰ বৌদ্ধিক উৎকৰ্ষতাৰ পাছত বিজ্ঞানে মেজিকৰ ইতিবাচক দিশটো গ্ৰহণ কৰিলে (অৰ্থাৎ যিখিনি জানিব পাৰি, তাৰ ওপৰত থকা দখলেই হ'ল বিজ্ঞান); আনহাতে ধৰ্মই গ্ৰহণ কৰিলে তাৰ নেতিবাচক দিশটো (অৰ্থাৎ যাক জানিব নোৱাৰি, তাৰ ওচৰত কৰা আত্ম-সমৰ্পণেই হ'ল ধৰ্ম)। বিজ্ঞানৰ দৰে কলাৰো উৎস আছিল আদিম মানৱৰ মনত প্ৰকৃতিয়ে সৃষ্টি কৰা ইন্দ্ৰজালিক কল্পনাবিলাক। কিন্তু মানুহে যেতিয়াই কল্পনাক কল্পনা হিচাপে গ্ৰহণ কৰিলে, তেতিয়াই প্ৰকৃত কলাই

জন্ম ললে; আনহাতে ধৰ্মই কল্পনাক গ্ৰহণ কৰিলে বাস্তৱতাৰ এটা অংশ হিচাপে। ধৰ্মৰ আটাইতকৈ ডাঙৰ দোষ এইটোৱেই,— যে ই কলাৰ কল্পনাত বাস্তৱৰ যুক্তিৰ প্ৰলেপ দিয়ে, আৰু এইদৰে কলা আৰু বিজ্ঞান-দুয়োটাকো পংগু কৰি পেলায়। ('All gods, all temples, all goddesses I wish to adore' —কাব্যিক দৃষ্টিকোণৰ পৰা কোৱা বাবেই আনাটোল ফ্ৰাঁচৰ এই উক্তি আমি ভাল পাওঁ, আনহাতে ঈশ্বৰৰ অস্তিত্ব সম্পৰ্কে টমাছ একুয়ানাছে দিয়া 'বিজ্ঞান সম্মত' প্ৰমাণবিলাক আমাৰ বাবে ঘৃণনীয়।)

আজিৰ দৃষ্টিত কুসংস্কাৰ পূৰ্ণ যেন লগা আদিম মানৱৰ চিন্তা-চৰ্চা বিলাক, আচৰিত যেন লাগিলেও, সমাজত প্ৰয়োজনীয় আছিল। কিন্তু বিবৰ্তনৰ এটা নিৰ্দিষ্ট স্তৰত সমাজত সিহঁতৰ প্ৰয়োজন নোহোৱা হৈ পৰিল। কিন্তু এনে সময়তে উৎপত্তি হোৱা সামাজিক শ্ৰেণী বৈষম্যই ধৰ্মৰ জন্ম দিয়াত ধৰ্মক ইহঁতে খামোচ মাৰি ধৰিলে আৰু নিষ্পেষিত জনগণৰ মাজত ইহঁত সোমাই পৰিল। ইতিমধ্যে জীৱন-সংগ্ৰামৰ তাড়ণাই দৰ্শন আৰু বিজ্ঞানক নিষ্পেষিত জন-গণৰ পৰা অন্তৰ্হিত কৰি পেলাইছিল; আনহাতে বিশ্ৰাম আৰু অৱসৰে জন্ম দিয়া কৱিতা আৰু আৰ্টো তেওঁলোকৰ বাবে বেছি ওপৰৰ বস্তু হৈ পৰিছিল। গতিকে কু-সংস্কাৰ আৰু উপকথাবিলাকৰ মাজতে তেওঁলোকে আৰ্টৰ সোৱাদ লবলৈ বাধ্য হ'ল। কডৱেলৰ ভাষাত কুসংস্কাৰ বিলাক হ'ল, নিষ্পেষিতৰ আৰ্ট, কাব্যিকতা হেৰুৱাই পেলোৱা ধৰ্মৰ কৱিতা। ("the poetry of religion when religion itself ceases to be poetic. It is the out of the oppressed"— ইলুশ্যন এণ্ড ৰিয়েলিটি।)

আদিম সমাজত প্ৰকৃতিৰ লগত মানুহৰ সংঘৰ্ষই বিবিলাক মেজিক-চিন্তাৰ জন্ম দিছিল, সেইবিলাক আছিল সেই যুগৰ বাবে

কেইবোৰ প্ৰগতিশীল ধাৰণাই,—আৰু সেয়ে সমাজত প্ৰয়োজনীয়। আনহাতে শ্ৰেণী সমাজৰ উদ্ভাৱনে যি ধৰ্মৰ সৃষ্টি কৰিলে, সি হ'ল নিশ্চল আৰু অতীতমুখী,—সমাজৰ 'সঁচা' ধৰ্ম। এই ধৰ্মৰ উৎপত্তিৰ লগে লগে অতীতৰ অজ্ঞতৰ যুগৰ কুসংস্কাৰ আৰু অন্ধ বিশ্বাসবোৰে (যিবোৰ সেই যুগত প্ৰগতিৰ সূচক আছিল) সমাজৰ নিষ্পেষিত চামটোৰ মাজত সোমাই পৰিবলৈ বাধ্য কৰে, আৰু এইবিলাকৰ প্ৰচাৰত অৰিহণা যোগায় শাসক আৰু শোষক-সকলে, আৰু তেওঁলোকৰ সৌহাৰ্ত ধৰ্মজ্ঞ আৰু ভাববাদী দাৰ্শনিক সকলে। এই কথা বহলাই কোৱা নিষ্প্ৰয়োজন যে ধৰ্মৰ লগত বিজড়িত সমস্ত কুসংস্কাৰক জীয়াই ৰাখিছে অভাৱ আৰু দৰিদ্ৰতাই, সমাজৰ এচাম লোকে আন এচাম লোকৰ ওপৰত প্ৰত্যক্ষ বা পৰোক্ষভাৱে কৰা নিষ্পেষণে। গতিকে ভাববাদী মনোভাৱৰ সমাজ সংস্কাৰকসকলে কুসংস্কাৰবিহীন 'বিশুদ্ধ' ধৰ্ম স্থাপনৰ বাবে যিমানেই নিচিঞৰক কিয়, শ্ৰেণী বৈষম্য সমাজৰ পৰা যেতিয়ালৈকে আঁতৰ নহয়, আৰু তেতিয়ালৈকে কুসংস্কাৰবোৰো ধৰ্মৰ পৰা আঁতৰ নহয়, আৰু কুসংস্কাৰ ধৰ্মৰ পৰা আঁতৰাৰ লগে লগে ধৰ্ময়ো তাৰ তথাকথিত অৰ্থ হেৰুৱাই পেলাব।

• • • •

এতেকে, আধুনিক ধৰ্মবিলাক হৈছে সমাজৰ অৰ্থনৈতিক পৰিস্থিতিৰ এটা উৎপাদন, শ্ৰেণী-বৈষম্যৰ এটা পৰিণাম। সমাজৰ প্ৰপীড়িত লোকৰ ই এক শান্তিৰ প্ৰলেপ, প্ৰবঞ্চকসকলক প্ৰবঞ্চনা কৰিবলৈ আৰু প্ৰবঞ্চিত সকলক প্ৰবঞ্চনা সহ্য কৰি যাবলৈ শিকোৱা ই এবিধ মহৌষধ। সমাজৰ তথাকথিত 'উচ্চ' স্তৰত বাস কৰা লোকসকলৰ দ্বাৰা শোষিত আৰু লাঞ্ছিত হৈ সৰ্বহাৰাই দেখে যে পৃথিৱীখন দেখোন দুখেৰে ভৰা। গতিকে মৃত্যুৰ পিচত এখন সুখৰ ৰাজ্য কল্পনা কৰি তেওঁলোকে এক অলীক শান্তি লাভ কৰে। সমাজৰ সৰহভাগ দুখ যে মানুহেই সৃষ্টি

কৰিছে আৰু ইচ্ছা কৰিলে মানুহেই পৃথিৱীখন স্বৰ্গৰাজ্য কৰি তুলিব পাৰে ; সুখ আৰু দুখ, পাপ আৰু পুণ্য— এই সকলোৰে গৰাকী যে মানুহেই,—সমাজৰ নিয়মসমূহৰ জটিলতা আৰু নিজৰ অজ্ঞতাৰ (যিটো পুনৰ সমাজৰ অসম বিন্যাসৰেই এটা পৰিণাম) বাবে সৰ্বহাৰাই এই কথা বুজিব নোৱাৰে; গতিকে তেওঁলোকে পাৰ্থিৱ জগতৰ সকলো কাৰণ আৰোপ কৰে সৰ্ববিৰাজমান, সৰ্বশক্তিমান এজন কাল্পনিক পুৰুষৰ ওপৰত; এই পুৰুষজন যে তেওঁলোকৰ অৱচেতন মনে সৃষ্টি কৰা নিজৰেই এটা আদৰ্শীকৃত প্ৰতিবিম্ব, তেওঁলোকে এই কথা বুজি নাপায়। এই জীৱন দুখৰ, গতিকে কৰবাত এটা সুখৰ জীৱন আছে; এই জগত বাসযোগ্য নহয়, গতিকে ক'ৰবাত এখন বাসযোগ্য নন্দন-কানন আছে; এই জীৱনত আমি বৰকৈ কষ্ট ভুগিছোঁ, গতিকে মৃত্যুৰ পিচত আমি এখন কষ্টহীন সুখৰ জগতত বাস কৰিব পাৰিম;—নিজৰ নিষ্পেষণৰ উৰ্দ্ধ উলিয়াব নোৱাৰি এনে কিছুমান উদ্ভট যুক্তিৰ দ্বাৰা মানুহে ইহজগতৰ সকলো যাতনাৰ কথা পাহৰি থাকিবলৈ যত্ন কৰে। ধৰ্ম হৈছে, নিষ্পেষিতৰ হুমুনিয়াহ, হৃদয়হীন জগতৰ হৃদয়।

ধৰ্মই বাস্তৱ জগতৰ এটা অতিশয় আদৰ্শীকৃত—সেয়ে বিকৃত—ছবি আমাৰ আগত দাঙি ধৰে ; বাস্তৱভাৱে সমাধান কৰিব নোৱাৰা জীৱনৰ ৰূঢ় সমস্যাবিলাকৰ ই একোটা আদৰ্শ, মনস্তাত্ত্বিক সমাধান দিয়ে। ধৰ্ম হৈছে সঁচা সমাজখনৰ লেতেৰা পৰিস্থিতিবিলাকৰ এটা সুগন্ধি প্ৰলেপ ; দুৰ্দ্দশাগ্ৰস্ত সমাজৰ বাস্তৱ পৰিস্থিতিয়ে সৃষ্টি কৰা এক অলীকতা (illusion)। গতিকে এই অলীকতা নিৰ্মূল কৰিব খুজিলে যি বাস্তৱ পৰিস্থিতিয়ে, ইয়াক জন্ম দি মানুহক আত্ম-বিচ্ছিন্ন কৰি তুলিছে, সিইঁতক তাত্ত্বিকভাৱে আমি সমালোচনা আৰু ব্যৱহাৰিকভাৱে বৈপ্লৱীকৰণ কৰিব লাগিব। সমাজ ব্যৱস্থা অক্ষুন্ন ৰাখি যিসকলে মানুহৰ এই অলীক শান্তিৰ নীড় ভাঙি

পেলাব খোজে, তেওঁলোক হৈছে কিছুমান মনেসজা শত্রুৰ বিৰুদ্ধে যুঁজ কৰি ফুৰা ডন কুইক্সোট। ধৰ্ম হৈছে এবিধ আফিং, ক্ৰটিপূৰ্ণ সমাজ-ব্যৱস্থাৰ বা-মাৰলিত উটি বুৰি ফুৰা নিঃসহায় মানুহৰ এটা অৱলম্বন। গতিকে সাম্প্ৰতিক সমাজত 'স্বাধীন' ভাবে আবৰ্তন কৰি ফুৰা অৰ্থনৈতিক বা-মাৰলিবিলাক নিয়ন্ত্ৰণ কৰিব নোৱাৰা পৰ্যন্ত জন-সাধাৰণৰ হাতৰপৰা সেই অৱলম্বন জোৰকৈ কাঢ়ি অনা পাপ। কাৰণ ধৰ্মীয় অনুভূতি এটা অতি সুকুমাৰ অনুভূতি. সামান্য আঘাত পালেই ই কোবখোৱা ফেটিসাপৰ দৰে কেনেকৈ ফণা মেলি উঠে, আৰু তাৰ পৰিণাম কেনে হয়, ইতিহাসত—বিশেষকৈ ভাৰতীয় ইতিহাসত—তাৰ উদাহৰণৰ অভাৱ নাই।

০ ০ ০

আন এক দৃষ্টিকোণৰ পৰা, ধৰ্ম সদায় নিষ্পেষিতৰ হুমুনিয়াহ, আৰু হৃদয়হীন জগতৰ হৃদয়েই নহয়, অনেক সময়ত ই বিপ্লৱৰ অগ্ৰদূতো। প্ৰতিষ্ঠানিক ধৰ্মৰ ইতিহাস এই কথাৰ সাক্ষী। প্ৰতিষ্ঠানিক ধৰ্মৰ প্ৰাৰম্ভিক ইতিহাস খুচৰিলে আমি পাওঁ—প্ৰথম অৱস্থাত ইহঁতে মানৱীয় দুৰ্দশাক প্ৰতিফলন কৰা নাছিল, বৰং অনেক সময়ত প্ৰতিবাদহে কৰিছিল। পৃথিৱীৰ প্ৰায় সমস্ত প্ৰতিষ্ঠানিক ধৰ্মৰ সৃষ্টি হৈছিল প্ৰচলিত সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে কৰা এক বিদ্ৰোহ হিচাপে, বুদ্ধ, যীশু, মহম্মদ প্ৰভৃতি ধৰ্মগুৰুসকল আছিল একো একোজন অতিশয় ব্যক্তিত্বশালী বিপ্লৱী পুৰুষ। ধৰ্মীয় পতাকাৰ আঁৰত সমাজৰ পৰিবৰ্তন এওঁলোকে বাঞ্ছা কৰিছিল। কিন্তু এওঁলোকৰ প্ৰচেষ্টাসমূহ খুব সফল হোৱা নাছিল, কাৰণ সমাজ পৰিবৰ্তনৰ বাস্তৱ আৰু ব্যৱহাৰিক সমস্যাটো ব্যৱহাৰিকভাৱে এওঁলোকে সমাধান কৰিব বিচৰা নাছিল,—তেওঁলোকে বিচাৰিছিল ইয়াৰ এটা আদৰ্শ সমাধানহে। যেনে—প্ৰচলিত সমাজ ব্যৱস্থাত সাধাৰণ মানুহৰ জীৱন দুখৰ বুলি তেওঁলোকে বুজি পাইছিল ; কিন্তু দুখৰ মাই শিপাবিলাক উঘালি পেলোৱাৰ বাস্তৱ অভিযান নচলাই

দুখ সহ্য কৰি যাব পৰা এটা মানসিক বাতাবৰণহে তেওঁলোকে মানুহৰ মনত সৃষ্টি কৰিবলৈ যত্নপৰ হৈছিল। তেওঁলোকে দেখিছিল যে প্ৰচলিত সমাজ-ব্যৱস্থাত জীৱনৰ উপভোগ সাধাৰণ মানুহৰ বাবে নহয়; গতিকে ভোগৰ বাসনাকে ত্যাগ কৰিবলৈ তেওঁলোকে মানুহক উপদেশ দিছিল। কোনো কোনো অৰ্থত তেওঁলোক বিপ্লৱী আছিল সঁচা, কিন্তু তেওঁলোকৰ বিপ্লৱৰ পথ আছিল ওলোটা। 'মানুহৰ চৰিত্ৰ গঢ়ি তোলে জীৱনৰ ব্যৱহাৰিক পৰিস্থিতিয়ে; কিন্তু পৰিস্থিতি সলনি নকৰাকৈয়ে তেওঁলোকে মানুহৰ চৰিত্ৰ সলনি কৰিব খুজিছিল আৰু এই উদ্দেশ্যে তেওঁলোকে মানুহক আজীৱন নৈতিকতাৰ উপদেশ দি গৈছিল। তেওঁলোকৰ উপদেশ হয়তো সদায় অথলে যোৱা নাছিল; কিন্তু সমাজৰ নৈতিক উন্নতি কেৱল ধৰ্মগুৰুসকলৰ উপদেশৰ পৰিণাম বুলি ভাবিলে ভুল হব। উপদেশে সমাজ সলনি কৰে কেৱল তেতিয়াহে, যেতিয়া সমাজত ক্ৰিয়া কৰা বস্তুধৰ্মী সূত্ৰ অনুযায়ী সমাজখনে সেই উপদেশবিলাক গ্ৰহণ কৰিব পৰা বিশেষ অৱস্থা পায়। কিন্তু ধৰ্মগুৰুসকলৰ উপদেশ গ্ৰহণ কৰিব পৰা পৰিবেশ সমাজত সকলো সময়তে নাছিল।

যি কি নহওক, তেওঁলোকৰ যুগৰ পৰিপ্ৰেক্ষিতত তেওঁলোক প্ৰগতিশীল আছিল বুলিয়েই আমি কব লাগিব। কিন্তু পৰিবৰ্তনশীল যুগৰ লগত খাপ খাই লব নোৱাৰাত তেওঁলোকৰ ভাৱধাৰাবিলাক ক্ৰমান্বয়ে প্ৰতিক্ৰিয়াশীল হৈ আহিছিল। তেওঁলোকৰ শিষ্যসকলেও যুগ পৰিবৰ্তনৰ লগে লগে যে মানুহৰ ভাৱধাৰাও সলনি হয়, এই কথা বুজিব নোৱাৰি ধৰ্মগুৰু সকলৰ বাণীবিলাক সৰ্বকালৰ বাবে প্ৰযোজ্য বুলি আঁকোৰ-গোঁজালি মাৰি ধৰি থাকিল আৰু এইদৰে তেওঁলোক সামাজিক প্ৰগতিৰ প্ৰতিবন্ধক স্বৰূপ এটা প্ৰতিক্ৰিয়াশীল দলত পৰিণত হ'লগৈ। প্ৰথম অৱস্থাত ধৰ্মগুৰুসকলৰ মতবাদবিলাকত সঁচা বিপ্লৱৰ সঁচ আছিল-যাবে সমাজৰ গাঁথনি সহজে ভাতিব নোখোজা শাসক-

ধৰ্মই তেওঁলোকক ভয় আৰু সন্দেহৰ চকুৰে চাইছিল আৰু অনেকসময়ত তেওঁলোকক আৰু তেওঁলোকৰ অনুগামীসকলক কঠোৰ শাস্তিও বিহিছিল। কিন্তু তেওঁলোকৰ পথৰ ভ্ৰান্তি শাসকবৃন্দই যেতিয়া ধৰিব পাৰিলে, তেতিয়াৰ পৰা তেওঁলোকে ধৰ্মগুৰুসকলৰ পৰৱৰ্তী চেলাসকলক শাস্তি দিয়াৰ পৰিবৰ্তে সহায়হে কৰিবলৈ ধৰিলে আৰু নিজৰ স্বাৰ্থত ধৰ্মীয় মতবাদসমূহ খটুৱা-বলৈ আৰম্ভ কৰিলে। এসময়ত যি ধৰ্ম সামাজিক-বিপ্লৱৰ ধ্বজা-স্বৰূপ আছিল, এতিয়া সি কিছুমান ধূৰ্ত ধৰ্ম-ব্যৱসায়ীৰ হাতত পৰি আত্মস্বাৰ্থসিদ্ধিৰ এখন মুলা হৈ পৰিলগৈ। ধৰ্মই তাৰ প্ৰাথমিক উদ্যম হেৰুৱাই পেলালে, আৰু ই পুনৰ নিষ্পেষিতৰ হুমুনিয়াহ আৰু হৃদয়হীন জগতৰ হৃদয়ত পৰিণত হ'লগৈ। মানৱীয় ইতিহাসৰ মঞ্চত এই অভিনয় কেৱল এবাৰেই নহয়, বহুবাৰ অভিনীত হোৱা আমি দেখা পাওঁ।

ইতিহাসে এই কথাৰ ভূৰি ভূৰি সাক্ষ্য দিয়ে যে জনগণৰ ওপৰত এচাম মুষ্টিমেয় উদ্বৃত্তজীৱী লোকৰ অত্যাচাৰ যেতিয়াই বৃদ্ধি পায়, ধৰ্ম তেতিয়াই শক্তিশালী হৈ উঠে, আৰু ই শক্তিশালী হোৱাৰ লগে লগে মানুহৰ চিন্তাত গতিশীলতা নাইকিয়া হৈ পৰে; অন্ন আৰু বস্ত্ৰৰ চিন্তাই সাধাৰণ মানুহৰ জ্ঞান-মন্দিৰৰ সন্তাৰ বাঁশি আচ্ছাদন কৰিবপৰা বৌদ্ধিক ক্ষমতা নিঃশেষ কৰি পেলায়; জ্ঞানৰ পবিত্ৰ মন্দিৰ হৈ পৰে এটা অলস শ্ৰেণীৰ একচেতীয়া সম্পত্তি জনগণই বাক দূৰৈৰ মাথোন দৰ্শনহে কৰিব পাৰে, কিন্তু তালৈ প্ৰৱেশৰ সুবিধাৰ পৰা তেওঁলোক সদায়েই বঞ্চিত হৈয়েই ৰয়। ইয়াৰ ফলত উদ্ভৱ হয় বিশ্বাসৰ যুগ; বৰ্তমানৰ বিৰাট শূন্যতাই মানুহৰ চিন্তা অতীতৰ 'সোণোৱালী' যুগলৈ ধাৱিত কৰায় আৰু এই কামত সকলো প্ৰকাৰৰ সাহায্য যোগায় ধৰ্মই; কাৰণ ধৰ্ম প্ৰায়ে অতীতমুখী আৰু নিশ্চল, পৰিবৰ্তন ইয়াৰ উদ্দেশ্য নহয়; প্ৰাচীন শাস্ত্ৰসমূহৰ প্ৰতিটো উক্তি-য়েই একো একোটা পৰম সত্য, হিমালয় পৰ্বতৰ দৰে সিহঁতৰ লৰচৰ

নাই—এইবুলি ধৰ্মৰ নেতাসকলে সৰ্বান্তঃকৰণে মানি লয়। যুক্তি সংগতভাৱে ভুল বুলি প্ৰমাণিত হলে বিজ্ঞানে পূৰ্বৰ্শিক্ত ত্যাগ কৰে আৰু নতুনক আকোঁৱালি লয়। আনহাতে যিমানেই যুক্তি বিহীন নহওক কিয়, প্ৰাচীনতা ধৰ্মৰ প্ৰিয়; মদ পুৰণি হলে অধিক সুস্বাদু হোৱাৰ দৰে ৰীতি-নীতিবোৰো যিমানেই পুৰণি হয়, সিইত ধৰ্মৰ সিমানেই আদৰণীয় হৈ পৰে। ইতিহাসৰ অলঙ্ঘ্য নিয়ম অনুসৰি পৰিবৰ্তন হৈ থকা পাৰ্থিব সমাজখনত নিজকে খাপ খুৱাই লবলৈ ধৰ্মজ্ঞ সকলে টান পায়। আনহাতে তাহানিৰ অতীত আৰু বৰ্তমানৰ মাজত থকা সময়ৰ বিৰাট ব্যৱধানে অতীতৰ কৰ্কশতা তেওঁলোকৰ স্মৃতিৰ পৰা মচি নিয়া হোৱাৰ ফলত অতীতটো কিছুমান অতীৱ গুণী আৰু জ্ঞানী মানুহৰ প্ৰমোদ উদ্যান আছিল বুলি তেওঁলোকে ভাবে আৰু অতীতৰ সেই 'সোণোৱালী' যুগটোলৈ উভতি যাবলৈ ইচ্ছা কৰে। চেইণ্ট চাইমনে কোৱাৰ দৰে সোণোৱালী যুগ যে আছে আমাৰ সমুখতহে, আমাৰ পিচত নহয়; যিবিলাক যুগ আমি পিচত এৰি থৈ আহিছোঁ, সিবিলাক যে প্ৰস্তৰ, ব্ৰোঞ্জ, আৰু লৌহ যুগহে, ধৰ্মৰ নেতাসকলে এই কথা মানি লব নোখোজে। ধৰ্মত যুক্তিৰ স্থান নাই, ইয়াৰ কাম হ'ল এপাল ভেড়াৰ দৰে মানুহক যুক্তিশূন্য সবল বিশ্বাসৰ গঁড়াললৈ ঠেলি পঠিওৱা। স্বীকাৰ নকৰি উপায় নাই যে এসময়ত পৃথিবীৰ বহুতো সংঘৰ্ষই তীব্ৰ ৰূপ ধাৰণ কৰিছিল,—আৰু এতিয়াও অনেক সময়ত কৰে ধৰ্মীয় গোড়ামিৰ বাবে। ৰজা আৰু ৰাজনীতিবিদসকলে মানুহৰ সবল ধৰ্মবিশ্বাসৰ সুবিধা লয় আৰু ইয়াৰ নৰমেধ যজ্ঞৰ সমিধ হিচাপে ব্যৱহাৰ কৰে। সকলো প্ৰকাৰৰ নিষ্ঠুৰতাতকৈ ধৰ্মবিশ্বাসৰ ফলত উদ্ভৱ হোৱা নিষ্ঠুৰতা আটাইতকৈ ভয়াবহ; কিয়নো বিবেকৰ দংশন ইয়াত নাথাকে, বৰং ধৰ্ম উপাৰ্জন কৰিছোঁ বুলি তেনে নিষ্ঠুৰতাৰ পৰা মানুহে আনন্দহে পায়।

ধৰ্মৰ উৎপত্তি হয় উৎপীড়নৰ ফলস্বৰূপে; সমাজৰ অসমং-

বিন্যাস হয়াৰ মাত্ৰ। কিন্তু বহুদিন ধৰি সমাজত তিষ্ঠি থকাৰ ফলত ই নিজাকৈ কিছু শক্তি পায় আৰু তেতিয়া ই সমাজৰ এটা ৰক্ষণশীল শক্তি হৈ দেখা দিয়ে। যুগৰ প্ৰয়োজনীয়তাই সমাজ পৰিবৰ্তন বাঞ্ছা কৰিলে ই তাত বাধা দিয়ে আৰু অতীতৰ শিকলিৰে সমাজখন বান্ধি ৰাখিব খোজে। গতিকে ধৰ্মৰ প্ৰাদুৰ্ভাৱ দেশৰ স্থবিৰতাৰ বহিঃপ্ৰকাশ দেশৰ এচাম লোকে যে আন এচাম লোকৰ ওপৰত নিৰ্বিবাদে শোষন-কাৰ্য চলাই যাব পাৰিছে, তাৰ এক পৰোক্ষ নিদৰ্শন। ধৰ্ম হৈছে শ্ৰেণী শাসনৰ এপাত তাৰাদৰ্শী অস্ত্ৰ, অন্যায়-অনীতিৰ বিৰুদ্ধে মানুহৰ স্বভাৱসিদ্ধ প্ৰতিবাদক দমন কৰি ৰখা ই এবিধ ট্ৰেংকুইলাইজাৰ, এবিধ আফিং।

০ ০ ০

পুনৰ দোহৰা যাওক, ধৰ্ম ইতিহাসৰ গতি-নিৰ্ধাৰক নহয়; সমাজৰ অৰ্থনৈতিক বুনিয়াদৰ ওপৰত থিয় দিয়া ই এটা অভিসৌধ। কিন্তু বহুকাল সমাজত তিষ্ঠি থকাৰ ফলত ই নিজাকৈ কিছু শক্তি পায় আৰু তেতিয়া সমাজৰ ওপৰত ই ওলোটাকৈ ক্ৰিয়া কৰিবলৈ আৰম্ভ কৰে। সেইবুলি দিদৰো, ভল্টেয়াৰ বা বাছেলৰ দৰে ধৰ্মক পোনপটীয়াকৈ আক্ৰমণ কৰিলেই ধৰ্ম সমাজৰ পৰা তিৰোহিত নহয়, বৰং তাৰ ফলত ই অধিক ৰক্ষণশীল হৈ পৰাৰহে সম্ভাৱনা। ধৰ্মৰ সমাজখন অপৰিকল্পিত বা কুপৰিকল্পিত বাস্তৱ সমাজখনৰেই এক আদৰ্শ প্ৰতিফলন মাথোন; এনে সমাজে মানুহক নিজৰ পৰা বিচ্ছিন্ন কৰি তোলে আৰু এই বিচ্ছিন্নতা প্ৰকাশ পায় ব্যৱহাৰিক জগতত ধন আৰু ব্যক্তিগত সম্পত্তিৰ ৰূপত আৰু চেতনাৰ জগতত ধৰ্মৰ ৰূপত। গতিকে এই সমাজখন ন কৈ গঢ় দি নব মোৱাৰা পৰ্যন্ত, য'ত সকলো প্ৰকাৰৰ বিচ্ছিন্নতাৰ পৰা মুক্ত হৈ মানুহে নিজ ব্যক্তিত্বৰ পূৰ্ণ বিকাশৰ সুবিধা

পাৰ,—ধৰ্মক সমাজৰ পৰা আঁতৰোৱাৰ যত্ন আচলতে ঘৰ সাজিবলৈ লোৱাৰ দৰেই বৃথা। ধৰ্মই মানুহক অলীক-শান্তিৰ যোগান ধৰে; গতিকে অলীক শান্তি ত্যাগ কৰি সঁচা শান্তি বিচাৰিব লাগিলে জীৱনৰ যিবিলাক ব্যৱহাৰিক পৰিস্থিতিয়ে অলীক শান্তিৰ জন্ম দিয়ে, সেই পৰিস্থিতিবিলাক প্ৰথমে নিৰ্মূল কৰিব লাগিব। মাৰ্ক্সৰ ভাষাত—"যেতিয়া পৰ্যন্ত সমাজধনক মুক্তভাৱে সহযোগী মানুহৰ উৎপাদন হিচাপে গণ্য কৰা নহয় আৰু এক বিশেষ পৰিকল্পনাসহ তাক সচেতনভাৱে নিয়ন্ত্ৰণ কৰা নাযায়, তেতিয়া পৰ্যন্ত ব্যৱহাৰিক উৎপাদন-ধাৰাৰ ভিত্তিত থিয় হোৱা সমাজৰ জীৱন ধাৰাই তাৰ ধৰ্মীয় ওৰণিখন ত্যাগ নকৰে" (কেপিটেল, প্ৰথম খণ্ড)। গতিকে সমাজধনক পৰিকল্পিতভাৱে গঢ় দিয়াৰ প্ৰচেষ্টাই হ'ল ধৰ্মীয় কুসংস্কাৰবিলাকৰ বিৰুদ্ধে কৰা সঁচা যুদ্ধ।

আজিৰ পৰা বহু-শতিকা পূৰ্বে আৰ্য ঋষিসকলে নিজকে প্ৰশ্ন কৰিছিল, 'কস্মৈ দেৱায় হৱিষা বিধেম?'—'কোনজন দেৱতাক আমি পূজা দিম?' আৰু তেওঁলোকে ইয়াৰ উত্তৰো পাইছিল,— 'আমি পূজা দিম অগ্নিক, পূজা দিম বায়ুক, পূজা দিম বৰুণক।' সেই যুগটো আছিল মানৱ জাতিৰ শৈশৱ যুগ; জীয়াই থকাৰ উপকৰণ-সমূহৰ উদ্ভাৱনৰ দ্বাৰা মানুহ প্ৰকৃতিৰপৰা বিচ্ছিন্ন হবলৈ আৰম্ভ কৰিছিলহে মাথোন, প্ৰকৃতিৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰাৰ ক্ষমতা মানুহে তেতিয়ালৈকে আয়ত্ত কৰিব পৰা নাছিল। গতিকে মানুহে প্ৰকৃতিক হয় মেজিকৰ দ্বাৰা নিয়ন্ত্ৰণ কৰিবলৈ, নহয় পূজাৰ দ্বাৰা সন্তুষ্ট কৰিবলৈ বাধ্য হৈছিল। লাহে লাহে মানুহে প্ৰকৃতিৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰাৰ ক্ষমতা লাভ কৰিলে, যদিও এনে সময়তে আন এক প্ৰকাৰৰ বিচ্ছিন্নতাই দেখা দিলে; সমাজত ব্যক্তিগত সম্পত্তি আৰু সামাজিক শ্ৰেণীৰ উদ্ভৱ হ'ল যাৰ ফলত মানুহ নিজেই নিজৰ পৰা বিচ্ছিন্ন হৈ পৰিবলগীয়া হ'ল আৰু নিজৰ এই বিচ্ছিন্ন সত্তাটোক 'ঈশ্বৰ' বুলি পূজা কৰিবলৈ আৰম্ভ কৰি দিলে। নৱ-প্ৰস্তৰ যুগৰ

[illegible] [illegible] উঠিল, যেনেকৈ ইয়াতোও গোষ্ঠীপতিৰ অনুৰূপ [illegible] [illegible] এক-ঈশ্বৰ ধাৰণাৰ জন্ম দিলে। পিচৰ যুগৰ [illegible] গোষ্ঠীপতিৰ ক্ষমতা লাহে লাহে কমি আহিছিল যদিও সমাজ-ব্যৱহাৰ জৰিয়তে গোষ্ঠীপতিৰ এই ভাবাদৰ্শী প্ৰতিফলনক মানুহৰ মনৰ পৰা বিলোপ কৰাত বাধা দিলে। ঈশ্বৰৰ ওপৰত মানুহে এক বাস্তৱতা আৰোপ কৰিলে, আৰু ধৰ্মতাত্ত্বিক সকলে আনকি ঈশ্বৰৰ অস্তিত্বৰ কিছুমান যৌক্তিক 'প্ৰমাণো' উদ্ভাৱন কৰিলে। এইদৰে মুৰোপত 'অণ্টʼলজিকেল,' 'কস্‌মলজিকেল' আদি বিখ্যাত বিখ্যাত যুক্তিবোৰ ওলাল আৰু ইতিহাসে বহুতো বুদ্ধিমান মানুহৰ সময় আৰু মগজু নষ্ট কৰিলে। চেʼইণ্ট আনচেল্‌ম, টমাছ একুইনাছ আদি মধ্যযুগীয় পণ্ডিতসকলৰ 'বিশুদ্ধ যুক্তি'ৰ (pure reason) সহায়েৰে ঈশ্বৰৰ অস্তিত্বৰ প্ৰমাণ ব্যৰ্থ হোৱাৰ পিচত কাণ্ট প্ৰমুখ্যে কিছুমান দাৰ্শনিকে আকৌ ঈশ্বৰৰ প্ৰয়োজনীয়তা অনুভৱ কৰিলে 'ব্যৱহাৰিক যুক্তি'ৰ (practical reason) কাষৰ পৰা। সমাজত নৈতিক শৃংখলা ৰক্ষাৰ বাবেই ঈশ্বৰৰ প্ৰয়োজন আছে বুলি এই দলটোৱে ঘোষণা কৰিলে। ভল্টেয়াৰে তেওঁৰ স্বভাৱসুলভ ব্যংগেৰে কলে যে ঈশ্বৰ যদি নাথাকে, তেন্তে আমি তেওঁক আৱিষ্কাৰ লাগিব। দস্তয়েভ্‌স্কিয়ে কলে, 'ঈশ্বৰ যদি নাথাকে, তেন্তে সকলো সম্ভৱ।'

ধৰ্মই যে সভ্য কালৰ বাবে মানুহক নৈতিক প্ৰেৰণা দি আহিছে আৰু এতিয়াও অনেকসময়ত দিয়ে, ই এক নিৰ্ভতি সত্য। মানৱ-সমাজলৈ এইটোৱেই যোগকৰে। ধৰ্মৰ সবাতোকৈ [illegible] অৱদান। কিন্তু সেইবুলি ধৰ্ম নৈতিকতাৰ একমাত্ৰ [illegible] [illegible] আনকি মুখ্য-উৎসও নহয়। নৈতিকতাৰ কোনো a priori [illegible] উৎস নাই; নৈতিক বিধিসমূহ স্বৰ্গৰ পৰা নাহে, মানুহৰ [illegible] [illegible] [illegible] [illegible] হয়; আৰু সেই বাবেই [illegible] [illegible] [illegible] [illegible] নিৰ্ভৰশীল। [illegible] [illegible] [illegible] [illegible]

মানুহক নৈতিক কৰাৰ প্ৰচেষ্টা, অন্ততঃ আজিৰ পৃথিৱীত শুভোদ্ভাবক ; ই মানুহবা নৈতিক নকৰে, বৰং নৈতিকতাৰ এনে নিৰিখ মানি লোৱা লোকসকলৰ বৌদ্ধিক হীনতাৰহে ই পৰিচয় দিয়ে।

ঈশ্বৰৰ অস্তিত্বৰ সবলতম প্ৰমাণ দিওঁতাসকল হ'ল বোধকৰোঁ ৰহস্যবাদী শ্ৰেণীটো, কাৰণ ঈশ্বৰৰ অস্তিত্বৰ তেওঁলোকে কোনো প্ৰমাণ নিবিচাৰে। ('বিশ্বাসে মিলয় কৃষ্ণ, তৰ্কে বহু দুৰ')। কিন্তু দুখৰ কথা, 'বিশ্বাসৰ ওপৰত বিশ্বাস'ৰ এই যুক্তিৰে ঈশ্বৰৰ অস্তিত্ববিহীনতাও প্ৰমাণ কৰিব পাৰি। যনে—নিৎচেই এঠাইত কৈছে, 'ঈশ্বৰসকল যদি আছেই, তেন্তে তেওঁলোক নোহোৱা কথাটো নো মই কেনেকৈ সহ্য কৰিছোঁ ? গতিকেই ঈশ্বৰ নাই।'

০ ০ ০

ঈশ্বৰ আছে নে ? স্বৰ্গ কত ?— এনে ধৰণৰ ধৰ্মতাত্ত্বিক সমস্যাবিলাকৰ আচলতে কোনো ধৰণৰ তাত্ত্বিক সমাধান নাই ; কিন্তু ব্যৱহাৰিক সমাধান আছে। স্বৰ্গ আন একো নহয়, ই দুৰ্দশাগ্ৰস্ত বাস্তৱ জগতখনৰেই এটা আদৰ্শীকৃত প্ৰতিফলন ; দেৱতাসকলো আন একো নহয়, এওঁলোক সমাজৰ জ্বালা-যন্ত্ৰণাই দুখাগ্ৰ কৰি পেলোৱা মানুহৰেই কিছুমান বিচ্ছিন্ন সত্তা, দুৰ্দশাগ্ৰস্ত মানুহৰ অৱচেতন মনে সৃষ্টি কৰা মানুহৰেই কিছুমান প্ৰতিবিম্ব। নিজৰ এই বিচ্ছিন্ন সত্তাৰ—নিজৰ প্ৰতিবিম্বৰ—পূজাই মানৱীয় সত্তা দুৰ্বল কৰি তোলে আৰু নিজকে নিজৰ বিচ্ছিন্ন সত্তাৰ দাস হবলৈ শিকায়, যদিও সকলো প্ৰকাৰৰ বিচ্ছিন্নতাৰ বিলুপ্তিয়েই হৈছে পূৰ্ণ মানৱত্ব প্ৰাপ্তিৰ প্ৰথম আৰু প্ৰধানতম চৰ্ত।

দেৱতাসকলৰ চিন্তা বহুযুগ ধৰি কৰি অহা হ'ল, এতিয়া মানুহৰ বিষয়ে চিন্তা কৰাৰ সময় আহি পৰিছে॥ এটা সময় নিশ্চয় আহিব যেতিয়া মানুহে দেৱতাসকলৰ চিন্তা বাদ দি

মানুহৰ বিষয়ে চিন্তা কৰিবলৈ আৰম্ভ কৰিব; যেতিয়া স্বৰ্গৰ চিন্তা মানুহে পাহৰি যাব আৰু কল্পিত স্বৰ্গৰ সমাজখন এই পৃথিবীতেই গঢ়ি তুলিবলৈ যত্ন কৰিব; আৰু তেতিয়া হয়তো প্ৰাচীন আৰ্য ঋষিৰ লগত সুৰ মিলাই আমিও এদিন সমস্বৰে গাব পাৰিম—

ইয়ং পৃথিবী সৰ্বেষাং ভূতানাং মধু।
অস্যৈ পৃথিব্যৈ সৰ্বাণি ভূতানি মধু॥

(১৯৭৩)



# আধ্যাত্মিকতাৰ মৰ্ম

'মানুহ' নামধাৰী পৃথিৱীৰ যিটো সৰ্বশ্ৰেষ্ঠ প্ৰজাতি, অন্যান্য প্ৰজাতিসমূহৰ বিপৰীতে সি কেতবোৰ বিশেষ প্ৰমূল্যৰ অধিকাৰী। বস্তুতঃ, কিছুমান বিশেষ প্ৰমূল্য ব্যতিৰেকে মানৱীয় সত্তাৰ অস্তিত্ব ৰক্ষা কৰাই কঠিন ; কিয়নো মানৱ জাতিয়ে ইতৰ জন্তুৰ ওপৰত স্থান পাইছে কিছুমান বিশেষ প্ৰমূল্যৰ বাবেই। ইতৰ প্ৰাণীৰ চেতনা অবিকশিত ; সেয়ে সিহঁতৰ সমস্ত কৰ্ম কিছুমান সহজাত প্ৰবৃত্তিৰ দ্বাৰা প্ৰণোদিত হয়। আনহাতে মানুহৰ চেতনাৰ জগতখন বিশাল আৰু বৰ্ণাঢ্য ; ই জড় জগতৰ এক সৰল, যান্ত্ৰিক প্ৰতিফলন নহয়। গতিকে মানৱ-জীৱনৰ এই বিশেষ প্ৰমূল্য সমূহকো আমি বিচাৰ কৰিব লাগিব এক অ-যান্ত্ৰিক দৃষ্টিকোণৰ পৰাই।

মানুহৰ এই বিশেষ প্ৰমূল্যসমূহৰ ভিতৰত, কোৱা বাহুল্য, আধ্যাত্মিকতাও অন্তৰ্গত। আধ্যাত্মিকতা বুলিলে সাধাৰণভাৱে আমি যি বুজোঁ, মানুহৰ দ্বিধা বিভক্ত শ্ৰেণীচেতনা হ'ল তাৰ জন্মভূমি। ই এক ঐতিহাসিক সত্য যে আদিম সাম্যবাদী যুগ অন্ত পৰাৰ পিচৰ পৰাই সমাজখন শোষক আৰু শোষিত—এই দুটা শ্ৰেণীত ভাগ হৈ আহিছে। সমাজৰ এই বিভাজনেই তথাকথিত 'আধ্যাত্মিকতা'সমূহৰ উৎস। জীৱনৰ সমস্ত ভোগ-বাসনাৰ পৰা বঞ্চিত হৈ শোষিত শ্ৰেণীটোৱে ইহ-জগতত কেৱল এন্ধাৰহে দেখা পায় ; জীৱনৰ নিৰাপত্তাহীনতাই তেওঁলোক শৰণ লবলৈ বাধ্য কৰায় স্বৰ্গ আৰু ঈশ্বৰত। এয়ে শোষিত শ্ৰেণীত শ্ৰেণীৰ আধ্যাত্মিকতাৰ জন্ম-কাহিনী। শোষক শ্ৰেণীৰ আধ্যাত্মিকতাৰ আকৌ জন্ম হয় এই শ্ৰেণীটোৱে চেতনাক জীৱনৰ পৰা পৃথক কৰি পেলোৱাৰ পৰিণামস্বৰূপে। শ্ৰেণী-বিভক্ত সমাজত শোষিত শ্ৰেণীয়ে শোষক শ্ৰেণীটোক তেওঁলোকৰ পাৰ্থিৱ

ভোগ-বিলাসৰ সমস্ত আহিলা যোগাই থাকে। তেওঁলোকে যি পাম বুলি কল্পনা কৰে, শোষিত শ্ৰেণীৰ কৃপাত সি বাস্তৱত আপোনা-আপুনি ধৰা দিয়ে। গতিকে পাৰ্থিৱ বাস্তৱ জগতখনতকৈয়ো অলৌকিক ভাৱ জগতখনহে অধিক সত্য বুলি তেওঁলোকে ভাবিবলৈ আৰম্ভ কৰে। এইদৰেই জন্ম হয় শোষক শ্ৰেণীৰ আধ্যাত্মিকতাৰ।

নকলেও হব, এই দুয়োবিধ আধ্যাত্মিকতাৰ উৎস হ'ল সমাজৰ অসম-বিন্যাস ; গতিকে প্ৰকৃত সমাজবাদ প্ৰতিষ্ঠাৰ লগে লগে মানুহৰ চেতন-জগতৰ পৰা সিহঁতে এদিন বিদায় মাগিবলৈ বাধ্য।

কিন্তু এই দুবিধ তথাকথিত আধ্যাত্মিকতাৰ উপৰিও মানুহৰ চেতনাত জন্ম লোৱা আৰু এবিধ প্ৰমূল্য আছে সমাজবাদে যাক বিলোপ নকৰে, বৰং সমাজবাদৰ পোহৰত সি উজ্জ্বলতৰ ভাবে প্ৰকটিত হোৱাৰহে সম্ভাবনা। ই অনাদি নহয়, অৰ্থাৎ পৃথিৱীত মানুহৰ সৃষ্টিৰ লগে লগে মানুহৰ চেতনাত ইয়াৰ জন্ম হোৱা নাছিল ; কিন্তু মানৱ-সমাজ থাকে মানে, অন্ততঃ এচাম মানুহৰ মাজত, এই প্ৰমূল্য থাকি যাব বুলি অনুমান হয়। এই প্ৰমূল্য অনামী ; কিন্তু আলোচ্য বিষয়ৰ যিহেতু এটা নাম দিবই লাগিব, সেইবাবে এক বিশেষ অৰ্থত ইয়াক আমি 'আধ্যাত্মিকতা' বুলিব খুজিছোঁ। স্বৰ্নীয়, এই আধ্যাত্মিকতাই তাৰ তথাকথিত ব্যঞ্জনা বহন নকৰে ; ই বস্তুবাদী দ্বন্দ্ববাদৰো বিৰোধিতা নকৰে বা বৈজ্ঞানিক দৃষ্টিভংগীৰ অভাৱো ই সূচায়।

এই আধ্যাত্মিকতা নো কেনে ধৰণৰ ? ইয়াৰ কোনো সৰল, তাৎক্ষণিক উত্তৰ নাই। জীৱনৰ সমস্যাৱলীৰ জটিলতা সম্পৰ্কে যি মানুহ অৱগত নহয়, নৈসৰ্গিক জগতৰ বিশালতা আৰু ৰহস্যময়তাৰ সন্মুখত যাৰ মুখ কাহানিও দোঁ নাখায়, অথবা কোনো ধৰণৰ সৃষ্টিশীল কামৰ লগতে—তেহেলৈ সি খাটুৰ কামেই হওক বা মহাকাব্যৰ ৰচনাকাৰী হওক—যি মানুহে নিজকে কাহানিও জড়িত

কৰি পোৱা নাই, তেনে মানুহে আমি কৰ খোজা আধ্যাত্মিকতাৰ মৰ্ম উপলব্ধি কৰা টান। প্ৰজ্ঞাৰ ভেমত স্ফীত কোবিদমণ্ডই—যাৰ্মী কাণ্ডৰ ভাষাত যিসকল 'বস্তাহত ওফন্দি থকা বজাৰৰ বেলুন',— তেওঁলোকে এই জাতীয় আধ্যাত্মিকতাৰ মৰ্ম বুজিব নোৱাৰে। (পক্ষান্তৰত, আমি নিজেও ইয়াৰ মৰ্ম সম্পূৰ্ণকৈ বুজিছোঁ বুলি কোৱাটো পুনৰ কোবিদমণ্ডতাৰেই পৰিচয় হব।)

এই জাতীয় আধ্যাত্মিকতাৰ জন্ম হয় জীৱন আৰু জগতৰ বিশালতাৰ উপলব্ধিত, চমুকৈ, অসীমৰ উপলব্ধিত। এই উপলব্ধি বুদ্ধিজ নহয়, হৃদয়জ; সেয়ে ই এক ভাষাতীত ব্যাপাৰ। নানাজনে নানাভাৱে ইয়াক উপলব্ধি কৰিব পাৰে, বা কাৰোবাৰ পক্ষে ই উপলব্ধিৰ অতীত হৈয়ো থাকিব পাৰে। পুবাৰ সূৰ্যত, অস্তগামী সূৰ্যৰ হেঙুলীয়া বৰনত, পৰ্বতৰ তুষাৰশোভিত শৃংগমালাত, মানৱীয় সমস্যাৱলীৰ চিন্তাত, জীৱন আৰু মৃত্যুৰ চিন্তাত, আকাশ কাল আৰু পদাৰ্থজগতৰ চিন্তাত—ইত্যাদি নানা ৰূপত ৰহস্যময় অসীম আভাসিত হয়। প্ৰাত্যহিক জীৱনৰ কোলাহলৰ পৰা আঁতৰি, বৈষয়িক চিন্তা ক্ষন্তেকলৈ হলেও পৰিহাৰ কৰি, নিৰ্মোহ দাৰ্শনিক চিন্তাত সামান্যভাৱেও নিমজ্জিত হবলৈ যিসকলে শিক্ষা পাইছে, তেওঁলোকক বুজাব নালাগে জীৱন আৰু জগতৰ পৰিধি কিমান বিশাল; ইয়াৰ ৰহস্য কিমান অপাৰ, সিহঁতৰ এটাৰ সমাধানে কেনেকৈ জন্ম দিয়ে একাধিক নতুনতৰ আৰু জটিলতৰ ৰহস্যৰ। বাস্তৱ জগতৰ ৰহস্যই হওক বা চেতন-জগতৰ ৰহস্যই হওক, নৈসৰ্গিক সমস্যাই হওক কিম্বা মানৱীয় সমস্যাই হওক—কোনোটোৰ বিষয়েই 'শেষকথা' আজিলৈকে কোনেও উচ্চাৰণ কৰিব পৰা নাই আৰু আগলৈও বোধহয় নোৱাৰিব। গতিকে মানুহৰ বৌদ্ধিক ক্ষমতা যিমানেই নাবাঢ়ক কিয়, জ্ঞান সদায় অজ্ঞতাৰ নিক্তি মাথোঁ হৈ থাকিব। 'পাইৰিয়ান' জুৰিটিৰ পানী খাই অন্ত কৰিব নোৱাৰি।

জীৱন আৰু জগতৰ সমস্যাৱলী ৰহস্যৰ ধূসৰ কুঁৱলীৰে আচ্ছাদিত, সত্যৰ হিৰণ্ময় পাত্ৰৰ পূৰ্ণ উন্মুক্তি অসাধ্য—এই

উপলব্ধিয়ে মানুহৰ মনত একপ্ৰকাৰৰ বেদনাবোধৰ জন্ম দিয়ে; বিৰাটৰ সন্মুখত মানবীয় ক্ষমতাৰ ক্ষুদ্ৰতা ই আমাক সোঁৱৰায় আৰু আমাক বিনয়ী হবলৈ শিকায়। এনে উপলব্ধিয়েই বোধকৰো প্ৰাচীন খৃষ্ট বিদসকলক কবলৈ বাধ্য কৰাইছিল, 'He who increaseth knowledge increaseth sorrow.' আৰু ঠিক এনে উপলব্ধিয়েই আজিৰ দাৰ্শনিক কবিকো লেখিবলৈ প্ৰবুদ্ধ কৰে—

Our knowledge is but a smoky fire
That lights the pathway but one step ahead
Across a void of mystery and dread

(জৰ্জ চান্তায়ানা)

আমি আধ্যাত্মিকভাবে উদ্বুদ্ধ লোক বুলি ক'ম সেইসকল লোককহে যিসকলে এনে এক কম-বেছি পৰিমাণে বিষাদময় ফাউষ্টিয়ান উপলব্ধিক তেওঁলোকৰ মানসিক জীৱনৰ লগত ওতঃপ্ৰোতভাবে সাঙুৰি লোৱাব পাৰিছে। এইসকল লোকে আত্মকেন্দ্ৰিকতাৰ শিকলিৰ পৰা মুক্ত হৈ থাকিব পৰা চাৰিত্ৰ শক্তি লাভ কৰে; কাৰণ জীৱন আৰু জগতৰ বিপুলতাই নিজৰ সীমাবদ্ধতাৰ কথা, নিজৰ ক্ষুদ্ৰাতিক্ষুদ্ৰত্বৰ কথা অহৰহ তেওঁলোকক সোঁৱৰাই থাকে; ফলত ব্যক্তিগত স্বাৰ্থৰে পূৰ্ণ সংসাৰ-সৰসীত মণ্ডুক-ন্যায় অহৰহ ঘূৰি নাথাকি জিজ্ঞাসাৰ সীমাহীন সমুদ্ৰতো ডুব দিবলৈ তেওঁলোকে শিক্ষা পায়। স্বভাৱতে আধ্যাত্মিকতাৰ এই তুৰীয় স্তৰটো আস্তিক-নাস্তিকৰ বা হিন্দু মুছলমানৰ ভেদাভেদৰ অনেক উৰ্দ্ধত; পূজা-পাতলৰ দ্বাৰা সুকীয়াকৈ দ্বিজ হোৱাৰ বা মোক্ষ লাভ কৰাৰ প্ৰশ্নও ইয়াত অবান্তৰ। এজন পাশ্চাত্য দাৰ্শনিকে কোৱাৰ নিচিনাকৈ, "ব্যক্তিগত সুখৰ বাবে কৰা যুদ্ধ পৰিত্যাগ কৰা, সাময়িক, ব্যক্তিগত লিপ্সাৰ ব্যাকুলতাক দলিয়াই পেলোৱা আৰু শাশ্বতৰ প্ৰতি তীব্ৰ আবেগেৰে নিজকে দগ্ধ কৰা—এয়াই হ'ল মোক্ষ, এয়াই হ'ল মুক্ত মানৱৰ পূজা।"

কোনো কোনোৱে এইজাতীয় আধ্যাত্মিকতাক তথাকথিত আধ্যাত্মিকতাৰ দৰেই মানৱতাবাদ বিৰোধী বুলি হয়তো কব;

তথাকথিত আধ্যাত্মিকতাৰ দৰে এনে অনুভূতিয়েও প্ৰাত্যহিক, ব্যৱহাৰিক জীৱনৰ জ্বলন্ত সমস্যাবিলাকৰ প্ৰতি মানুহক নিস্পৃহ কৰি তুলিব বুলি কোনোৱে হয়তো ভাবিব। কিন্তু কিঞ্চিৎ বৌদ্ধিক অনাসক্তিয়ে জন-গণৰ পৰা আনুভূতিক ভাবেও আঁতৰি অহাটো সুবুজায়; বৰং আত্মস্থ হোৱাৰ এনে গুণ যি সকলে আয়ত্ত কৰিব পাৰিছে, সেইসকলেহে বোধকৰোঁ জন-গণৰ প্ৰকৃত উন্নতি সাধন কৰিব পাৰে। বিজ্ঞানীসকল ইয়াৰ চমৎকাৰ উদাহৰণ। বাতৰি-কাকতৰ পাতত, ৰাজহুৱা বক্তৃতাত বা চাহৰ টেবুলত কৰা বিপ্লৱী শ্লোগানৰ ভেৰী-ধ্বনিৰে নিজকে বিপ্লৱী বুলি, মানৱতাবাদী বুলি ক্ষন্তেকীয়া নাম কিনা হয়তো সহজ; কিন্তু তাৰ যোগেদি জন-গণৰ প্ৰকৃত উন্নতি কিমান হয়, সি ভাবিব লগীয়া। কেৱল বৌদ্ধিক বিকাশৰ বাবেই নহয়, জনগণৰ উন্নতিৰ বাবও নিৰাবেগ আৰু নীৰৱ সাধনাৰ প্ৰয়োজন যথেষ্ট। "যি বোৰে সাময়িক বতাহৰ কোবত নিজক বজাৰৰ বেলুনৰ দৰে দোকান জৰীত আঁৰি থবলৈ অমান্তি হৈ নিজৰ আদৰ্শ আৰু লক্ষ্য স্থিৰ ৰাখি কৰ্তব্যৰ পথত নীৰৱে আগবাঢ়ে, তেওঁলোকেই সমাজৰ আৰু জগতৰ ভবিষ্যত আশাৰ থল। বতাহত ওফন্দি ফুৰা বেলুনবোৰ লৰা-ছোৱালীৰ ধেমালিৰ বস্তু, সমাজৰ কোনো কামত নালাগে"—বাণীকান্ত কাকতিয়ে অতি সুন্দৰকৈ কৈ গৈছে। বুৰ্জোৱা পণ্ডিতৰ উক্তি বুলি কাকতিদেৱক মানি লবলৈ যি সকল 'অতি বিপ্লৱী' কুণ্ঠিত, তেওঁলোকে মাৰ্ক্স-বাদৰ জনক স্বয়ং মাৰ্ক্সৰ জীৱনীলৈকে এবাৰ লক্ষ কৰা উচিত। মাৰ্ক্সে নিস্পেষিত জনগণৰ মুক্তিৰ উপায় নিৰ্মোহভাবে চিন্তা নকৰি কেৱল কিছুমান টুলুঙা 'বিপ্লৱী' উক্তি কৰি থকা হলে মাৰ্ক্সবাদে এটা প্ৰবল সামাজিক শক্তিৰূপে আজি দেখা দিলেহেঁতেন নে? নিশ্চিতভাবে ইয়াৰ উত্তৰ নেতিবাচক। তেওঁলোকৰ যুগত মাৰ্ক্সতকৈ বাকুনিন 'অধিক বিপ্লৱী' আছিল। কিন্তু পদ্ধতি-মূলক নিৰ্মোহ চিন্তাৰ অভাৱৰ বাবেই, অভিজ্ঞতাক উপলব্ধিৰ স্তৰলৈ নিয়াৰ অক্ষমতাৰ বাবেই, বাকুনিন আজি বিস্মৃতপ্ৰায়; আম-

হাতে মাৰ্ক্স আজিও সমস্যা। (এই সন্দৰ্ভত জাৰ্মান বিপ্লৱী ভাইৎলিঙৰ লগত মাৰ্ক্সৰ মতান্তৰৰ ঘটনাও স্মৰণীয়।)

এই বিষয়ে কোনো সন্দেহ নাই যে জগতখনৰ কেৱল ব্যাখ্যাতকৈ তাৰ পৰিৱৰ্তনহে অধিক বাঞ্চনীয়; কিন্তু পৰিৱৰ্তনৰ কোনো বিজ্ঞান-সম্মত তত্ত্ব যদি জনা নাথাকে বা শিকা নাযায়, তেন্তে জগতখন পৰি-ৱৰ্তন কৰিব লাগে বুলি বাতৰি কাকতৰ পাতত কেৱল গৰম আৱাজ তুলিলেই জগতৰ পৰিৱৰ্তন নহয়। জগতখন পৰিকল্পিতভাৱে পৰিৱৰ্তন কৰিব খুজিলে পৰিৱৰ্তনৰ বাবে ব্যৱহাৰিক ভাবে যত্ন কৰাৰ উপৰিও পৰিৱৰ্তনৰ তত্ত্ব মানুহক শিকাব লাগিব। প্ৰকৃত পক্ষে একপ্ৰকাৰৰ নীৰৱ, তটস্থ সাধনাৰ অবিহনে কোনো ধৰণৰ মহৎ কামেই সম্ভৱ নহয় — তেহেলে সি জগতৰ পৰিৱৰ্তনেই হওক কিম্বা তাৰ ব্যাখ্যাই হওক।

অনুৰাগী পাঠকে নিশ্চয় বুজিব পাৰিছে যে আমি যি তাটস্থ্যৰ কথা কব খুজিছোঁ, সি স্পিন'জাৰ sub speciae eternitatis বা গীতাৰ 'স্থিতপ্ৰজ্ঞা'ৰ সমগোত্ৰীয় হলেও, সমাৰ্থক নহয়। এক এক গভীৰ আৰু ব্যাপক অৰ্থতহে আমি কব খোজা অনাসক্তি প্ৰযোজ্য, দৈনন্দিন ব্যৱহাৰিক অৰ্থত নহয়। ডুবন্ত কোনো শিশুক আসন্ন মৃত্যুৰ পৰা ৰক্ষা কৰিবলৈ ততাতৈয়াকৈ চেষ্টা নকৰি সমগ্ৰ মানৱ জাতিক পানীত ডুবাৰ পৰা কেতিয়াবা ৰক্ষা কৰিব পৰা যাব নেকি?—বুলি দাৰ্শনিক সৌম্যেৰে এই কথা চিন্তা কৰিবলৈ যি লাগি যায়, তেওঁ তটস্থ ব্যক্তি নহয়, তেওঁ এজন বাতুলহে। সেইদৰে সামাজিক অন্যায়ৰ দূৰীকৰণ-প্ৰচেষ্টাত জনগণৰ লগত যিসকলে মিলি পৰিবলৈ ইচ্ছা নকৰে, তেওঁলোককো তটস্থ চিন্তাবিদ বুলিব নোৱাৰি; তটস্থতা তেওঁলোকৰ বাবে আভিজাত্যা-ভিমানৰ মুখা মাথোন।

অসীমৰ উপলব্ধিয়ে (আমাৰ পৰিভাষা মতে) আধ্যাত্মিকভাৱে উদ্বুদ্ধ লোকসকলৰ অহমিকা দুৰ্বল কৰি তোলে। সেয়ে তেওঁলোকে তেওঁলোকৰ প্ৰেৰণাশক্তি সহজেই ব্যক্তি মানসৰ ঠেক গণ্ডীৰ পৰা

ব্যাপক জন-মানসলৈ প্ৰক্ষেপ কৰিব পাৰে। জীৱন আৰু জগতৰ বিশালতাৰ সমুখত মানুহৰ ব্যক্তিগত জীৱন যে দুৰ্বল আৰু দুদিনীয়া, ব্যক্তিগত ভাৱে প্ৰায় প্ৰতিজন মানুহৰেই জীৱন যে অতৃপ্ত বাসনাৰে ভৰা এন্ধাৰ বাটিৰ এক অৱসাদময় যাত্ৰাৰ দৰেহে—এইকথা তেওঁ-লোকে বুজি পায়। গতিকে মানৱীয় জীৱনৰ দুখপূৰ্ণ পৰিস্থিতি বিলাক নিৰ্মূল কৰাৰ, জীৱনটো মহিমাময়, শুভময় কৰি তোলাৰ এক উদগ্ৰ বাসনাই তেওঁলোকৰ মনত বাহ লয়। ভগৱানৰ সন্ধানত মন্দিৰ বা গুহালৈ তেওঁলোকে দৌৰ নামাৰে, মানুহৰ মাজতেই তেওঁলোকে ঐশ্বৰিক সত্তা বিচাৰি উলিয়ায়। এই অৰ্থত পৃথিৱীৰ প্ৰতিজন মানৱতাবাদীয়েই গভীৰভাৱে আধ্যাত্মিক প্ৰেৰণাপ্ৰাপ্ত লোক।

মানসিকভাৱে যি বিলাক মানুহ জঠৰ, জীৱন আৰু জগতৰ জটিল বিপুলতা সম্পৰ্কে যি মানুহ অৱগত নহয় বা যি মানুহে কেৱল মন্দিৰ, মছজিদ আৰু গীৰ্জাকেই পৃথিৱীৰ পবিত্ৰ পীঠ বুলি ভাবে, তেনে চিন্তা-দৰিদ্ৰই আমি কব খোজা আধ্যাত্মিকতাৰ মৰ্ম উপলব্ধি কৰা অসম্ভৱ। আমি কব খোজা আধ্যাত্মিকতাক আইনষ্টাইনে 'মহাজাগতিক ধৰ্মীয় অনুভূতি' আৰু ৰোমা ৰোলাঁই 'মহাসাগৰীয় অনুভূতি' আখ্যা দিছে; আমাৰ প্ৰগতিবাদী দাৰ্শনিক স্বৰ্গীয় ভৱানন্দ দত্তয়ো তেখেতৰ এটা প্ৰবন্ধত এই জাতীয় অনুভূতিক আধ্যাত্মিকতাৰ লগত বিজাইছে। এই অনুভূতিক সাধাৰণ অৰ্থত ধৰ্মীয় অনুভূতি বুলিব নোৱাৰি, কাৰণ ইয়াক ভিত্তি কৰি কোনো বিশেষ সম্প্ৰদায় আজিলৈকে গঢ়ি উঠা নাই আৰু আগলৈয়ো উঠাৰ সম্ভাৱনা নাই। গতিকে চিন্তাৰ স্বাধীনতাত ই কাকো ব্যাঘাত নজন্মায়। এই জাতীয় আধ্যাত্মিকতাৰ ভেঁটি কুসংস্কাৰ বা অন্ধ বিশ্বাস নহয়; গতিকে বিজ্ঞানে যিমানেই আকাশলংঘী উন্নতি নকৰক কিয়, এই অনুভূতিৰ কাহানিও ক্ষতি খুন নহয়; বৰং বিজ্ঞানৰ উন্নতি আকাশলংঘী কৰিবলৈ, জ্ঞানৰ পৰিসীমা বঢ়াবলৈ ই মানুহক উদগনিহে দিয়ে।

ই মানুহক তাৰ ধ্যান-ধাৰণাৰ সীমাবদ্ধতাৰ কথা অহৰহ সঁকিয়াই থাকে ; আৰু নিজৰ জ্ঞানৰ পৰিসৰ যি জানে, তেওঁহে মাথোন জানিব পাৰে ; জ্ঞানৰ তেমত ওফন্দি থকা 'সৰ্ব-বিজ্ঞাতা' সকলৰ বাবে জ্ঞানৰ সমস্ত পথ ৰুদ্ধ ।

আধ্যাত্মিকতাৰ, আমাৰ সংজ্ঞা অনুসৰি, আত্মকেন্দ্ৰিক চিন্তা পৰিহাৰ কৰি মানৱ জাতিৰ সামগ্ৰিক উন্নতিৰ কামত প্ৰত্যক্ষ বা পৰোক্ষভাৱে অহৰ্নিশে নিৰত হৈ থকা লোকসকলেই হ'ল পৃথিবীৰ আটাইতকৈ ধৰ্মপ্ৰাণ লোক ; কেৱল নিজৰ ইহকাল-পৰকালৰ বাবে 'ভগৱান' নামৰ অলৌকিক সত্তাটোক তুষ্ট কৰি ৰাখিব খোজা আনুষ্ঠানিক ধৰ্মৰ ভক্তসকলক—আধ্যাত্মিকতাৰ আমাৰ সংজ্ঞা অনুসৰি—আধ্যাত্মিকতা বিবৰ্জিত স্বাৰ্থান্বেষী লোক বুলিহে বিবেচিত হয় ।

আজিৰ পৰা বহু শতিকা পূৰ্বে চীনদেশীয় পণ্ডিত ঝুমা চিয়েনে কৈছিল,

Look up, up to the mountain peaks,
But keep your feet on the broad highroad,

মাটিৰ পৃথিবীত সুদৃঢ়ভাৱে ভৰি ৰাখি যিসকলে পৰ্বতৰ শুকুলা টিংবোৰলৈ চাব জানে, অথচ সিহঁতৰ সৌন্দৰ্যত মুগ্ধ হৈ ক্লেদময় পৃথিবীখনৰ কথা ক্ষন্তেকলৈও পাহৰি নাযায়, আমি কব খোজা আধ্যাত্মিকতাৰ মন্দিৰলৈ যোৱা বাটটো চিনি পায় কেৱল সেই সকল লোকেহে ।

( ১৯৭০ )

# বুৰঞ্জী

'বুৰঞ্জী ইমানকৈ খুঁচৰি নো কি হব? আমি নিজেই বুৰঞ্জী গঢ়োঁচোন আহক'—বুৰঞ্জীৰ বিষয়ে হোৱা এটা বিতৰ্কত অতীষ্ঠ হৈ অত্যুৎসাহী বন্ধু এগৰাকীয়ে এবাৰ মন্তব্য কৰিছিল এইদৰে। বন্ধু-গৰাকীৰ বুৰঞ্জী গঢ়াৰ যৌৱনসুলভ উদ্যম প্ৰশংসনীয়। বুৰঞ্জী জনা বা বুৰঞ্জী ৰচাতকৈ বুৰঞ্জী গঢ়া যে এটা বহুগুণে অধিক প্ৰয়োজনীয় আৰু পুৰুষোচিত কাম, 'বুৰঞ্জীৰ গবেষণা' নামৰ বেহুত সোমাই দৈনন্দিন বাস্তৱক পাহৰি পেলোৱা বুৰঞ্জীৰ তথাকথিত 'পণ্ডিত'-গৰাকীৰ বাহিৰে আন সকলোৱে এই কথা স্বীকাৰ কৰিব। আন-হাতে বন্ধুগৰাকীয়ে হয়তো নাজানে যে ৰজা-মহাৰজাসকলৰ ৰাজ্য জয়ৰ কাহিনীয়েই বুৰঞ্জী নহয়। কিছুমান অসংলগ্ন নৈসৰ্গিক তথ্যৰ সমষ্টি যিদৰে বিজ্ঞান নহয়, তেনেদৰে অতীত ঘটনা কিছুমানৰ অবিন্যস্ত গোটকো বুৰঞ্জী বুলিব নোৱাৰি। অলৰ-অচৰ নহলেও বুৰঞ্জীৰ কিছুমান নিৰ্দিষ্ট ধাৰা আছে; ই কেতবোৰ বস্তুধৰ্মী নিয়মৰ অনুবৰ্তী। এজন বা দুজন মানুহৰ ব্যক্তিগত ইচ্ছা-অনিচ্ছাৰ ওপৰত বুৰঞ্জীৰ গতি নিৰ্ভৰ নকৰে; মন গলেই আচম্বিতে এক নতুন বুৰঞ্জী গঢ়ি তুলিব পৰা আলাউদ্দিনৰ বন্তি ক'তো নাই। সেয়ে বুৰঞ্জী গঢ়িব খুজিলে বুৰঞ্জী জনাৰো প্ৰয়োজন আছে। অতীতক উপেক্ষা কৰি সম্পূৰ্ণ নতুনকৈ—শূন্যৰ পৰা—ইতিহাস গঢ়া কাৰো পক্ষে সম্ভৱ নহয়। ইতিহাসৰ কামেই হৈছে অতীতৰ পোহৰত বৰ্তমানৰ তথা ভবিষ্যতৰ শিক্ষা দিয়া। পৃথিৱীৰ প্ৰতিটো জাতি, আনকি প্ৰতিজন ব্যক্তিৰ বৰ্তমানত অতীত বিদ্যমান হৈ থাকে। গতিকে দেশৰ বৰ্তমানক বুজা সম্ভৱ ইতিহাসৰ পৰিপ্ৰেক্ষিতহে। বৰ্তমানক জানি-বলৈ হলে অতীতকো জনা দৰকাৰ।

বুৰঞ্জী মানৱজাতিৰ অশৰীৰী শিক্ষক। অতীতত আমাৰ পূৰ্ব-পুৰুষসকলে কৰি থৈ যোৱা দোষ-ত্ৰুটীবিলাকৰ পুনৰাবৃত্তি নঘটাবলৈ বুৰঞ্জীয়ে আমাক শিক্ষা দিয়ে; ইয়াৰ অধ্যয়নে জীৱনৰ বিভিন্ন দিশবিলাকৰ এক ঐক্যসূত্ৰৰ আমাক যোগান ধৰে আৰু সিহঁতক কিছু আঁতৰৰপৰা চাবলৈ শিকায়। বিশেষকৈ সমাজ বৈজ্ঞানিক সমস্যাবিলাকৰ অধ্যয়নত ঐতিহাসিক পদ্ধতিয়েই হ'ল, কবলৈ গলে, একমাত্ৰ পদ্ধতি। সমাজবিজ্ঞানৰ উদ্দেশ্য হ'ল সমাজখন অধ্যয়ন কৰা; কিন্তু বৰ্তমানৰ সমাজখন অতীতৰ পোহৰত আলোকিত নহলে সমাজ বৈজ্ঞানিক আলোচনাসমূহ ধূসৰ হৈ পৰাৰ সম্ভাৱনা থাকে। বৰ্তমানৰ সমাজখন ভালদৰে বুজিবৰ বাবেই বুৰঞ্জীৰ প্ৰয়োজন। ই, এইচ, কাৰৰ ভাষাত 'সমাজবিজ্ঞান যিমানে বুৰঞ্জীমূলক আৰু বুৰঞ্জী যিমানে সমাজ বিজ্ঞানমূলক হয়, সি সমাজবিজ্ঞান আৰু বুৰঞ্জী-উভয়ৰে পক্ষে সিমানে শ্ৰেয়।'

বহল অৰ্থত বুৰঞ্জীক আমি এবিধ বিজ্ঞান বুলিও অভিহিত কৰিব পাৰোঁ, কাৰণ বিজ্ঞানৰ দৰে বুৰঞ্জীও কাৰ্য-কাৰণ সূত্ৰৰ বহতীয়া। অৱশ্যে বুৰঞ্জীৰ সূত্ৰবিলাক বিজ্ঞানৰ সূত্ৰৰ দৰে নিখুঁত নহয়। বুৰঞ্জীৰ বিষয়বস্তু অত্যন্ত জটিল। বুৰঞ্জীৰ জন্ম হয় অগনণ আপাত-ক্ষুদ্ৰ ঘটনাৰ অবিৰাম পাৰস্পৰিক সংঘৰ্ষৰ ফলস্বৰূপে; (এংগেলচ্‌ৰ ভাষাত, "there are innumerable intersecting forces, an infinite series of parallelogram of forces which gives rise to one resultant—the historical event.") কাৰ্য আৰু কাৰণ ইয়াত এনেভাৱে মিহলি হৈ থাকে যে সম্যক বিশ্লেষণৰ দ্বাৰা সিহঁতৰ এক নিৰ্দিষ্ট কাৰ্য-কাৰণ সূত্ৰৰ নিৰ্গমন প্ৰায় দুঃসাধ্য। সেয়ে বুৰঞ্জীবিদ বিজ্ঞানীৰ দৰে ভাৱিকথক হব নোৱাৰে।

বিশুদ্ধ বিজ্ঞানলৈ উন্নীত হোৱাৰ পথত বুৰঞ্জীৰ আন এটা ডাঙৰ অন্তৰায় হল,—ইয়াত নিহিত বিষয়ীধৰ্মিতা। বিজ্ঞানত বিষয়ী অধ্যয়নৰ বিষয়ৰ পৰা পৃথক। কিন্তু বুৰঞ্জীত ই তেনে

নহয়; ইয়াত বিষয় আৰু বিষয়ীৰ সমাৰোপন ঘটে। অৰ্থাৎ ইয়াত অধ্যয়ন কৰোঁতাজনো মানুহ আৰু অধ্যয়নৰ বিষয়ো মানুহ। বুৰঞ্জীৰ নায়ক এটা ৰাসায়নিক দ্ৰব্য, এটা শিলগুটি বা এটা গিনিপিগ নহয়,—বুৰঞ্জীৰ নায়ক হ'ল নিজাকৈ ভাবিব পৰা, কাম কৰিব পৰা জীৱন্ত মানুহ; থোৰতে, বুৰঞ্জীৰ নায়ক হ'ল বুৰঞ্জীবিদ নিজেই।

তদুপৰি, যিবিলাকক লৈ বুৰঞ্জীৰ কাৰবাৰ, সেই অতীতৰ ঘটনাবিলাকে 'প্ৰকৃত' ৰূপত আমাৰ সমুখত ধৰা নিদিয়ে; সিহঁত আমালৈ প্ৰতিসৰিত হৈ আহে বুৰঞ্জীবিদৰ লেখনিৰ মাজেদিহে। নিজৰ ধ্যান-ধাৰণাক হেঁচা দি ৰাখি—সম্পূৰ্ণ নিৰপেক্ষভাৱে—বুৰঞ্জীবিদে বুৰঞ্জী ৰচনা কৰিব নোৱাৰে; ফলত বুৰঞ্জীবিদৰ মনৰ ছাঁ নপৰাকৈ অতীতৰ ঘটনাবিলাক—যেনে আছিল ঠিক তেনেভাবেই—জনা আমাৰ পক্ষে সম্ভৱ নহয় নিখুঁত বিষয়ধৰ্মিতা বুৰঞ্জীত এটা পৰকীয় ধাৰণা।

তথাপি, বিজ্ঞানৰ তত্ত্ববিলাকৰ দৰে বুৰঞ্জীৰ দাৰ্শনিকসকলে বুৰঞ্জী সম্পৰ্কেও একাধিক তত্ত্বৰ সৃষ্টি কৰিছে। যেনে—বছুৱেট, ভিক', টয়নবী আদিয়ে বুৰঞ্জীৰ ধৰ্মতাত্ত্বিক ব্যাখ্যা দিছে; মণ্টেস্কিউৱে ইয়াৰ ভৌগোলিক ব্যাখ্যা আগবঢ়াইছে; স্পেংলাৰ আদিৰ মতে বুৰঞ্জী হৈছে জন্ম, বিকাশ আৰু ক্ষয় হব পৰা এটা জৈৱিক সত্তা যাৰ যৌৱন হ'ল পুঁজিবাদ; পাস্কেল, ভল্টেয়াৰ আদিয়ে আকৌ ভাবে যে, ক্লিওপেট্ৰাৰ নাকটোৰ দৰে এটা সামান্য কথাই ইতিহাসৰ গতি সলনি কৰিবৰ বাবে যথেষ্ট; কাৰ্লাইলৰ মতে বুৰঞ্জী হৈছে কিছুমান মহান পুৰুষৰ জীৱনীৰ সমষ্টি; হেগেলৰ মতে আকৌ বুৰঞ্জী হ'ল ভগৱানৰ আত্ম জীৱনী—World Spirit ৰ ক্ৰমিক বিকাশ।

'ইতিহাসৰ বস্তুবাদী ব্যাখ্যা' বা 'ঐতিহাসিক বস্তুবাদ' নামেৰে বুৰঞ্জীৰ অধ্যয়ন সম্পৰ্কে মাৰ্ক্সৰো এটা পদ্ধতি আছে। মাৰ্ক্সৰ ৰাজনৈতিক মতবাদ বহুতৰে মনঃপূত নহয়, তেওঁৰ অৰ্থনৈতিক

তত্ত্বৰ সত্যতাৰ ওপৰতো অনেকে সন্দেহ প্ৰকাশ কৰিছে ; কিন্তু তেওঁৰ ঐতিহাসিক বস্তুবাদ এটা অপূৰ্ব তত্ত্ব বুলি তেওঁৰ বিৰোধী পণ্ডিতসকলোৰো অধিকাংশই স্বীকাৰ কৰি লবলৈ বাধ্য হৈছে। মাৰ্কিন অৰ্থনীতিবিদ যোচেফ এ. স্কুম্পেটাৰে এই পদ্ধতিক 'one of the greatest individual achievements of sociogy of this day' বুলি অভিহিত কৰিছে। মাক্স্ হেবৰাৰৰ মতে, এই পদ্ধতি হ'ল— 'a scientific principle of greatest fecundity'.

আনহাতে, জীৱনৰ প্ৰতিটো দিশকে বুৰঞ্জীৰ কিছুমান পূৰ্ব-নিৰ্ধাৰিত সিদ্ধান্তৰ পোহৰত ব্যাখ্যা কৰি মাৰ্ক্সে মানুহক বুৰঞ্জীৰ কেংৰোৰ স্প্ৰিঙত দিয়া পুতলাত পৰিণত কৰিছে বুলি কাৰ্ল পপাৰ, ইচাইয়াহ বাৰ্লিন আদিয়ে মাৰ্ক্সৰ ঐতিহাসিক পদ্ধতিক বহুবাৰ গালিও পাৰিছে। মানুহৰ ক্ষমতা যে ইতিহাসৰ দ্বাৰা সীমিত, এই বাস্তৱ সত্যক মাৰ্ক্সে নুই কৰা নাছিল। সেইবুলি তেওঁ মানুহক ইতিহাসৰ ক্ৰীড়নক কাহানিও কৰিব খোজা নাছিল। 'মানুহেহে, জীৱন্ত মানুহেহে, বুৰঞ্জী গঢ়ে'—এনে উক্তি তেওঁৰ লেখনিত সুলভ। বাস্তৱ পৰিস্থিতি চালিজাৰি নোচোৱাকৈ কোনোবা 'অতি ঐতিহাসিক তত্ত্ব'ৰ কিছুমান অলৰ-অচৰ সূত্ৰৰ দ্বাৰা ইতিহাস ব্যাখ্যা কৰাৰ মাৰ্ক্স ঘোৰ বিৰোধী আছিল। ৰুচিয়াৰ বাতৰি-কাকত এখনলৈ দিয়া এখন চিঠিত তেওঁ স্পষ্টকৈ লেখিছিল,

"দেখাত একে যেন লাগিলেও বেলেগ বেলেগ ঐতিহাসিক পৰিৱেশত ঘটা ঘটনাবিলাকৰ ফলাফল সম্পূৰ্ণ বেলেগ হব পাৰে। এই ঘটনাবিলাকৰ প্ৰতিটোৰে স্বকীয় অধ্যয়নৰ দ্বাৰা আৰু সিইতৰ তুলনা বা প্ৰতি তুলনাৰ দ্বাৰা আমি সিইতৰ এটা সমাধানৰ সূত্ৰ বিচাৰি উলিয়াব পাৰোঁ। কোনোবা সাধাৰণ ঐতিহাসিক-দাৰ্শনিক তত্ত্বক ( general historico-philosophical theory ) ছাবি-কাঠি হিচাপে লৈ এনে সূত্ৰ বিচৰা কোনো

পথোই সম্ভৱ নহয়, কাৰণ এনে তত্ত্বৰ কামেই হ'ল ইতিহাসৰ ঊৰ্ধ্বত থকাটো।”

পপাৰ আদিৰ অভিযোগৰ বিপৰীতে মাৰ্ক্সে প্ৰথমবাৰৰ বাবে ঘোষণা কৰে যে মানৱীয় ইতিহাস ৰচনাৰ ভিত্তিয়েই হ'ল মানৱীয় অস্তিত্ব; মানুহক কেন্দ্ৰীয় বিষয় নকৰাকৈ মানৱ-বুৰঞ্জী ৰচিত হব নোৱাৰে। তদুপৰি এই মানুহ নিষ্ক্ৰিয়, বিমূৰ্ত মানুহ নহয়; এই মানুহ হ'ল প্ৰেম-ৰাগ, ঈৰ্ষা-দুখেৰে ভৰা তেজ-মঙহৰ সঁচা মানুহ। কেৱল কিছুমান মহৎ লোকে বা কিছুমান মহান আদৰ্শই বুৰঞ্জী নগঢ়ে; ভৌগোলিক পৰিস্থিতি বা আকস্মিক দুৰ্ঘটনাৰ ভূমিকাও ইয়াত নগন্য। বুৰঞ্জী গঢ়ে সাধাৰণ মানুহেহে আৰু বিশেষ আদৰ্শ-প্ৰণোদিত হৈ তেওঁলোকে কাম নকৰে; তেওঁলোকৰ আশা-আকাংক্ষা, বিষয়-বাসনা—সমস্ত প'ৰচালিত হয় যাইকৈ আৰ্থিক স্বাৰ্থৰ দ্বাৰা। তেওঁলোকে সজ্ঞানে ইতিহাস নগঢ়ে। ইতিহাস গঢ়াৰ আগতে, সাহিত্য, বিজ্ঞান, ধৰ্ম চৰ্চা কৰাৰ আগতে তেওঁ-লোকে খাবলৈ, পিন্ধিবলৈ, ভালদৰে জীয়াই থাকিবলৈ বিচাৰে। এইদৰেই, জীয়াই থকাৰ উপকৰণসমূহৰ উৎপাদন আৰু সংগ্ৰহৰ যোগেদিয়েই, মানুহৰ প্ৰায় অজ্ঞাতে, মানৱীয় ইতিহাস নীৰৱে ৰচিত হৈ গৈ থাকে; এটা নিৰ্দিষ্ট স্তৰত উপনীত হলে ইতিহাসৰ এটা দ্ৰুত আৰু সবল পৰিবৰ্তন ঘটে আৰু তাকেই ‘বিপ্লৱ’ বুলি কোৱা হয়। বুৰঞ্জীৰ বস্তুবাদী ব্যাখ্যা অনুসৰি কোনো ঐতিহাসিক যুগৰ আৰম্ভণিতে উৎপাদিকা শক্তিবিলাকৰ ( forces of production ) লগত মিল থোৱাকৈ উৎপাদন-সম্পৰ্কবিলাকৰ ( relations of production ) সৃষ্টি হয়। যুগ-পৰিবৰ্তনৰ লগে লগে ন ন উৎপাদিকা শক্তিৰ জন্ম হয়; কিন্তু উৎপাদন সম্পৰ্কবিলাকে সিহঁতৰ লগত ইমান দ্ৰুতভাৱে খোজ মাৰিব নোৱাৰে। ফলত উৎপাদিকা শক্তি আৰু উৎপাদন-সম্পৰ্কবিলাকৰ মাজত এক বিৰোধৰ সৃষ্টি হয়। এটা সময়ত এই বিৰোধ ইমান তীব্ৰ হৈ উঠে যে পুৰণি উৎপাদন সম্পৰ্কবিলাক ধ্বংস কৰিবৰ বাবে এটা সামাজিক

বিপ্লৱ অপৰিহাৰ্য হৈ পৰে। সামাজিক বিপ্লৱে অব্যৱহাৰ্য উৎপাদন-সম্পৰ্কবিলাক ধ্বংস কৰি পেলায় আৰু যুগৰ লগত খাপ খোৱা কিছুমান নতুন উৎপাদন-সম্পৰ্কৰ জন্ম দিয়ে। লগে লগে সাংস্কৃতিক, বৌদ্ধিক আদি অৰ্থনৈতিক মূল গঠনৰ ভিত্তিত থিয় দিয়া উপৰি-গাঁথনি বিলাকতো (superstructures) বিপ্লৱ আৰম্ভ হয়। চমুকৈ, দেশৰ অৰ্থনৈতিক সম্পৰ্কবিলাকেই হ'ল বুৰঞ্জীৰ প্ৰকৃত নিয়ামক ইহঁতক বাদ দি দৰ্শন, ৰাজনীতি, ধৰ্ম বা সাহিত্যৰ স্বকীয় বুৰঞ্জী অকল্পনীয়।

মাৰ্ক্সৰ সমগ্ৰ ৰচনাৱলীতে বুৰঞ্জীৰ এই দৰ্শন প্ৰচ্ছন্ন যদিও তেওঁ ক'তো ইয়াক সুশৃংখলভাৱে ব্যাখ্যা কৰি থৈ যোৱা নাই; কাৰণ তেওঁ ইয়াক এটা অলৰ অচৰ তত্ত্ব হিচাপে লোৱা নাছিল; লৈছিল সমাজ-অধ্যয়নৰ এটা দিগদৰ্শক সূত্ৰ (guiding principle) হিচাপেহে। 'এ কণ্ট্ৰিবুশ্যন টু দি ক্ৰিটিক অৱ পলিটিকেল ইক'নমি' গ্ৰন্থৰ পাতনিত তেওঁ এই বিষয়ে সামান্য বহলাই আলোচনা কৰিছে:

"নিজৰ অস্তিত্বৰ সামাজিক উৎপাদনৰ সময়ত অনিবাৰ্যভাৱেই মানুহ এনে কিছুমান সম্পৰ্কৰ মাজত সোমাই পৰে, যিবোৰ তাৰ স্বকীয় ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল নহয়। এই সম্পৰ্কবোৰ উৎপাদনৰ বাস্তৱ শক্তিসমূহৰ বিকাশৰ এক নিৰ্দিষ্ট স্তৰৰ সৈতে বন্ধা। মুঠমূলকৈ, এই উৎপাদন-সম্পৰ্কসমূহেই হ'ল সমাজৰ অৰ্থনৈতিক গাঁথনিৰ মূল ভেঁটি; যাৰ ওপৰত থিয় দিয়ে আইন আৰু ৰাজনীতিৰ উপৰিসৌধ। বাস্তৱ জীৱনৰ উৎপাদন-কৌশলৰ ভিত্তিতেই গঢ়ি উঠে মানুহৰ সামাজিক, ৰাজনৈতিক আৰু বৌদ্ধিক জীৱন। মানুহৰ চেতনাই তাৰ অস্তিত্ব নিৰ্ধাৰণ নকৰে, তাৰ সামাজিক চেতনা নিৰ্ধাৰিত হয় তাৰ সামাজিক অস্তিত্বৰ দ্বাৰা।"

বুৰঞ্জী কেৱল ৰজা-মহাৰজাৰ কাহিনী নহয়, ই দেশৰ অগণন সৰু-সুৰা মানুহৰো কাহিনী; ই কেৱল বুদ্ধন চাম এটাৰ ওপৰত ভিত্তি থকা এচাম মুষ্টিমেয় মানুহৰ লাহ-বিলাহৰ কাহিনী নহয়, ই খাটি

খোৱা মানুহৰ জীয়াই থকাৰ সংগ্ৰামৰো কাহিনী ; ই দেশৰ উৎপাদন-সম্পৰ্ক বিলাকৰ পৰিবৰ্তন আৰু ইয়াৰ পৰিণামস্বৰূপে সাহিত্য, কলা, দৰ্শন, ৰাজনীতি আদিৰ ক্ষেত্ৰত দেখা দিয়া বিপ্লৱসমূহৰো কাহিনী।

এই নতুন দৃষ্টিকোণৰ পৰা ভাৰতৰ বুৰঞ্জী এতিয়াও খুব বেছি লেখা হোৱা নাই। এই বিষয়ৰ বাটকটীয়াসকলৰ নাম সুঁৱৰিলে যি গৰাকী পণ্ডিতৰ নাম প্ৰথমেই মনত পৰে, তেওঁ হ'ল ড. ডি. ডি. কোশাম্বী। 'এন ইন্ট্ৰডাক্সন টু দি ষ্টাডি অৱ ইণ্ডিয়ান হিষ্ট্ৰী' আৰু 'কালচাৰ এণ্ড চিভিলাইজেশ্যন অৱ এনচিয়েন্ট ইণ্ডিয়া'—খাইকৈ এই দুখন কিতাপৰ যোগেদি তেওঁ ভাৰতত বুৰঞ্জী লিখাৰ এটা নতুন ধাৰাৰ প্ৰবৰ্তন কৰি গৈছে। (কোশাম্বীয়ে দিয়া বুৰঞ্জীৰ এটা সংজ্ঞা হ'ল— 'History is the presentation, in chronological order, of the successive changes in the means and relations of production.) তেওঁৰ পিচতে মনলৈ আহে ৰজনীপাম দত্ত, সুশোভন চৰকাৰ, ইৰফান হবিব, আৰ. এচ. শৰ্মা আদিৰ নাম। ভাৰতৰ দাৰ্শনিক তথা সাংস্কৃতিক ঐতিহ্যক এই নতুন দৃষ্টিকোণৰ পৰা পৰ্যালোচনা কৰা পণ্ডিতসকল হ'ল শ্ৰীদেবীপ্ৰসাদ চট্টোপাধ্যায়, এচ. আৰ. ডাঙ্গে, কে. দামোদৰন ইত্যাদি। এওঁলোকৰ উপৰিও পূৱ জাৰ্মানীৰ ৱাল্টাৰ ৰুবেন, চোভিয়েট ৰুছিয়াৰ টি. ষ্টাৰ্‌বাট্‌স্কি, এন. পি. আনিকেভ আদি ভাৰতবিদসকলেও ভাৰতীয় সংস্কৃতিক এই জাতীয় দৃষ্টিভঙ্গীৰে আলোচনা কৰিছে।

এই নতুন দৃষ্টিকোণৰ পৰা অসম-বুৰঞ্জীৰ বিস্তৃত আলোচনা এতিয়াও হোৱা নাই। অৱশ্যে ডঃ অমলেন্দু গুহৰ 'প্লেণ্টাৰৰাজ টু স্বৰাজ' আৰু কেইটামানেক ইংৰাজী প্ৰবন্ধ, আৰু ডঃ হীৰেন গোঁহাইৰ 'অসমীয়া মধ্যবিত্ত সমাজৰ ইতিহাস' নামৰ প্ৰবন্ধখনি ('অৰিজিন্ অৱ দি আচামিজ মিড্‌ল ক্লাচ' নামেৰে যাৰ ইংৰাজী সাৰাংশও প্ৰকাশ পাইছে), তদুপৰি শ্ৰীঅনিল ৰায়চৌধুৰীয়ে শংকৰী

সংস্কৃতিৰ ওপৰত কৰা ছুটামান আলোচনা ইয়াৰ উল্লেখযোগ্য ব্যতিক্রম।

মাৰ্ক্সৰ বুৰঞ্জীৰ দৰ্শনে আমাৰ পঢ়াশলীয়া পণ্ডিতসকলক প্ৰভাৱিত কৰিব কেতিয়া ?

( ১৯৭৫ )



# ঐতিহাসিক বস্তুবাদ
## আৰু
# ব্যক্তি-স্বাধীনতাৰ সমস্যা

মাৰ্ক্সৰ ঐতিহাসিক বস্তুবাদ এটা দৈৱবাদী তত্ত্ব ; মানুহ ইয়াত ইচ্ছা-স্বাতন্ত্র্যবিহীন কেতবোৰ নিৰ্জীৱ পুতলা, বুৰঞ্জীৰ সনাতন ভবা-খেলখনৰ কিছুমান অসহায় গুটি মাথোন ; মানুহৰ কাৰ্যক্ষমতাক উপেক্ষা কৰি কেৱল ঐতিহাসিক অপৰিহাৰ্য্যতাৰ ওপৰতে সমস্ত গুৰুত্ব আৰোপ কৰাই এই তত্ত্বৰ প্ৰবৃত্তি ;—ব্যক্তি স্বাধীনতাৰ সন্দৰ্ভত মাৰ্ক্সবাদৰ বিপক্ষে এনে অভিযোগ সঘন। ৰাধাকৃষ্ণন, ক্ৰোচে, পপাৰ, বাৰ্লিন আদিকে প্ৰমুখ্য কৰি প্ৰাচ্য আৰু পাশ্চাত্যৰ অসংখ্য পণ্ডিতে মাৰ্ক্সবাদৰ এই 'ক্ৰটী' সোচ্চাৰে আলোচনা কৰিছে।

ঐতিহাসিক বস্তুবাদ এটা দৈৱবাদী তত্ত্ব বুলি প্ৰচাৰিত হোৱাৰ কাৰণ মাইকৈ দুটা— (১) মাৰ্ক্সীয় দৰ্শনৰ ওপৰত হেগেলীয় দৰ্শনৰ প্ৰভাৱ আৰু (২) মাৰ্ক্সবাদ এটা বৈজ্ঞানিক তত্ত্ব বুলি কৰা প্ৰচাৰ। বুৰঞ্জী সম্পৰ্কে হেগেলে এটা ভাববাদী মত পোষণ কৰিছিল। তেওঁৰ মতে বুৰঞ্জী হ'ল 'পৰমতাৰ' নামৰ অখণ্ড কাল্পনিক সত্তাটোৰ পৰি-কল্পনা বিলাকৰ ক্ৰমিক ৰূপায়ন ; বুৰঞ্জীৰ সমস্ত বিধি 'পৰম'ৰ দ্বাৰা আগতীয়াকৈ নিৰ্ণীত, শক্তিকে পুৰুষকাৰে বুৰঞ্জীৰ অমোঘ ধাৰাৰ হীন-দেঢ়ি ঘটাব নোৱাৰে। একেদৰে বিজ্ঞানৰ সূত্ৰবিলাকো হেগেলৰ বুৰঞ্জীৰ সূত্ৰবিলাকৰ দৰে পূৰ্ব নিৰ্দিষ্ট,—পাৰ্থক্য মাথোন এই খিনিতেই যে প্ৰকৃতিৰ পৰিচালনাৰ বাবে বিজ্ঞানে এজন অদৃশ্য কৰ্ত্তাৰ অস্তিত্ব মানি নলয়। ই দুয়োটা বিবেচনাৰ পৰিপ্ৰেক্ষিতত ঐতিহাসিক বস্তুবাদক এটা দৈৱবাদী তত্ত্ব বুলি ভবাটো অস্বাভাৱিক নহয়। এনে ধাৰণাৰ বশৱৰ্ত্তী হৈ বাৰ্হেলেও লেখিছে, "হেগেলৰ

মতে বুৰজীৰ বিকাশ আছিল তৰাখেলৰ দৰে যুক্তি-অনুসৃত। মাৰ্ক্স-এংগেলচে খেলৰ বিধিসমূহ ৰাখিলে; কিন্তু ধৰি ললে যে খেলৰ গুটিবোৰ চালিত হয় এজন খেলুৱৈৰ দ্বাৰা নহয়, বৰং পদাৰ্থ বিজ্ঞানৰ নিয়ম অনুযায়ীহে।" (ফ্ৰীডম এণ্ড অৰ্গেনাইজেশ্যন)।

কিন্তু মাৰ্ক্সবাদ হেগেলীয়বাদৰ এটা অবিকল অনুকৃতি নহয়। 'হেগেল মূৰৰ ওপৰত থিয় হৈ আছিল, মই তেওঁক ভৰিৰ ওপৰত থিয় কৰাই দিলো'—বুলি মাৰ্ক্সে কৈছিল যদিও মাৰ্ক্সবাদ এটা স্বকীয়া তত্ত্ব, ইয়াক হেগেলীয়বাদৰ এটা সংস্কৰণ বুলি ভবাটো ভুল। দ্বিতীয়তে, যিবিলাক সাধাৰণ সূত্ৰই প্ৰকৃতি দেবীক পৰিচালনা কৰে, ঠিক তেনে ধৰণৰ কিছুমান সূত্ৰৰ দ্বাৰাই সমাজো পৰিচালিত হয় বুলি মাৰ্ক্সে কৈছিল সঁচা; এংগেলচেও ঐতিহাসিক বস্তুবাদক ডাৰউইনৰ ক্ৰমবিকাশমানবাদৰ লগত সঘনে তুলনা কৰিছিল। সেইবুলি মাৰ্ক্সৰ সামাজিক সূত্ৰবিলাক ভৌতিক বিজ্ঞানৰ সূত্ৰবিলাকৰ লৈতে একাত্ম নহয়। বুৰঞ্জীত ক্ৰিয়া কৰা অদৃশ্য বলবিলাকে ভৌতিক বিজ্ঞানৰ সূত্ৰবিলাকৰ দৰে ইমান কঠোৰভাৱে কাৰ্য-কাৰণ সূত্ৰ ( causal laws ) মানি নচলে। মাৰ্ক্সে নিঃসন্দেহে এই কথা বুজি পাইছিল; নহলে মানুহে নিজেই নিজৰ ইতিহাস গঢ়ে বুলি তেওঁ বাৰম্বাৰ কৈ নগ'লহেঁতেন।

মাৰ্ক্সৰ মতে সমাজক পৰিচালনা কৰা সূত্ৰবিলাক ভৌতিক বিজ্ঞানৰ সূত্ৰবিলাকৰ অনুৰূপহে; সিহঁত অভিন্ন নহয়। ৰসায়ন বিজ্ঞান, পদাৰ্থ বিজ্ঞান আদিত অধ্যয়নৰ বিষয় হৈছে কিছুমান অচেতন পদাৰ্থ। গতিকে ই বিলাকত নিশ্চয়তাবাদ অতিশয় কঠোৰ। পদাৰ্থ বিজ্ঞানত এটা পৰিস্থিতিৰ বৰ্তমান অৱস্থাটোৰ বিষয়ে ভালদৰে জনা থাকিলে সেই পৰিস্থিতিটোৰ অতীত আৰু ভৱিষ্যতৰ নিৰ্ভুল গণনা সম্ভৱ। এটা শিলগুটি এটা বিশেষ জোৰেৰে দলিয়াই দিলে সি কিমান দূৰৈত পৰিব, তাৰ গতিপথ কেনেকুৱা হ'ব, এটা বিশেষ সময়ৰ অন্তত তাৰ বেগ কিমান হ'ব—ইত্যাদি শিলগুটিটোৰ ভাৱী

ইতিহাস গণিতৰ সহায়েৰে নিখুঁত ভাবে কৰ পাৰি। কিন্তু সামাজিক পৰিস্থিতি এটাৰ ভবিষ্যত ইমান নিখুঁতভাবে নিৰ্দিষ্ট হৈ নাথাকে। সমাজবিজ্ঞানৰ বিষয়-বস্তু পদাৰ্থ বিজ্ঞানৰ বিষয় বস্তুতকৈ জটিলতৰ; ইয়াত অধ্যয়নৰ বিষয় হ'ল মানুহ, আৰু মানুহ এটা সচেতন জীৱ-ই শিলগুটিৰ দৰে ইচ্ছাস্বাতন্ত্র্য বিহীন এটা জড় পদাৰ্থ নহয়। তদুপৰি ইয়াত বিষয় আৰু বিষয়ী একেটাই,—ইয়াত অধ্যয়ন কৰোঁতাজনো মানুহ অধ্যয়নৰ বিষয়ো মানুহ; গতিকে পদাৰ্থ বিজ্ঞানৰ নিখুঁত বস্তুধৰ্মিতা সমাজবিজ্ঞানত অসম্ভৱ।

ঐতিহাসিক বস্তুবাদ অনুসৰি বুৰঞ্জী কিছুমান অসংলগ্ন ঘটনাৰ যান্ত্ৰিক প্ৰবাহ নহয়, ইয়াত ঘটনাবিলাকৰ মাজত এক জৈবিক ঐক্য বিদ্যমান। ইয়াত সভ্যতাৰ এটা পৰ্যায় তাৰ পূৰ্ববৰ্তী পৰ্যায়টোৰ লগত ওতঃপ্ৰোতভাবে সম্পৰ্কিত; তেনেকৈ পূৰ্ববৰ্ত্তী পৰ্যায়টো তাৰো পূৰ্ববৰ্ত্তী পৰ্যায়বিলাকৰ লগত নিবিড়ভাবে জড়িত। এইদৰে, এডাল শিকলিৰ দৰে সভ্যতাৰ বিভিন্ন যুগৰ পৰ্যায়বিলাক পাৰস্পৰিকভাবে জোৰা লাগি থাকে। গতিকে সিইতৰ এটাক বাদ দি আনটোৰ বিজ্ঞানসম্মত ব্যাখ্যা সাধ্যাতীত। তদুপৰি এই সংলগ্নতা কেৱল অতীতৰ পৰ্যায়বিলাকৰ লগতে নহয়; সভ্যতাৰ বৰ্ত্তমান পৰ্যায়টো তাৰ অতীতৰ পৰ্যায়বিলাকৰ লগত যিবিলাক সূত্ৰেৰে বন্ধা, সেই একেবিলাক সূত্ৰই সভ্যতাৰ আহিবধৰা পৰ্যায়বিলাককো বৰ্ত্তমানৰ লগত বান্ধি ৰাখে। সেয়ে কঠোৰভাবে নহলেও বিজ্ঞা-কাৰ্যকাৰণ সূত্ৰবিলাক সমাজবিজ্ঞানতো প্ৰযোজ্য। বৰ্ত্তমানৰ কাৰ্যৰ কাৰণ লুকাই থাকে অতীতত, আৰু অতীতৰ এই কাৰণবিলাকে বৰ্ত্তমানৰ কাৰ্যক প্ৰভাবিত কৰে; আনহাতে ভবিষ্যতৰ ক্ষেত্ৰত বৰ্ত্তমানৰ কাৰ্যবিলাক ভবিষ্যতৰ কাৰ্যৰ কাৰণৰূপে দেখা দিয়ে। গতিকে অতীতে বৰ্তমানক প্ৰভাবিত কৰাৰ দৰে ভৱিষ্যতক গঢ় দিয়াত বৰ্তমানৰো বহুখিনি প্ৰভাৱ থাকে। এটা যুগৰ, এখন সমাজ তাৰ পূৰ্ব্ববৰ্ত্তী অৱস্থাৰ ওপৰত আশ্ৰিত হোৱাৰ ফলত সমাজ-

ধনৰ পৰিবৰ্তনৰ কিছুমান চৰ্ত আগৰে পৰা বন্ধা হৈ থাকে। গতিকে মানুহে নিজৰ হুজুগ অনুযায়ী সমাজখন গঢ় দিব নোৱাৰে। মানুহৰ শ্ৰধা আৰু কাৰ্য ক্ষমতাৰ মূল্য নোহোৱা নহয়; কিন্তু কেতবোৰ বিকল্পৰ ভিতৰতহে ইহঁত সীমাবদ্ধ। অতীতৰ চৰ্তবিলাকে মানুহৰ কাৰ্য ক্ষমতাৰ এই সীমা বান্ধি দিয়ে। মাৰ্ক্সে লেখিছে, "মানুহেই বুৰঞ্জী গঢ়ে, কিন্তু যেনেকৈয়ে মন যায়, তেনেকৈ নহয়। মানুহে বুৰঞ্জী গঢ়াৰ পৰিস্থিতি নিজে পছন্দ কৰিব নোৱাৰে; অতীতে বান্ধি দিয়া পৰিস্থিতিৰ ই মাথোন সন্মুখীনহে হয়। মৃত পুৰুষৰ পৰম্পৰাই এক দুঃস্বপ্নৰ দৰে জীৱন্ত পুৰুষৰ মগজুক হেঁচা মাৰি ধৰি থাকে।" (এইটিন্থ্ ব্ৰুমেয়াৰ অব লুই ব'নাপাৰ্ট্)।

এতেকে, বৈজ্ঞানিক তত্ত্ববিলাকৰ দৰে ঐতিহাসিক বস্তুবাদ বহু পৰিমাণে এটা নিশ্চয়তাবাদী তত্ত্ব হলেও ই দৈৱবাদী তত্ত্ব নহয়; ইয়াত পুৰুষকাৰৰ অভাৱ নাই, ই মাথোন মানুহক তাৰ ক্ষমতাৰ সীমাবদ্ধতাৰ কথা সোঁৱৰাই থাকে যাতে যি ইচ্ছা তাকে কৰিবলৈ গৈ ই পিচত হতাশ নহয়'গ। প্ৰতিটো কাৰ্যৰে কাৰণ আছে বুলি ঐতিহাসিক বস্তুবাদে বিশ্বাস কৰে, আৰু এই অৰ্থত ই নিশ্চয়তা-বাদী; কিন্তু এটা শিলগুটিৰ দৰে মানুহৰ ভৱিষ্যত নিখুঁতভাৱে আগতীয়াকৈ নিৰ্ধাৰিত হৈ থাকে বুলি ই নকয়; মানুহৰ ভৱিষ্যত কম-বেছি পৰিমাণে মুক্ত ( open ) বুলি ইও স্বীকাৰ কৰে।

ঐতিহাসিক বস্তুবাদ সম্পৰ্কে কেৱল 'এ কন্ট্ৰিবিউশ্বন টু দি ক্ৰিটিক অব পলিটিকেল ইকনমি' গ্ৰন্থৰ পাতনি পঢ়া কোনো কোনো লোকে এইখিনিতে প্ৰতিবাদ কৰি হয়তো কব: 'এই কথাই যদি সঁচা হয়, তেন্তে উক্ত গ্ৰন্থৰ পাতনিত মাৰ্ক্সে মানুহে জীৱনত সন্মুখীন হব-লগীয়া সামাজিক পৰিস্থিতিবিলাক তেওঁলোকৰ ইচ্ছা-অনিৰ্ভৰ বুলি লেখিলে কিয়? সমাজৰ পৰিবৰ্তন মানুহৰ ব্যক্তিগত ইচ্ছা-অনি-চ্ছাৰ ওপৰত নিৰ্ভৰ নকৰে—এনে উক্তিৰ মাজত ব্যক্তি-সত্তাৰ স্থান ক'ত?' সমাজবাদৰ বুৰঞ্জী বৰ্টোতা জি. ডি. এইচ. ক'ল-এ তেওঁৰ

'দি মিনিং অব মার্ক্সিজম' গ্ৰন্থত এটা বৈজ্ঞানিক উপমাৰ দ্বাৰা মাৰ্ক্সৰ এই উক্তি ব্যাখ্যা কৰিছে। 'সাংখ্যিকীয় বলবিজ্ঞান' ( statistical mechanics ) নামৰ বিজ্ঞানৰ তত্ত্বটোৱে কয় যে পদাৰ্থৰ অনু-বিলাক ব্যক্তিগতভাৱে স্বকীয়া হলেও সিহঁতৰ কিছুমান সাধাৰণ বৈচিত্ৰ্য থাকে, আৰু পদাৰ্থৰ চৰিত্ৰ নিৰ্ণীত হয় অনুবোৰৰ ব্যক্তিগত ধৰ্মৰ দ্বাৰা নহয়, সিহঁতৰ সমষ্টিগত ধৰ্মৰ দ্বাৰাহে। ব্যক্তিগতভাৱে এটা বা দুটা অনুৱে পদাৰ্থৰ ধৰ্মক প্ৰভাৱিত কৰিব নোৱাৰে। পদাৰ্থ অসংখ্য অনুৰ সমষ্টি হোৱাৰ দৰে সমাজো হৈছে অসংখ্য ব্যক্তিৰ সমষ্টি। ইয়াত প্ৰতিজন ব্যক্তিৰে চিন্তা-সামৰ্থ্য আছে, আৰু প্ৰতি-জনৰে চিন্তা-প্ৰণালীও স্বকীয়া। তথাপি, অনুবিলাকৰ মাজত কিছুমান সাধাৰণ বৈশিষ্ট্য থকাৰ দৰে এটা বিশেষ যুগৰ এখন সমা-জৰ ব্যক্তিগত চিন্তাসমূহৰ মাজতো কেতবোৰ সাধাৰণ বৈশিষ্ট্য থাকে; আৰু এই সাধাৰণ বৈশিষ্ট্যযুক্ত চিন্তাইহে সমাজক কোনো এটা বিশেষ দিশেদি আগুৱাই লৈ যায়। এই চিন্তা স্বয়ম্ভু নহয়, অতীতৰ পৰিস্থিতি ইয়াৰ অস্তিত্বভেটি। গতিকে সামাজিক বিবৰ্তনৰ দিশ পৰস্পৰ-জড়িত দুটা বিষয়ৰ সৈতে নিবদ্ধিত বুলি আমি কব পাৰোঁ—(১) অতীতৰ পৰিস্থিতি, আৰু (২) বৰ্তমানৰ সামূহিক চিন্তা। দুয়োটা জনা থাকিলে সামাজিক বিবৰ্তনৰ দিশ-টোৰ ভাবিকথন সম্ভৱ। সাংখ্যিকীয় বলবিজ্ঞানত এটা বিশেষ অনুৰ গতিবিধি যেনেকৈ আমি পোনপটীয়াকৈ কব নোৱাৰোঁ, অথচ পৰিস্থিতিটো ভালদৰে জনা থাকিলে পদাৰ্থ এটাৰ চৰিত্ৰ সম্পৰ্কে ভবিষ্যতবাণী কৰিব পাৰোঁ, তেনেকৈ সমাজত ব্যক্তি-বিশেষৰ চিন্তা-ধাৰা কেনেকুৱা তাক আমি ঠিৰাংকৈ কব নোৱাৰিব পাৰোঁ, সেই বুলি এটা বিশেষ যুগৰ এখন সমাজৰ সামূহিক চিন্তাধাৰা ভবিষ্যত-বাণী কৰাৰ পৰা ই আমাক বিৰত কৰিব নোৱাৰে।

ঐতিহাসিক বস্তুবাদত ব্যষ্টিতকৈ সমষ্টিৰ গুৰুত্ব অধিক। বস্তুতে সামাজিক বিবৰ্তনৰ দিশ নিৰ্ণীত হয় অতীত পৰিস্থিতিৰ উপৰত

নির্ভৰশীল বৰ্তমানৰ সাধাৰণ চিন্তাৰ দ্বাৰা ; এজন বা দুজন ব্যক্তিৰ প্ৰভাৱ ইয়াত নগণ্য। প্ৰতিভাশালী কোনো ব্যক্তিয়ে সমাজৰ গতি সামান্যভাৱে ব্যাহত বা ত্বৰান্বিত হয়তো কৰিব পাৰে ; সেই বুলি সামাজিক বিৱৰ্তন ৰোধ কৰিবপৰা বা তাৰ দিশ-সলনি কৰিব পৰা ক্ষমতা ব্যক্তি-বিশেষৰ হাতত নাথাকে।

o o o

যুৰজীক গঢ় দিয়াত মহান ব্যক্তিৰ ভূমিকাৰ প্ৰশ্ন এইখিনিতে আহি পৰে। মাৰ্ক্সীয় দৰ্শনত মহান ব্যক্তিৰ বাবে স্থান নোহোৱা নহয়। কিন্তু কাৰ্লাইলৰ মহান ব্যক্তিগৰাকীৰ দৰে তেওঁ ইয়াত একমেবাদ্বিতীয়ম নহয় ; অতীতৰ পৰিস্থিতিবিলাকে বান্ধি দিয়া সীমাৰ বাহিৰত প্ৰভাৱ বিস্তাৰ কৰিবপৰা ক্ষমতা তেওঁ নাই। মাৰ্ক্স-বাদত এজন মহান ব্যক্তিৰ জন্ম এটা ঐতিহাসিক প্ৰয়োজনীয়তা,—যুগৰ প্ৰয়োজনে তেওঁৰ জন্ম দিয়ে। মাৰ্ক্সৰ মতে মানুহ সমাজৰ এটা সৃষ্টি, তেওঁ বাস কৰা সামাজিক সম্পৰ্কবিলাকৰ এটা গোট ('an ensemble of social relations')। মানুহৰ কেৱল কৰ্মই নহয়, মানুহৰ ধ্যান-ধাৰণাও সামাজিক পৰিবেশৰ দ্বাৰা প্ৰভাৱিত ; শূন্যতাৰ পৰা মানুহৰ চিন্তাই জন্ম নলয়। গতিকে মানুহে যিহকে ইচ্ছা কৰে তাকে কৰিবতো নোৱাৰেই, বৰং খপেনহাৱাৰে এবাৰ কোৱাৰ দৰে, তেওঁ যিহকে ইচ্ছা কৰে তাকে ইচ্ছা কৰিবও নোৱাৰে। সমাজৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিলেও সমা-জৰো তেওঁৰ ওপৰত যথেষ্ট প্ৰভাৱ থাকে।

এই কথা ঠিক যে কোন মুহূৰ্তত কেনে চৰিত্ৰৰ মহান ব্যক্তি সমাজত আবিৰ্ভাৱ হয়হি, সি সম্পূৰ্ণ সম্ভাৱনাৰ ব্যাপাৰ ; তাৰ নিখুঁত ভৱিষ্যত বাণী কৰাৰ ক্ষমতা কোনো সমাজবিদৰে নাই। সেই বুলি মহৎ লোকৰ জন্ম নিছক ভাগ্যৰ খেলা নহয়। ভগৱান নামৰ কোনো অলৌকিক সত্তাৰ খেয়াল—খুচিমতে এজন মহৎ

লোক স্বৰ্গৰ পৰা পৃথিৱীলৈ নামি নাহে ; যুগৰ প্ৰয়োজনে তেওঁক জন্ম দিয়ে। গতিকে মহৎ লোকৰ জন্ম ইতিহাসৰ এটা অভাৱনীয় ঘটনা নহয়। আইনষ্টাইন নোহোৱা হলেও এসময়ত আপেক্ষিকতাবাদৰ উদ্ভৱ হ'লহেঁতেন বা ভাৰতীয় ৰাজনীতিত গান্ধীৰ অভ্যুদয় নোহোৱা হলেও ভাৰতবৰ্ষ এসময়ত স্বাধীন হ'লহেঁতেন। ইয়াৰ দ্বাৰা আইনষ্টাইন বা গান্ধীৰ প্ৰতিভা হেয় হৈ নপৰে। আইনষ্টাইন নথকা হলে যি যৌক্তিক অনুক্ৰম আৰু সৰলতা আপেক্ষিকতাবাদত বৰ্তমান, সি হয়তো নাথাকিলহেঁতেন বা গান্ধীজীৰ অবিহনে যি পদ্ধতিৰে ভাৰতবৰ্ষ স্বাধীন হ'ল, ঠিক একে পদ্ধতিৰে ই স্বাধীন নহ'লহেঁতেন ; আইনষ্টাইন আৰু গান্ধীজীৰ প্ৰতিভা এইখিনিতেই।

মাৰ্ক্সবাদে মহান ব্যক্তিৰ অস্তিত্ব অস্বীকাৰ নকৰে, কিন্তু ই তেওঁলোকক ঈশ্বৰপ্ৰেৰিত দেৱদূত বুলি ধৰি নলয়। ই কয় যে মহান ব্যক্তিও তেওঁ বাস কৰা সমাজৰে সন্তান আৰু তেওঁৰ ক্ষমতাও সীমাবদ্ধ ; অতীতে বান্ধি দিয়া চৰ্তবোৰ তেওঁ উলঙ্ঘা কৰিব নোৱাৰে। তেওঁৰ মহত্ব লুকাই থাকে যুগৰ পৰিস্থিতিয়ে তেওঁক দিয়া জ্ঞান সম্যকভাৱে আহৰণ কৰাত আৰু তাক কামত খটুৱাব পৰা কৌশলসমূহ আয়ত্ত কৰাত। তাকে কৰিব নোৱাৰিলে সমাজে তেওঁৰ নেতৃত্ব মানি নলয় ; বৰং স্তালিনৰ ভাষাত কব লাগিলে সমাজৰ ডন কুইক্সোট জাতীয় এজন বহুৱা হোৱাৰহে তেওঁৰ সম্ভাৱনা থাকে।

০ ০ ০

এতিয়া মাৰ্ক্সবাদে ব্যক্তিসত্তাৰ স্বাধীনতা দিয়ে নে নিদিয়ে ? স্বাধীনতা মানুহৰ এটা প্ৰিয় শব্দ। পৃথিৱীৰ সকলো মানুহেই স্বাধীনতা বিচাৰে : কিছুমানে বিচাৰে যিহকে ইচ্ছা তাকে কোৱাৰ স্বাধীনতা, কিছুমানে আকৌ বিচাৰে যিহকে ইচ্ছা তাকে কৰাৰ স্বাধীনতা ; কিছুমানে বিচাৰে ৰাজনৈতিক স্বাধীনতা, কিছুমানে আকৌ আৰ্থিক স্বাধীনতা। কিন্তু স্বাধীনতা কি ?—বুলি কোনোবাই

সুধিলে সতকাই তাৰ উত্তৰ পোৱা টান। সকলো মানুহলৈকে ই একে অৰ্থ কঢ়িয়াই নানে। এজনৰ কাৰণে যি স্বাধীনতাৰ পুষ্পহাৰ, আন এজনৰ কাৰণে সি দাসত্বৰ শিকলি হোৱাও অসম্ভৱ নহয়। এদল মানুহৰ কাৰণে নিজে যিহকে ইচ্ছা তাকে কৰাৰ স্বাধীনতাই আন এদলৰ কাৰণে আনৰ ওপৰত যিহকে ইচ্ছা তাকে কৰাটোহে বুজাব পাৰে। অত্যাচাৰী জমিদাৰ এজনে স্বাধীনতাৰ নামত দুখীয়া কৃষকৰ ওপৰত যি ইচ্ছা তাকে কৰিব পাৰে; কিন্তু কৃষকৰ বাবে ই স্বাধীনতা নহয়, ই দাসত্বৰ দুৱাৰদলিহে। সেইদৰে অবাধ অৰ্থ ব্যৱস্থাৰ ( laissez fair economy ) সুবিধা লৈ পুঁজিপতিসকলে ইচ্ছানুযায়ী ধন ঘটিব পাৰে; কিন্তু সৰ্বসাধাৰণৰ বাবে পুঁজিপতিৰ এই 'স্বাধীনতা' এক সামূহিক দৰিদ্ৰকৰণৰ বাহিৰে আন একো নহয়। গতিকে স্বাধীনতা বিভিন্ন শ্ৰেণীৰ মানুহৰ ওচৰত বিভিন্ন ধৰণে প্ৰকাশ পায়।

স্বাধীনতা সম্পৰ্কে হেগেলীয় ধাৰণাই মাৰ্ক্সবাদৰো স্বাধীনতাৰ ধাৰণা। হেগেলৰ মতে ভৱিতব্যতা সম্পৰ্কীয় জ্ঞানেই ( know-ledge of necessity ) হ'ল স্বাধীনতা। এই ভৱিতব্যতা নো কি? কিছুমান বিশেষ চৰ্তত যিবোৰ ঘটনা ঘটিবলৈ বাধ্য, হেগে-লীয় তথা মাৰ্ক্সীয় দৰ্শনত তাকে 'ভৱিতব্যতা' বুলি কোৱা হয়। শূণ্য ডিগ্ৰী চেন্টিগ্ৰেডত বৰফ পানী হোৱাটো বা এশ ডিগ্ৰী চেন্টিগ্ৰেডত পানী ভাপ হোৱাটো ভৱিতব্যতা-এক বৈজ্ঞানিক ভৱিতব্যতা। সেই-দৰে সামন্তবাদৰ পিচত পুঁজিবাদ বা পুঁজিবাদৰ পিচত সমাজবাদ অহাটো হ'ল ঐতিহাসিক ভৱিতব্যতা। ভৱিতব্যতাৰ বিপৰীতাৰ্থক শব্দবোৰ হ'ল ভাগ্য, দৈব, কপাল ইত্যাদি। ভৱিতব্য পৰিস্থিতি বিলাকৰ ভাবিকথন সম্ভৱ; কিন্তু দৈবৰ ক্ষেত্ৰত ই অসাধ্য। যি কোনো কাম কৰিবলৈকে মানুহ স্বাধীন; কেৱল সেই কাম কৰিবলৈ যোৱাৰ আগতে সেই কামত সফলতা লাভৰ বাবে যিবিলাক প্ৰয়ো-জনীয় চৰ্ত আছে, সিবিলাকৰ বিষয়ে তেওঁ জ্ঞান আহৰণ কৰিব লাগিব

আৰু সেই চৰ্তবিলাকৰ তেওঁ মানিব লাগিব। এজন মানুহে আকাশত উৰোঁ বুলিলেই উৰিব নোৱাৰে ; তাৰ আগতে তেওঁ বিমানবিজ্ঞানৰ সূত্ৰসমূহ জানিব লাগিব আৰু সিবিলাক মানিবও লাগিব। এজন মানুহে সাঁজো বুলিয়েই এটা গাড়ীৰ ইঞ্জিন সাজি উলিয়াব নোৱাৰে, তাৰ আগতে বলবিদ্যাৰ জ্ঞান তেওঁ আহৰণ কৰিব লাগিব আৰু বলবিদ্যাৰ নিয়মসমূহ তেওঁ মানিব লাগিব। এজন মানুহ আকাশত উৰিবৰ বাবে, এটা গাড়ীৰ ইঞ্জিন সাজিবৰ বাবে স্বাধীন,— যদিহে তাৰ বাবে প্ৰয়োজনীয় জ্ঞান তেওঁ আহৰণ কৰি লয় আৰু তাৰ প্ৰয়োজনীয় নিয়মসমূহ তেওঁ ভংগ নকৰে। প্ৰকৃতিৰ ওপৰত আমাৰ প্ৰভুত্ব লাভৰ স্বাধীনতা প্ৰকৃতিৰ নিয়মাৱলী সম্পৰ্কে আমাৰ জ্ঞানৰ ওপৰত নিৰ্ভৰশীল। বেকনে এবাৰ কোৱাৰ দৰে, 'প্ৰকৃতিক বশ কৰিব খুজিলে প্ৰথমে প্ৰকৃতিৰ বশ হব লাগিব'। প্ৰকৃতিৰ নিয়ম-নীতি নজনাকৈ হুৰমুৰকৈ যদি আমি প্ৰকৃতিৰ ওপৰত প্ৰভুত্ব খটুৱাবলৈ যাওঁ, তেন্তে দুখলগাকৈ আমি ব্যৰ্থ হ'ম। এই কাৰণতে প্ৰকৃতিক বশ কৰাত আদিম যুগৰ মেজিক আৰু মধ্যযুগৰ ৰসবিদ্যা ব্যৰ্থ হৈছিল ; আনহাতে বিজ্ঞানে জয়লাভ কৰিছিল।

প্ৰাকৃতিক নিয়মসমূহৰ লগত সামাজিক নিয়মসমূহৰ এক সমান্তৰাল সম্পৰ্ক আছে। প্ৰকৃতিৰ নিয়মবিলাক আমি আমাৰ ইচ্ছানুযায়ী অদল-বদল কৰিব নোৱাৰোঁ ; সেই বুলি আমি প্ৰকৃতিৰ দাস নহওঁ। মহাকৰ্ষণ বল পৃথিবীৰ পৰা আমি নাইকিয়া কৰি দিব নোৱাৰোঁ, সেইবুলি ই আমাক গ্ৰহান্তৰ ভ্ৰমণত বাধা দি ৰাখিব পৰা নাই। প্ৰকৃতিৰ নিয়মসমূহৰ দৰে সামাজিক গতিৰ নিয়ম সমূহো বহু পৰিমাণে ভৱিতব্য আৰু এই নিয়মসমূহৰ জ্ঞানৰ পৰাই সমাজক গঢ় দিয়াৰ স্বাধীনতা আমি পাওঁ। ঐতিহাসিক ভৱিতব্যতা বিলুপ্ত কৰি পেলোৱাৰ ক্ষমতা মানুহৰ নাই, সেইবুলি ইয়াৰ সমুখত মানুহ কিছুমান নিঃসহায় জীৱ নহয় ; ঐতিহাসিক ভৱিতব্যতাৰ জ্ঞানে ইতিহাসক গঢ় দি লবলৈ আমাক স্বাধীনতা দিয়ে। এংগলচে

লেখিছে, "প্ৰাকৃতিক সূত্ৰসমূহৰ পৰা মুক্তিলাভৰ স্বপ্নত স্বাধীনতা নাথাকে ; স্বাধীনতা থাকে সেই সূত্ৰসমূহৰ জ্ঞানতহে আৰু বিশেষ উদ্দেশ্যত পদ্ধতিমূলকভাৱে সিবিলাকক কামত খটুওৱাৰ সম্ভাৱনাতহে। বহিঃপ্ৰকৃতিৰ সূত্ৰসমূহত, আৰু মানুহৰ দেহ-মন পৰিচালিত কৰা সূত্ৰসমূহতো ( যদিও দুয়োবিধ সূত্ৰক পৃথক কৰিব পাৰি কেৱল কল্পনাতহে ) এই কথা প্ৰযোজ্য। এতেকে কোনো এটা বিষয় ভালদৰে জানি লৈ তাৰ ওপৰত সিদ্ধান্ত লব পৰা সামৰ্থ্যই হ'ল স্বাধীনতা।" ( এঙ্গেল্স ডুৰিং ) ।

০ ০ ০

সামাজিক শৃংখলা উলংঘা কৰি যেতিয়াই যি খুচি, তাকে কৰা-টোকে স্বাধীনতা বুলি আমি বহুতেই ভাবোঁ ; কিন্তু আচলতে ই এটা আত্মকেন্দ্ৰিক ভ্ৰমহে ; কাৰণ প্ৰকৃতিতেই হওক বা সমাজতেই হওক, জগতত এনে কোনো ঠাই নাই য'ত শৃংখলাৰ শৃংখল নাথাকে। প্ৰাকৃতিক আৰু সামাজিক পৰিস্থিতিবিলাকৰ অজ্ঞতাইহে আচলতে আমাৰ মনত এনে ভ্ৰান্ত ধাৰণাৰ জন্ম দিয়ে। এজন উৎসাহী কিশোৰে

"I will do such things—
what they are yet I know not, but
they shall be the terror of the earth"

—বুলি ৰজা লিয়েৰৰ দৰে ভাবিব পাৰে ; কাৰণ পৃথিৱীত সন্ত্ৰাসৰ সৃষ্টি কৰিবলৈ যাওঁতে কি বিলাক জটিল সামাজিক নিয়মৰ দ্বাৰা তেওঁ অজ্ঞাতে চালিত হব, তাক তেওঁ নাজানে। চহালোকে বেমাৰ এনেয়ে হয় বুলি ভাবে, কাৰণ বেমাৰৰ কাৰণ সম্পৰ্কে তেওঁ-লোক অজ্ঞ। মৰুভূমিত গছ-গছনি নগজে বুলি ভাবিয়েই আমি ক্ষান্ত থাকোঁ, কাৰণ কি চৰ্তত গছ-গছনিৰ জন্ম হয়, সেই সম্পৰ্কে আমাৰ জ্ঞান নাই। অতীজত এই অজ্ঞতাৰ বাবেই মানুহ আৰু ইতৰ প্ৰাণীৰ মাজত পাৰ্থক্য নাছিল ; কিন্তু যেতিয়াই প্ৰকৃতিত ক্ৰিয়া কৰা

নিয়মসমূহৰ বিষয়ে মানুহে জ্ঞান আহৰণ কৰিবলৈ আৰম্ভ কৰিলে, তেতিয়াই মানুহ ইতৰ প্ৰাণীৰ আঁতৰি আহিল ; মানুহে প্ৰকৃতিৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰাৰ ক্ষমতা পালে, প্ৰকৃতিৰ নিয়মসমূহৰ জ্ঞানৰ সহায়েৰে প্ৰকৃতিক নিজৰ ইচ্ছানুযায়ী কামত খটুওৱাৰ স্বাধীনতা মানুহে লাভ কৰিলে। ৰোগৰ কাৰণসমূহ মানুহে উদ্ভাৱন কৰিলে আৰু তাৰ ফলত চিকিৎসা বিজ্ঞানৰ জন্ম হ'ল ; উদ্ভিদৰ ৰহস্য ই বিচাৰি উলিয়ালে আৰু লগে লগে মৰুভূমিক শস্য-শ্যামলা কৰি তোলাৰ ক্ষমতা ই আয়ত্ত কৰিলে।

প্ৰকৃতিত কৰাৰ দৰেই সমাজত ক্ৰিয়া কৰা নিয়মসমূহৰ জ্ঞান আৰু সিহঁতৰ অনুবৰ্তনাই সমাজক ইচ্ছানুযায়ী গঢ় দিয়াৰ স্বাধীনতা আমাক দিয়ে। মানুহৰ এটা সামাজিক সত্তা আছে, আৰু এই সত্তাতেই মানবীয় সাৰমৰ্ম নিহিত। মানবীয় ব্যক্তিত্বৰ বিকাশ হাবিত নহয়, মানুহৰ সমাজত। সেয়ে মানুহে স্বাধীনতা বিচাৰিব লাগিব সামাজিক নিয়মাৱলীৰ ভিতৰতে, সিহঁতক উপেক্ষা কৰি নহয়। ৰবীন্দ্ৰনাথে এবাৰ কোৱাৰ দৰে, মাটিৰ বন্ধনৰ পৰা মুক্ত হোৱাটো গছৰ বাবে যেনেদৰে স্বাধীনতা নহয়, তেনেদৰে সামাজিক বন্ধন-মুক্তিও মানুহৰ বাবে স্বাধীনতা নহয়। সামাজিক নিয়মসমূহ স্বাধীনতাৰ প্ৰতিবন্ধক নহয়, বৰং মুষ্টিমেয় লোকৰ সুবিধাবাদৰ পৰা সাধাৰণ মানুহৰ ইবিলাক প্ৰতিৰক্ষকহে।

নিয়ম-নীতিবিহীন সমাজ পৃথিৱীত নাই। গতিকে নিয়ম নীতিৰ 'ঝামেলা' নথকা স্বাধীনতা যদি কোনোবাই বিচাৰে, তেন্তে তেওঁ হয় অটব্য অৰণ্যত, নহয় পৰ্বতৰ গুহাত অকলে বাস কৰিব লাগিব। কিন্তু তেতিয়া আৰু তেওঁ মানুহ হৈ নাথাকে, সামাজিক সত্তা হেৰুৱাই তেওঁ হৈ পৰিব এটা ইতৰ প্ৰাণী। সমাজত মানুহৰ বাবে স্বাধীনতা আছে সামাজিক অনুশাসনৰ ভিতৰতেই।

অৱশ্যে এই কথাও লগতে মনত ৰখা দৰকাৰ যে সামাজিক অনুশাসনবোৰৰ কেৱল অন্ধ অনুসেৱন স্বাধীন সামাজিক মানুহৰ

লক্ষণ নহয় ; সিবোৰ যুগোপযোগী হয় নে নহয়, তাক বিচাৰ কৰি চাব পৰা ক্ষমতাও আমাৰ থাকিব লাগিব। দৰাচলতে স্বাধীনতা আছে সমাজৰ অনুশাসনবিলাক আমাৰ সামূহিক প্ৰয়োজনৰ লগত খাপ খুৱাই তোলাতহে, আমি সিইঁতৰ লগত নিজে খাপ খাই পৰাত নহয়।

০ ০ ০

হুজুগ বা মানসিক চঞ্চলতাই যি নিৰ্দেশ দিয়ে, তাৰ অন্ধ অনুসৰণেই স্বাধীনতা নহয় ; এনে 'স্বাধীনতা' অৰাজ্যবাদ বা সুবিধাবাদলৈ ভ্ৰষ্ট হবলৈ সৰহপৰ নালাগে। ইচ্ছানুযায়ী মানুহক হত্যা কৰিবলৈ, স্বাধীন ব্যৱসায়ৰ নামত মানুহক শোষণ কৰিবলৈ বা পৰস্ত্ৰীক হৰণ কৰিবলৈ সমাজে মানুহক স্বাধীনতা দিব নোৱাৰে ; কাৰণ ই মানুহৰ স্বাৰ্থসিদ্ধিৰ 'স্বাধীনতা' নামধাৰী এটা কৌশলহে। গোটাদিয়েক লোকক দিয়া এনে স্বাধীনতাই অগণন মানুহক পৰাধীনতাৰ শিকলিৰে বান্ধি পেলায়। এজন জমিদাৰক যদি যি ইচ্ছা তাকে কৰিবলৈ দিয়া হয়, তেন্তে তাৰ পৰিণাম হব কৃষকক দাসত পৰিণত কৰা ; সেইদৰে কেইজনমান পুঁজিপতিক অবাধ শিল্পনীতিৰ সুবিধা দিয়াৰ মানে হব দেশৰ অজস্ৰ নাগৰিকক আৰ্থিক দাসত্বৰ হাতকড়ি পিন্ধোৱা। গতিকে এনে ধৰণৰ 'স্বাধীনতা' সমাজে ব্যক্তিক দিব নোৱাৰে। এনে 'স্বাধীনতা'ই মানৱ প্ৰজাতিৰ যিটো প্ৰধান বৈশিষ্ট্য—ভ্ৰাতৃত্ববোধ, তাক মানুহৰ মাজত জগাই নোতোলে ; ই মানুহক মানুহৰ ওচৰ চপাই নিনিয়ে, বৰং ই মানুহক মানুহৰপৰা বিচ্ছিন্ন কৰিহে তোলে যাৰ ফলত স্বাধীনতা পৰাধীনতাপ্ৰাপ্ত হয়।

পুঁজিবাদী সমাজ-ব্যৱস্থাই অকল মানুহক মানুহৰ পৰা বিচ্ছিন্ন কৰাই নহয়, মানুহক নিজৰ শ্ৰম আৰু চেতনাৰ পৰাও বিচ্ছিন্ন কৰি তোলে। মানুহৰ শ্ৰমৰ বিচ্ছিন্ন সত্তা ধনে মানৱীয় জীৱনৰ ব্যৱহাৰিক দিশবিলাক আৰু মানুহৰ চেতনাৰ বিচ্ছিন্ন সত্তা ধৰ্মই তাৰ তাত্ত্বিক দিশবিলাক দমন কৰি ৰাখে। এনে সমাজত পুৰুষৰ শক্তি,

নাৰীৰ প্ৰেম, কিশোৰৰ সাহ, শ্ৰমিকৰ শ্ৰম, বুদ্ধিজীৱীৰ মগজু—এই সমস্তই ধনৰ বিনিময়ত লভ্য। এনে সমাজত নিজৰ বিদ্যা-বুদ্ধি, নিজৰ প্ৰতিভা, নিজৰ নৈতিক প্ৰমূল্য, নিজৰ সুকুমাৰ অনুভূতিসমূহ 'ধন' নামৰ ভগৱানজনৰ হাতত বলি দি মানুহ নিজে হৈ পৰে নিঃস্ব, ৰিক্ত ; যিটো বিশেষ গুণে মানুহক এসময়ত প্ৰাণী-জগতৰ পৰা পৃথক কৰিছিল, সেই সামাজিক সত্তাৰ হানিয়ে মানুহক কৰি তোলে কেৱল আত্মচিন্তাসমৰ্থ কিছুমান স্বাৰ্থম্বেষী জন্তু ; নিজ স্বাৰ্থৰ পিচে পিচে অহৰ্নিশে ঘূৰি ঘূৰি মানুহ হৈ পৰে ভ্ৰাতৃহীন, নিঃসংগ। এনে সমাজত নিজৰ বাহিৰে আন কোনোফালে কাণ কৰিবলৈ মানুহৰ সময় নাথাকে ; সকলোৱে বিচাৰে মাথোঁ স্বাধীনতা—নিজৰ ধনৰ টোপোলা ডাঙৰ কৰাৰ স্বাধীনতা। সমাজখন পচি গলে ভেওঁলোক নিজেও যে এদিন পচিব লাগিব, ব্যক্তিগত স্বাৰ্থৰ সন্ধানত ঘূৰি ঘূৰি এই সাধাৰণ সত্যটোকে মানুহে ভেতিয়া পাহৰি পেলায়।

০ ০ ০

হেগেলে কৈছিল, "যিবিলাক 'আমি' নহয়, সিবিলাকৰ অস্তিত্ব অনুভৱ নকৰাটোৱেই হ'ল স্বাধীনতা।" আন ভাষাত, বিচ্ছিন্নতাৰ বিলুপ্তিয়েই হ'ল স্বাধীনতা। গতিকে প্ৰকৃত স্বাধীনতা পাব খুজিলে সমাজৰ বিন্যাস আমি এনেভাৱে কৰিব লাগিব য'ত ব্যক্তিগত সম্পত্তিকে প্ৰমুখ্য কৰি মানুহৰ বিচ্ছিন্ন সত্তাবোৰ লোপ পায়। আন ভাষাত, প্ৰকৃত স্বাধীনতা পাবলৈ হলে সকলো প্ৰকাৰৰ উৎপাদন-সঁজুলি ব্যক্তিৰ হাতৰ পৰা সমাজৰ হাতত ন্যস্ত হব লাগিব। পুঁজিবাদী ব্যৱস্থাত উৎপাদন আৰু বিতৰণৰ ক্ষেত্ৰত যি অৰাজকতা থাকে; তাৰ ঠাই অধিকাৰ কৰিব লাগিব কিছুমান সুপৰিকল্পিত সামাজিক সংস্থাই। জীৱন ধাৰণৰ বাবে কৰা মানুহৰ ব্যক্তিগত সংগ্ৰামৰ তেতিয়াহে অন্ত পৰিব ; তেতিয়া স্বাধীনতা অভিধানৰ মাত্ৰ এটা শব্দ আৰু হৈ নাথাকে, ই হব মানৱসমাজৰ এটা সঁচা সম্পত্তি।

যিবিলাকক এতিয়া স্বাধীনতাৰ প্ৰতিবন্ধক যেন লাগিছে, সিবিলাক তেতিয়া হৈ পৰিব স্বাধীনতাৰ জয়যাত্ৰাত আমাৰ কেতবোৰ মূল্যবান পাথেয়। মানুহ তেতিয়া আৰু নিজৰ সৃষ্টিৰ দাস হৈ নাথাকে, মানুহ হব নিজেই নিজৰ ভাগ্যবিধাতা। এংগেল্‌চৰ ভাষাত কবলৈ গলে, সেয়াই হ'ব "Humanity's leap from the kingdom of necessity to the kingdom of freedom."

(১৯৭১)

o o o

# ভাৰতীয় বৌদ্ধিক ঐতিহ্য

মাৰ্ক্সে এঠাইত লেখিছে, "ভাৰতীয় সমাজৰ কোনো বুৰঞ্জী নাই, অন্ততঃ জ্ঞাত বুৰঞ্জী নাই। আমি যাক ইয়াৰ বুৰঞ্জী বুলি কওঁ, সি হ'ল অপ্ৰতিৰোধ্য আৰু অপৰিৱৰ্তনীয় সমাজখনৰ নিষ্ক্ৰিয় ভেটিত গঢ়ি উঠা ক্ৰমবদ্ধ আক্ৰমণকাৰীৰ বুৰঞ্জী" ('ভাৰতৰ প্ৰথম স্বাধীনতা মহাযুদ্ধ'); আকৌ, "অতীত ভাৰতৰ ৰাজনৈতিক দিশটো যিমানেই পৰিৱৰ্তনশীল যেন নালাগক কিয়, উনৈশ শতিকাৰ প্ৰথম দশকলৈকে ইয়াৰ সামাজিক অৱস্থাৰ কোনো পৰিৱৰ্তন ঘটা নাছিল।" (পূৰ্বোক্ত গ্ৰন্থ)

আপাতদৃষ্টিত দুয়োটা উক্তিয়েই কঠোৰ যেন আমাৰ লাগিব পাৰে,—আৰু বিনা সমালোচনাৰে ইহঁতক হজম কৰাও টান। মাৰ্ক্সৰ এনে উক্তিৰ উৎস হ'ল,—সম্ভৱতঃ, তেখেতৰ বৌদ্ধিক বিকাশত হেগেলৰ প্ৰভাৱ। (হেগেলৰ 'বুৰঞ্জীৰ দৰ্শন' গ্ৰন্থত ভাৰত সম্পৰ্কে অনুৰূপ মন্তব্য বিদ্যমান।) খৃষ্টীয় ওঠৰ-উনৈশ শতিকাত ভাৰতীয় দৰ্শন আৰু সংস্কৃতিৰ অপূৰ্ব সম্ভাৰৰাশি য়ুৰোপে ন'কৈ আৱিষ্কাৰ কৰাৰ পিচত য়ুৰোপীয়, বিশেষকৈ জাৰ্মান পণ্ডিতসকলে ভাৰতবৰ্ষ পাৰ্থিৱ জগতৰ পৰা বহু আঁতৰৰ এখন অধ্যাত্মবাদী নিদ্ৰালু দেশ বুলি প্ৰমাণ কৰিবলৈ যথেষ্ট প্ৰয়াস কৰিছিল। তেওঁলোকৰ ৰোমান্টিক মনোবৃত্তিৰ তুষ্টিকাৰক এনে মতবাদৰ বাস্তৱ ভিত্তি নাই বুলি কোশাম্বী প্ৰমুখ্যে সাম্প্ৰতিক কালৰ ভাৰতীয় বুৰঞ্জীবিদসকল একমত। ভাৰতীয় সংস্কৃতিৰ স্থবিৰতা যে য়ুৰোপীয় সংস্কৃতিতকৈ অধিক, এই কথা অৱশ্যে সত্য। প্ৰাক্‌বৈদিক যুগৰ পৰা আৰম্ভ কৰি গুপ্ত যুগ পৰ্যন্ত ভাৰতৰ এই কালছোৱাৰ সামাজিক, সেয়ে বৌদ্ধিক, জীৱন আছিল বৈচিত্ৰ্যময়। কিন্তু খৃষ্টীয় পঞ্চম শতিকামানত

সামন্তবাদে গা কৰি উঠাৰ পিচৰ পৰা ভাৰবৰ্ষ বহুকাল জুৰি একে স্থবীয়া গতেৰেই চলি আহিছিল। সামন্ত যুগৰ ভাৰতত ৰাজনৈতিক পৰিবৰ্তন ঘটিছিল যথেষ্ট; কিন্তু ভাৰতৰ গাওঁবিলাকত থকা কোটি অজ্ঞ জন-সাধাৰণৰ দৈনন্দিন জীৱন যাত্ৰাৰ বা তেওঁলোকৰ সামাজিক ৰীতি-নীতিৰ বিশেষ একো পৰিবৰ্তন এই ৰাজনৈতিক উপপ্লৱ বিলাকে ঘটাব পৰা নাছিল। বহুকাল জুৰি ভাৰতীয় লোকে পালন কৰি আহিছিল সেই একেবোৰ ধৰ্মীয় অনুষ্ঠানকে, পূজা কৰি আহিছিল সেই একে কেইজন দেৱতাকে, পূৰ্বজন্ম, কৰ্মফল আৰু জাতিভেদ মানি লৈছিল দ্বিধা নকৰাকৈ, আৰু অতীতৰ কথা চোৱাই গৌৰবান্বিত হৈছিল সেই একেটা বন্ধা সুৰত। ৰাজনৈতিক পৰিবৰ্তন বা সাম্ৰাজ্যৰ সাল-সলনিয়ে ভাৰতীয় সমাজ-ব্যৱস্থাৰ বিশেষ একো পৰিবৰ্তন আনি দিব পৰা নাছিল। পৰিণামত, ভাৰতৰ বৌদ্ধিক জীৱনো আছিল অন্থৰ আৰু অবিচিত্ৰ।

এক দীৰ্ঘ কাল জুৰি ভাৰতীয় সমাজৰ এই স্থবিৰপ্ৰায় অৱস্থাৰ মুখ্য কাৰণ হ'ল— নতুন উৎপাদন-সঁজুলিৰ অনাবিষ্কাৰ। এই যুগত শিল্পোদ্যোগৰ অভাৱ আছিল; আনকি এই যুগৰ উৎপাদনৰ প্ৰধান বিষয় কৃষিৰ ক্ষেত্ৰতো কোৰ-নাঙল আদি প্ৰাথমিক ধৰণৰ সঁজুলি কেইটামানৰ বাহিৰে আন কোনো নতুন উৎপাদন-সঁজুলি এই যুগত আবিষ্কৃত হোৱা নাছিল। (লোহাৰ নাঙলৰ আবিৰ্ভাৱ হৈছিল উপনিষদৰ যুগতে, আৰু সমস্ত সামন্ত যুগটোত ইয়েই একমাত্ৰ উৎপাদন সঁজুলি আছিল বুলিব পাৰি।) গতিকে পণ্যদ্ৰব্যৰ বিনিয়োগ আৰু বিতৰণ প্ৰণালী আদিৰো বিশেষ সলনি হোৱা নাছিল। সামন্ত যুগৰ অৰ্থ ব্যৱস্থা আছিল স্থবিৰ আৰু এই স্থবিৰতা ভাৰতৰ সামাজিক আৰু বৌদ্ধিক জীৱনতো প্ৰতিফলিত হৈছিল। কোনো ধৰণৰ আভ্যন্তৰীন পৰিবৰ্তন যে এই দীঘলীয়া কালছোৱাত হোৱা নাছিল, তেনে নহয়। গুপ্তযুগৰ ভাৰতত নৱন্যাসৰ বেঙনিয়ে দেখা দিছিল; পঞ্চদশ শতিকাত জাতিভেদ আৰু ধৰ্মৰ আনুষ্ঠানি-

কতাৰ বিদ্ৰোহ হিচাপে বিখ্যাত ভক্তি আন্দোলনৰ উদ্ভৱ হৈছিল ; একাদশ শতিকাত মুছলমান সকলে আৰু তাৰ পিচতে অহা মোগল সকলে ভাৰতীয় সমাজৰ কিছু কিছু আভ্যন্তৰীন পৰিবৰ্তন ঘটাইছিল ; কিন্তু ভাৰতৰ যিটো সাধাৰণ সামাজিক গঠন, এই আন্দোলন বিলাকে তাৰ খুব বেছি পৰিবৰ্তন সাধিব পৰা নাছিল। খৃষ্টীয় ষষ্ঠ শতিকাত ভাৰতত যি সমাজ-ব্যৱস্থা চলিছিল, খৃষ্টীয় ওঠৰ শতিকাতো প্ৰায় একে সমাজ ব্যৱস্থাই প্ৰচলিত আছিল।

ভাৰতবৰ্ষীয় সমাজ এইদৰে প্ৰবাহৰুদ্ধ হৈ আছিল উনৈশ শতিকাৰ মাজভাগ মানলৈকে। ইংৰাজৰ বাহিৰে ভাৰতলৈ যিসকল বাহিৰালোক আহিছিল, তেওঁলোক ভাৰতীয় লোকতকৈ অনুন্নত নহলেও অন্ততঃ উন্নত নাছিল। গতিকে প্ৰথম অৱস্থাত তেওঁলোকৰ আগমনে ভাৰতীয় সংস্কৃতিৰ বিশাল সৰোবৰত কিঞ্চিৎ আলোড়ন তুলিলেও অতি সোনকালেই তেওঁলোক সেই সৰোবৰৰ বিশালতাত জাহ গৈছিল। কিন্তু ইংৰাজসকল আছিল এটা সুকীয়া জাতি— জ্ঞান-বিজ্ঞান, সাহিত্য-সংস্কৃতি সকলো বিষয়তে সমকালীন ভাৰতীয় সকলতকৈ উন্নত, ওঠৰ শতিকাত সংঘটিত হোৱা শিল্প-বিপ্লৱৰ শক্তিৰে শক্তিমন্ত। আনহাতে সুদীৰ্ঘকালীন সামাজিক সভ্যৰ পৰিণামত ইংৰাজসকল ভাৰতলৈ অহাৰ সময়লৈ ভাৰতীয় সংস্কৃতিৰ প্ৰাণ-চাঞ্চল্য হৈ পৰিছিল স্তব্ধ প্ৰায়। গতিকে ই অন্যান্য বহিৰাগতৰ নিচিনাকৈ ইংৰাজবিলাকক জাহ নিয়াব নোৱাৰিলে, বৰং ইংৰাজেহে ভাৰতীয়ৰ জীৱন-ধাৰা সলনি কৰি দিলে। ইংৰাজে দিয়া ইংৰাজী শিক্ষা আৰু য়ুৰোপীয় বিজ্ঞান ভাৰতীয়ই গ্ৰহণ কৰিলে, আনকি তেওঁলোকৰ বহুতো ৰীতি-নীতিও নকল কৰিবলৈ ললে। সকলোতকৈ ডাঙৰ কথা, পশ্চিমীয়া বিজ্ঞানে ভাৰতৰ সামন্তযুগীয় অৰ্থ-ব্যৱস্থা সলনি কৰি পেলালে ; ইংৰাজ শাসনৰ শেষৰ কাললৈ ভাৰতত নানা ভৰহৰ শিল্পোদ্যোগ প্ৰতিষ্ঠা হ'ল। ভাৰতৰ প্ৰগতি বাঞ্ছা কৰি নহয়, শোষণৰ সুবিধাৰ্থেহে ইংৰাজে ভাৰতত কেতবোৰ

শিল্প প্ৰতিষ্ঠা কৰিবলৈ বাধ্য হৈছিল যদিও, ই ভাৰতীয় সমাজৰ এক নতুন ৰূপ দিলে ; সামন্ত যুগৰ পৰা আহি ভাৰতবৰ্ষই পুঁজিবাদৰ প্ৰথম চাপত ভৰি পেলালেহি । উৎপাদিকা শক্তি আৰু উৎপাদন সম্পৰ্কৰ মাজত বিৰোধ কম থকা বাবে এই যুগত ভাৰতৰ সাংস্কৃতিক আৰু বৌদ্ধিক জগত খনো বৰ্ণাঢ্য হৈ উঠিছিল। পোন্ধৰ-ষোল্ল শতিকাৰ য়ুৰোপৰ নিচিনাকৈ ভাৰতৰো ঠায়ে ঠায়ে শুনা গৈছিল মনো-মুক্তিৰ অনুপ্ৰাণনা। কিন্তু ভাৰতৰ এই 'নৱন্যাস' (Renaissance) য়ুৰোপীয় নৱন্যাসৰ সমাৰ্থক নহয়। য়ুৰোপীয় মাটিৰ পৰা স্বাভাৱিক ভাৱে য়ুৰোপীয় নৱন্যাসৰ বিকাশ ঘটিছিল ; আনহাতে ভাৰতীয় নৱন্যাস ইংলণ্ডই ওপৰৰ পৰা জাপি দিয়া এক উন্মূল নৱন্যাস আছিল। তদুপৰি ভাৰতত য়ুৰোপৰ দৰে অন্ধকাৰ যুগ কাহানিও নাছিল । গুপ্তযুগৰ পিচৰ পৰাই ভাৰতত অন্ধকাৰ যুগৰ আৰম্ভ বুলি আমি ধৰি ললেও এই যুগতো বহুতো প্ৰতিভাশালী লোক বিজুলি চমকৰ দৰে আবিৰ্ভাৱ হোৱা আমি দেখা পাওঁ, যিটো য়ুৰোপৰ অন্ধকাৰ যুগত নাছিল । যেনে, ব্ৰহ্মগুপ্ত, ভাস্কৰাচাৰ্য, বৰাহমিহিৰ নাগাৰ্জ্জুনৰ দৰে বিজ্ঞানী, অথবা কালিদাস ভৱভূতি বা ভৰ্তৃহৰিৰ দৰে কৱি-সাহিত্যিক য়ুৰোপে তাৰ অন্ধকাৰ কাল-ছোৱাত জন্ম দিব পৰা নাছিল ; আনহাতে শংকৰাচাৰ্য, দিঙনাগ, হৰিভদ্ৰ, হেমচন্দ্ৰ আদি আগষ্টিন, একুয়ানাছ বা জেৰোমৰ তুল্য অসংখ্য ধৰ্মতত্ত্ববিদ ভাৰতত এই কালছোৱাত আবিৰ্ভাৱ হৈছিল । য়ুৰোপীয় ইতিহাসত সামাজিক অৰ্থনৈতিক পৰিবৰ্তনৰ যি বিচিত্ৰতা দেখা যায়, ভাৰতীয় সামন্তবাদৰ দীঘলীয়া ইতিহাসত তেনে বিচিত্ৰ-তাৰ অভাৱ । সেয়ে য়ুৰোপৰ দৰে 'গৌৰৱময় যুগ' যেনেকৈ ভাৰতত নাই, তেনেকৈ 'অন্ধকাৰ যুগো' ভাৰতত নাই । আৰ্থ সামাজিক জীৱন প্ৰায় একে ধৰণৰ হোৱা বাবে ভাৰতীয় ঐতিহ্যৰ এটা ধাৰা-বাহিকতা আছে। আনহাতে আধুনিক য়ুৰোপীয় সভ্যতাক গ্ৰেকো-ৰোমান সভ্যতাৰ পৰা পৃথক এটা নতুন সভ্যতা বুলিব পাৰি ।

ভাৰতৰ বৌদ্ধিক ঐতিহ্যৰ আলোচনাত তাৰ আৰ্থ-সামাজিক জীৱনৰ এই দীঘলীয়া ভূমিকাই পাঠকক আমনি দিব পাৰে। কিন্তু পাহৰা অনুচিত, বৌদ্ধিক জগতখন স্বয়ম্ভু নহয়, বাস্তৱ জীৱনৰ লগত ই নিবিড়ভাৱে সম্পৰ্কিত। ("Unless material production itself is understood in its specific historical form, it is impossible to grasp the characteristics of the intellectual production which corresponded to it and the reciprocal action between the two."-মাৰ্ক্স)। গতিকে ভাৰতৰ বৌদ্ধিক ঐতিহ্যৰ আলোচনাত ইয়াৰ আৰ্থ-সামাজিক পটভূমিকা স্মৰণ কৰাৰ প্ৰয়োজন আছে।

o o o

ভাৰতীয় বৌদ্ধিক ঐতিহ্যত চকু ফুৰালে ইয়াৰ যিটো বৈশিষ্ট্য পোনেই ধৰা পৰে, সি হ'ল—ইয়াত কৰ্তৃত্ববাদৰ সৰ্ব্বগ্ৰাসী প্ৰভাৱ। য়ুৰোপো এসময়ত কৰ্তৃত্ববাদৰ গৰাহত আছিল আৰু য়ুৰোপী দেশবিলাকত কৰ্তৃত্ববাদৰ সামন্তবাদী প্ৰতিনিধি ধৰ্মই আনকি যুঁজাৰু সৈন্যবাহিনীৰ ভাও লৈছিল। কিন্তু নৱন্যাস যুগত ব্যক্তিসত্তাবাদে গা কৰি উঠাৰ পাচৰে পৰা তাত প্ৰতিষ্ঠানিক ধৰ্মৰ আধিপত্যৰ বিৰুদ্ধে যুঁজিবলৈ ওলোৱা অসংখ্য লোকৰ আবিৰ্ভাৱ হৈছিল। য়ুৰোপত প্ৰাচীন কুসংস্কাৰ আৰু অন্ধ বিশ্বাসবিলাক জোৰ কৰি হলেও নিৰ্মূল কৰিব খোজা হৈছিল। আনহাতে ভাৰতত দেখা গৈছিল যুক্তি আৰু জ্ঞানৰ পৰা সিহঁতৰ পৰিত্ৰাণ নহয়, যুক্তি আৰু জ্ঞানৰ লগত সিহঁতৰ পৰিমিশ্ৰনহে। সেয়ে ধৰ্মীয় কুসংস্কাৰৰ লগত জ্ঞান বিজ্ঞানৰ সংঘৰ্ষৰ কাহিনীৰ আমাৰ দেশত অভাৱ। এই ক্ষেত্ৰত ভাৰতবৰ্ষ য়ুৰোপতকৈ অধিক 'সভ্য'। সামূহিক ভূমিস্বত্ব, যৌথ পাৰিবাৰিক ব্যৱস্থা, বেদ-উপনিষদৰ পৰৱৰ্তীকালীন ভাৰতৰ বৌদ্ধিক দাৰিদ্ৰ্য-ইত্যাদি নানা কাৰণত ব্যক্তিসত্তাবাদ ভাৰতত য়ুৰোপৰ দৰে কাহানিও প্ৰবল নাছিল। গতিকে যুঁজাৰু অনুষ্ঠান নহৈও ভাৰতত

ধর্মই তাৰ আধিপত্য বিস্তাৰ কৰিবলৈ সুবিধা পাইছিল। তাত্ত্বিক ভাবে ভাৰতত চিন্তাৰ স্বাধীনতা সদায় আছিল। য়ুৰোপৰ 'ইনকুইজিশ্যন' ( Iuquisition ), 'ইনডেক্স্ এক্স্পার্গটেৰিয়াছ' ( Index Expurgotarius ), নিষিদ্ধ কিতাপৰ ভস্মীকৰণ আদি দমনমূলক পদ্ধতি ভাৰতত নাছিল। কিন্তু স্বৰূপতে ভাৰতত চিন্তাৰ স্বাধীনতাৰ কোনো অৰ্থ নাছিল, কাৰণ এই স্বাধীনতাৰ প্ৰতি ভাৰতীয় চিন্তাবিদসকল সজাগ নাছিল। 'যেনাস্য পিতৰো গতা যেন গতা পিতামহা :, তেন যায়াৎ সতাং মাৰ্গং তেন গচ্ছন্ন শিষ্যতে' ( মনু ৪/১৭৮ )— এয়ে আছিল ভাৰতীয় চিন্তাবিদৰ মন্ত্ৰ। বহুকাল ধৰি অৰ্থনৈতিক পৰিস্থিতি বিলাকৰ পৰিবৰ্তন নঘটাৰ ফলত আদিম সমাজৰ বহুতো ধাৰণা ভাৰতৰ চিন্তা জগতত সোমাই পৰিছিল। সেয়ে ভাৰতত আজিও একেজন মানুহৰ মগজুত আধুনিক বিজ্ঞানৰ ধাৰণা আৰু নব-প্ৰস্তৰ যুগৰ ধাৰণা দুয়োটাই গাত গা লগাই থকা আমি দেখিবলৈ পাওঁ; গাত ভস্ম-সনা মঠ ফকিৰৰ লগত চুট-পেন্ট-টাই পৰিহিত পৰমাণুবিজ্ঞানীৰ হৰিহৰাত্মা ভাৰতত অস্বাভাৱিক নহয়।

ভাৰতীয় চিন্তাত কৰ্তৃত্ববাদৰ প্ৰভাৱ কিমান, ভাৰতীয় দৰ্শনৰ পাঠ্য পুথি এখন হাতত মেলি ললেই তাৰ গম পোৱা যায়। কেৱল পাশ্চাত্য দৰ্শনৰ লগত পৰিচিত লোকে ভাৰতীয় দৰ্শন পঢ়িবলৈ ললে পোনতে চঁক খাবলগীয়া হয়। য়ুৰোপীয় দৰ্শনত এজনৰ পিচত এজনকৈ ন ন দাৰ্শনিক আহি থাকে আৰু তেওঁলোকৰ প্ৰত্যেকেই জ্ঞানৰ একোটাইত নতুন দিগন্ত মুকলি কৰি থৈ যায়। আনহাতে, ভাৰতত ব্যক্তিগত দাৰ্শনিকৰ নিজস্ব অৱদানৰ উল্লেখ বিৰল। ভাৰতীয় দৰ্শনত আছে কেইটামান প্ৰাচীন বিশিষ্ট পদ্ধতি আৰু সেই পদ্ধতিকেইটাৰ ভিতৰতে ভাৰতীয় দাৰ্শনিকৰ চিন্তা অৱৰুদ্ধ। ভাৰতীয় লোকৰ চিন্তাশক্তি আৰু যুক্তিৰ ধাৰ য়ুৰোপীয় পণ্ডিততকৈ কম নাছিল। কিন্তু পূৰ্বসূৰীৰ ছাঁয়াবৃত্ত হোৱাৰ ফলত তেওঁলোকৰ

চিন্তাত অভিনৱত্ব নাছিল। এটা বিশিষ্ট পদ্ধতিৰ সমৰ্থনত বা বিৰোধিতাতেই নিজ প্ৰতিভা তেওঁলোকে ব্যক্ত কৰিছিল। সেয়ে তেওঁলোকৰ লেখনিত জ্ঞানতকৈ পণ্ডিতমন্যতা অধিক স্পষ্ট। ভাৰতীয় চিন্তাবিদসকলে ব্যৱহাৰিক জীৱনত যেনেদৰে পৰম্পৰা মানি চলিছিল (যেনে—পূৰ্বজসকলৰ অনুকৰণত তেওঁলোকে নিয়মিত ভাৱে সন্ধ্যা-গায়ত্ৰী জপ কৰিছিল, বাহু আৰু কপালত চন্দনৰ ৰেখা আঁকিছিল, ইত্যাদি ). বৌদ্ধিক জগততো তেনেদৰে তাক মানি চলিছিল। বেদাদি শাস্ত্ৰত থকা কোনো উক্তি ভুল বা যুগ-সাপেক্ষ নোহোৱা বুলি জানিলেও তাক উলংঘা কৰাৰ সাহস লোকায়তিক সকলৰ বাহিৰে আন খুব কম বুদ্ধিজীৱীৰেই আছিল। সাংখ্য দৰ্শনৰ (আনুমানিক) উদ্ভাৱক কপিলে ঈশ্বৰক অস্বীকাৰ কৰিছিল, কিন্তু বেদক অস্বীকাৰ কৰিব পৰা নাছিল; উদয়নে বৈশেষিকৰ দৰে জড়বাদী দৰ্শনৰ হকে অকাট্য যুক্তি উদ্ভাৱন কৰিছিল; কিন্তু বৈদিক কৰ্তৃত্বৰ বিৰুদ্ধে মাত মাতিবলৈ সাহস তেওঁৰ হোৱা নাছিল। স্বয়ং বুদ্ধয়ো বেদক আওকাণহে কৰিছিল, প্ৰত্যক্ষভাৱে তেওঁ ইয়াৰ বিৰোধিতা কৰা নাছিল। (একমাত্ৰ ধীষনৰ দৰে লোকয়তিকইহে কব পাৰিছিল, 'ত্ৰয়ো বেদস্য কৰ্ত্তাৰো ভণ্ড ধূৰ্ত্ত নিশাচৰ:'। ) ভাৰতত বেদ ঈশ্বৰতকৈয়ো অধিক শক্তিশালী আছিল; কাৰণ 'নাস্তিক' আখ্যা দিয়া হৈছিল সিবিলাক দৰ্শনকহে যি ঈশ্বৰক নহয়, বেদক অস্বীকাৰ কৰে। ভাৰতীয় চিন্তাত পৰম্পৰাৰ সৰ্ব্বগ্ৰাসী প্ৰভাৱ সম্পৰ্কে ভি, এচ, নৰৱানেৰ এষাৰ কৌতুকপূৰ্ণ মন্তব্য এই সন্দৰ্ভত প্ৰণিধানযোগ্য: "ভাৰতীয় চিন্তাৰ বুৰঞ্জী অনুসৰণ কৰিলে সাপ আৰু জখলাৰ খেল চোৱা যেন লাগে। যুক্তিৰ জখলাইদি মনটো উঠি গৈ থাকে, কিন্তু কোনোবা এটা থাপত ই ঐতিহ্যৰ সাপৰ মুখ পায় আৰু তললৈ পুনৰ চুৰ্চৰি আহে।" ('মডাৰ্ণ ইণ্ডিয়ান থট।')

পৰম্পৰাৰ পৰা মুক্ত নোহোৱাৰ ফলত ভাৰতীয় চিন্তাত কেতবোৰ আমোদজনক বৈসাদৃশ্য পৰিলক্ষিত হয়। ভাৰতীয় চিন্তাবিদৰ

লেখনিত যুক্তিৰ আঁহফলা বিশ্লেষণৰ লগতে থাকে অতীতৰ কুসংস্কাৰ আৰু উপকথাৰ ওপৰত অগাধ বিশ্বাস। মীমাংসা দৰ্শনত ভাৰতৰ আদিম যাদুঅনুষ্ঠান যাগ-যজ্ঞবিলাকৰ বিতং আলোচনা আছে। বেদান্ত দৰ্শনত সত্তাতকৈ ভাবৰ প্ৰাধান্য দেখুৱাবৰ বাবে পুৰাণ প্ৰভৃতি শাস্ত্ৰত থকা উপকথা বিলাকৰ পৰা প্ৰচুৰ সহায় লোৱা হৈছে। জৈন দৰ্শনতো আদিম কুসংস্কাৰৰ বীজ যথেষ্ট পোৱা যায়। খৃষ্টীয় নৱম শতিকাৰ প্ৰখ্যাত দাৰ্শনিক জয়ন্ত ভট্টই বৈশেষিক দৰ্শনৰ সমৰ্থনত কেতবোৰ সুন্দৰ যুক্তি আগবঢ়াই শেষত কৈছিল যে বৈদিক ক্ৰিয়া-কৰ্ম পালন কৰি তেওঁৰ অৰ্থলাভ হৈছিল, গতিকে সকলোৱে বৈদিক ক্ৰিয়াকৰ্ম কৰা উচিত! বাৎসায়ণৰ ন্যায়শাস্ত্ৰৰ টীকাকাৰ উদ্যোতকৰে আকৌ ভূতৰ অস্তিত্বত বিশ্বাস কৰিছিল; তেওঁ হেনো কৈছিল, ভূতবিলাকে সপোনত তেজ আৰু বিষ্ঠাৰ নৈ দেখা পায়!

ৰজাৰ অনুচৰ স্বৰূপ আমাৰ বুদ্ধিজীৱীসকল যুক্তিবাদী মনোভাৱৰ প্ৰতি বিশেষ উৎসাহীও নাছিল, কাৰণ যুক্তিৰ আলোক যে ৰাজ্য শাসনৰ প্ৰতিবন্ধক এই কথা তেওঁলোকে বুজি পাইছিল। স্বয়ং মনুৱে কৈছিল, "যি ব্ৰাহ্মণে হেতুশাস্ত্ৰ অৱলম্বন কৰি বেদ আৰু স্মৃতিৰ প্ৰতি অৱজ্ঞা দেখুৱায়, সেই বেদ-নিন্দুক নাস্তিক সকলক সাধুসকলে সমাজৰ পৰা বহিষ্কাৰ কৰা উচিত" (২/১১)। ন্যায়শাস্ত্ৰবিদসকলৰ লগত আনকি কথা পতাও তেওঁ নিষেধ কৰি থৈ গৈছে (৪/৩০/৩৩)। ব্ৰাহ্মণসকলে ন্যায়শাস্ত্ৰ অধ্যয়ন কৰিলে পৰজন্মত শিয়াল হয় বুলি মহাভাৰততো কেইটামান শ্লোক আছে। (শান্তিপৰ্ব ১০৮/৪৭-৯) মিছৰ, মেচোপটেমিয়া, আৰু ৰোমৰ লেখিয়াকৈ ভাৰততো কুসংস্কাৰৰ ওপৰত ৰাজ্য চলিছিল। ভাৰতত আনকি কুসংস্কাৰবিলাকৰ যৌক্তিকীৰণ কৰা দেখা যায়। তাৰে এটা সুন্দৰ উদাহৰণ হ'ল জন্মান্তৰবাদ। মনুস্মৃতিৰ দ্বাদশ অধ্যায়টো পঢ়িলেই জন্মান্তৰবাদৰ নামত আদিবাসী সমাজৰ কিমানবোৰ কুসংস্কাৰ যে আৰ্যসমাজত সোমাইছিল, তাৰ উমান পোৱা যায়।

বৰ্ণ হিন্দুসকলৰ বাবে জন্মান্তৰবাদ কুখ্যাত জাতিভেদ প্ৰথাৰ নাহ্যতা 'প্ৰমাণ' কৰাৰ এপাত অস্ত্ৰ আছিল। প্ৰাচীন ভাৰতত জ্ঞান চৰ্চা কৰা হৈছিল সভা-সমিতিবিলাকত, যাইকৈ ৰজাৰ দৰবাৰত। গতিকে ৰজাৰ মনোৰঞ্জন আৰু ৰাজ্য শাসনত তেওঁৰ সুবিধাৰ্থে চাটুকাৰ বুদ্ধিজীৱীসকলে কুসংস্কাৰ আৰু অন্ধবিশ্বাসবোৰ যৌক্তিকীকৰণ কৰিবলৈ বাধ্য হৈছিল।

ভাৰতীয় দৰ্শনৰ দৰে যুৰোপীয় দৰ্শনো এসময়ত অতীতমুখী আৰু ধৰ্মশাস্ত্ৰৰ বহতীয়া আছিল, আৰু তেওঁলোক চিন্তাও কুসংস্কাৰমুক্ত নাছিল। আন নালাগে, মধ্যযুগীয় য়ুৰোপৰ সৰ্বাধিক প্ৰতিভাসম্পন্ন দাৰ্শনিক চেইণ্ট আগ'ষ্টিনেও ভূত বিশ্বাস কৰিছিল। কিন্তু তেওঁলোকৰ ধমনিত গ্ৰীচৰ বৈজ্ঞানিক উদ্যমো নিহিত হৈ আছিল আৰু সেইবাবেই খৃষ্টীয় পোন্ধৰ শতিকাত বিজ্ঞানৰ পুনৰুত্থানৰ পিচত য়ুৰোপে অতীত শৃংখল জোৰ কৰি হলেও ত্যাগ কৰিবলৈ সক্ষম হৈছিল। কিন্তু পৰম্পৰাৰ পৰা মুক্ত নোহোৱাৰ ফলত যুক্তি আৰু কুসংস্কাৰৰ 'শান্তিপূৰ্ণ সহ-অৱস্থান' ভাৰতীয় চিন্তাত আজিও জাজ্বল্যমান।

× + ×

'এ ক্ৰিটিকেল ষ্টাডি অব গ্ৰীক ফিল'চফি' নামৰ গ্ৰন্থখনৰ আৰম্ভণিতে ডব্লিউ, টি, ষ্টেচে লেখিছে,

"ভাৰতত দৰ্শন কাহানিও ধৰ্ম আৰু ব্যৱহাৰিক প্ৰয়োজনৰ পৰা বিচ্ছিন্ন হোৱা নাই। জ্ঞানৰ কাৰণে জ্ঞানাৰ্জনৰ আদৰ্শ ইয়াত কাচিৎহে পোৱা যায়। মুক্তিৰ উপায় হিচাপেহে ইয়াত জ্ঞানৰ অন্বেষণ কৰা হয়। .... ... .... ... ভাৰতীয় চিন্তাৰ শিপা সোমাই আছে জীৱনৰ দুখ-দুৰ্দশাৰ পৰা হাত সৰাৰ ব্যক্তিগত উদ্বিগ্নতাত। ই এক ব্যৱহাৰিক উদ্যম হব পাৰে, কিন্তু ই বিজ্ঞানসম্মত নহয়। ই জন্ম দিয়ে দৰ্শনৰ নহয়, ধৰ্মৰ।"

গ্ৰীক চিন্তাবিদসকলে মুক্ত মনেৰে প্ৰকৃতিক নিৰীক্ষণ কৰিছিল, প্ৰকৃতিয়ে তেওঁলোকক বিস্মিত কৰিছিল আৰু এই বিস্ময়ে গ্ৰীক চিন্তাৰ জন্ম দিছিল। আনহাতে ভাৰতীয় চিন্তাৰ মাতৃ বিস্ময় বা অনুসন্ধিৎসা নহয়। ভাৰতত শোষণ পৰোক্ষভাৱেহে আছিল যদিও উপযুক্ত উৎপাদন-সঁজুলিৰ অভাৱত সৰ্বসাধাৰণ ভাৰতীয়ৰ আৰ্থিক অৱস্থা আছিল চিৰদিনেই শোকলগা। দুবেলা দুমুঠি অন্ন-সংগ্ৰহৰ চেষ্টাত তেওঁলোক এনেভাৱে ব্যস্ত আছিল যে প্ৰকৃতিক মুকলি মুৰীয়াকৈ পৰ্যবেক্ষণ কৰিবলৈ তেওঁলোকৰ আজৰিয়েই নাছিল; গতিকে জ্ঞানৰ বাবে জ্ঞান অৰ্জন তেওঁলোকৰ বাবে আঃছুৰা কথা আছিল। জীৱনৰ লগত ভাৰতীয় চিন্তাৰ সম্পৰ্ক আছিল নিবিড় আৰু প্ৰত্যক্ষ, আৰু এই দৃষ্টিকোণৰ পৰা ভাৰতীয় দৰ্শনে প্ৰকৃত দৰ্শন হিচাপে গৌৰৱ কৰাৰ থল আছে। জ্ঞানৰ যে এক নিজস্ব সম্মোহনী শক্তি আছে, এই কথা নুই কৰা টান; কিন্তু কেৱল জ্ঞানৰ বাবে জ্ঞান অৰ্জন-দৰ্শনৰ এই সংজ্ঞা জীৱনবিমুখী পণ্ডিতৰ বাবেহে। জীৱনৰ পৰা বিচ্ছিন্ন শাশ্বত চিন্তা বুলি জগতত কোনো বস্তু নাই, আৰু থাকিলেও সি অতিশয় ধূসৰ আৰু সেইবাবেই তাৰ বিষয়ে কথা কোৱা সহজ। পৃথিবীৰ মাটিৰ গোন্ধ নথকা স্বজ্ঞাময় জ্ঞানৰ সন্ধানেই দৰ্শন বুলি পণ্ডিতমন্য সকলে বৰাই কৰে যদিও, আচলতে সকলো দৰ্শনৰ জন্ম হয় জীৱনৰ ব্যৱহাৰিক প্ৰয়োজনত, আৰু ই বাসো কৰে ব্যৱহাৰিক জীৱনত। জীৱনত লগত কোনো দৰ্শনৰ সম্পৰ্ক হয়তো কিছু দূৰ হব পাৰে, কিন্তু জীৱনক বাদ দি সিহঁতৰ অস্তিত্ব অসম্ভৱ। মাৰ্ক্সে এবাৰ কোৱাৰ দৰে, দৰ্শন বাস্তৱ জগত বহিৰ্ভূত, এই ধাৰণা মনটো পেটত নাথাকে বাবেই ই শৰীৰৰ বহিৰ্ভূত-এনে ধাৰণাৰ দৰেই হাস্যকৰ।

আনহাতে, জীৱনৰ লগত ভাৰতীয় দৰ্শনৰ সম্পৰ্ক যদিও ঘনিষ্ঠ আছিল তথাপি লোকায়তিসকলক বাদ দিলে সৰহভাগ ভাৰতীয় চিন্তাবিদৰে চিন্তাৰ ধাৰা আছিল ওলোটা দুৰ্দশাগ্ৰস্ত পংকিল পৃথিৱীৰথন

বাসযোগ্য কৰাৰ পোনপটীয়া চেষ্টা নকৰি তেওঁলোকে কৰিছিল হয় পংকিল পৃথিবীৰ ঊৰ্দ্ধত থাকিব পৰা দ.র্শনিক সৌম্য ( স্থিতপ্ৰজ্ঞা ) আয়ত্ত কৰাৰ প্ৰয়াস, নহয় পংকিল পৃথিৱীৰ পৰা কোনোপ্ৰকাৰে মোক্ষ লাভ কৰি 'স্বৰ্গ' নামৰ কল্পিত ৰাজ্যখনত শান্তিৰে বাস কৰাৰ অভিলাষ। জীৱনৰ লগত তেওঁলোকৰ সম্পৰ্ক আছিল নঞাৰ্থক, জীৱনবিমুখী। 'কৰ্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন,' 'তেন ত্যক্তেন ভূঞ্জীথাঃ'—এয়ে আছিল জীৱনৰ পৰা পলাই ফুৰিব খোজা ভাৰতীয় চিন্তাবিদৰ মন্ত্ৰ। ভাৰতীয় চিন্তা গ্ৰীক চিন্তাৰ দৰে প্ৰকৃতি-মুখী নাছিল; সেয়ে ভাৰতীয় চিন্তাত বৈজ্ঞানিক উদ্যম কম আৰু আধিভৌতিক ধৰ্মীয় আচাৰ, ধৰ্মীয় আনুষ্ঠানৰ লগত ভাৰতীয় দৰ্শনৰ সম্পৰ্ক অধিকতৰ। উদাহৰণস্বৰূপে, মীমাংসা দৰ্শন গঠিত হৈছে কেৱল কিছুমান বৈদিক-ক্ৰিয়া-কাণ্ডৰ ভিত্তিত। তেনেদৰে যোগ-মূলতে মোক্ষলাভৰ কিছুমান শাৰীৰিক ভংগী যদিও, ই ষড়-দৰ্শনৰ অন্তৰ্ভুক্ত। দুঃখময় সংসাৰ চক্ৰটোৰ পৰা মুক্তি লাভৰ চেষ্টা আৰু কৰ্মফলৰ ওপৰত বিশ্বাস ভাৰতত ইমান গভীৰ আছিল যে ইবিলাকে অনেক সময়ত ঈশ্বৰৰ ধাৰণা পৰ্যন্ত অতিৰিক্ত কৰি পেলাইছিল ( উদাহৰণ—সাংখ্য, মীমাংসা, বৌদ্ধ, জৈনাদি দৰ্শন )। ভাৰতীয় চিন্তা ধৰ্ম-বিজড়িত হোৱা বাবে অতীত-বিলাসী ভাৰতীয় দাৰ্শনিকৰ দ্বাৰা ই আধ্যাত্মিক বুলি প্ৰচাৰিত, যদিও আচলতে ই আমাৰ দেশৰ শোচনীয় আৰ্থিক পৰিস্থিতিৰ এক ভাৱাদৰ্শী প্ৰকাশহে মাথোন। এম, এন, ৰায়ৰ ভাষাত ই হ'ল—"The badge of social backwardness, which brought her people slavery, dege degeneiation and degradation." ( 'দি ফিল'চফি অৱ ৰাধা-কৃষ্ণণ, প'ল শ্লিপ সম্পাদিত গ্ৰন্থ )

o o o

জেল বিয়েপে তেওঁৰ 'নেগাবেলিষ্টিক ট্ৰেডিশ্যন অৱ ইণ্ডিয়ান থট' নামৰ গ্ৰন্থত খৃঃ পূঃ দুশৰ পৰা পাঁচশ খৃষ্টাব্দলৈ—এই কাল-

হোৱাক ভাৰতীয় দৰ্শনৰ 'সোণালী যুগ' বুলি অভিহিত কৰিছে। বেদ-উপনিষদৰ যুগৰ পৰা আৰম্ভ কৰি গুপ্তযুগ পৰ্যন্ত—এই কাল-ছোৱা ভাৰতৰ সামাজিক-আৰ্থিক পৰিস্থিতিৰ এক বিৰাট পৰিবৰ্তনৰ যুগ আছিল। এই কালছোৱাতেই ভাৰতবৰ্ষৰ জনজাতীয় পশুপালক গোষ্ঠীৰ পৰা গৈ বৃহৎ কৃষি-প্ৰধান সমাজত পৰিণত হৈছিলগৈ। মানুহৰ চেতনা যিহেতু এক সামাজিক প্ৰতিবিম্ব, গতিকে স্বভাৱতে এই পৰিবৰ্তনবিলাকে ভাৰতীয় চিন্তাবিদৰ মগজুতো ধৰা দিছিল আৰু সেয়ে এই কালছোৱাৰ বৌদ্ধিক জগতখনো আছিল নানাৰঙী চিন্তাৰে সমৃদ্ধ। ঋগ্বৈদিক যুগত দেখা গৈছিল গোষ্ঠী-প্ৰাধান্য ভাঙি গৈ নিঃসংগ হৈ পৰা মানুহৰ লুপ্ত ঐক্য পুনৰুদ্ধাৰৰ আকাংক্ষা; আনহাতে বুদ্ধ-মহাবীৰৰ যুগত প্ৰতিফলিত হৈছিল দাস-স্তৰৰ পৰা কৃষি প্ৰধান স্তৰলৈ উত্তীৰ্ণ সমাজৰ ধ্যান-ধাৰণাসমূহ। বুদ্ধ মহাবীৰৰ প্ৰায় লগে লগে জন্ম হৈছিল সাংখ্য দৰ্শনৰ জনক কপিল, বৈশেষিকৰ জনক কণাদ, ন্যায়-দৰ্শনৰ জনক গৌতম, মীমাংসাৰ জনক জৈমিনী, যোগ দৰ্শনৰ জনক পতঞ্জলি আৰু বেদান্তৰ জনক বাদৰায়নৰ। এওঁ-লোকৰ পিচতে আবিৰ্ভাৱ হয় অশ্বঘোষ, নাগাৰ্জুন, দিঙনাগ, অসঙ্গ প্ৰভৃতি প্ৰতিভাশালী বৌদ্ধ দাৰ্শনিকসকলৰ। হিন্দু, বৌদ্ধ আৰু জৈন দৰ্শনৰ বিভিন্ন শাখাবিলাকে এই যুগতে একোটা নিৰ্দিষ্ট ৰূপ লয়। এই যুগত ভাববাদ আৰু বস্তুবাদ দুয়োটা শাখাৰে বিকাশ ঘটিছিল। অজিত কেশকম্বলী, সঞ্জয় বেলঠিপুত্ত, পূৰণ কচ্ছপ, মক্ষলি গোশাল, ধীষণ, পায়াসি আদি বস্তুবাদী দাৰ্শনিকসকলৰ জন্ম এই যুগতেই হয়। যাজ্ঞবল্ক্য, মনু, বৌধায়ন আদিৰ দৰে আইনজ্ঞসকল আৰু কৌটিল্যৰ দৰে অৰ্থশাস্ত্ৰবিদো তৎকালীন ভাৰতৰেই সন্তান। বিজ্ঞানেও এই যুগত বিকাশ লাভ কৰিছিল। বিশেষকৈ গণিত আৰু জ্যোতিৰ্বিদ্যাত ভাৰতবৰ্ষ আন কোনো দেশ-তকৈ পিচ পৰা নাছিল। শূণ্য আৰু দশমিক পদ্ধতিৰ সৃষ্টি হয় প্ৰাচীন ভাৰততেই; প্ৰাচীন ভাৰতেই আৰ্যভট, ব্ৰহ্মগুপ্ত আৰু বৰাহ

মিহিৰৰ দৰে গণিতজ্ঞ তথা জ্যোতির্বিদৰ জন্ম দিছিল। ৰসায়ন বিজ্ঞানৰ ক্ষেত্ৰত ষষ্ঠ শতিকাৰ ভাৰতবৰ্ষ তৎকালীন য়ুৰোপতকৈ আগবঢ়া আছিল। পদাৰ্থবিজ্ঞানৰ ক্ষেত্ৰত লিউচিপাছ আৰু ডেমো-ক্রিটাছৰ অনুৰূপ পৰমাণু তত্ব বৈশেষিক আৰু জৈন দর্শনত পোৱা যায়। চিকিৎসাবিজ্ঞানতো ভাৰতবৰ্ষ য়ুৰোপতকৈ কম নাছিল; সুশ্রুত, চৰক আৰু আত্রেয়ৰ দৰে চিকিৎসাবিদৰ জন্ম হৈছিল প্ৰাচীন ভাৰততেই। ভাষাবিজ্ঞানৰ ক্ষেত্ৰত ভাৰতবৰ্ষ কিমান উন্নত আছিল পানিনিয়েই তাৰ প্ৰমাণ। আনকি কালিদাস, ভাস, শূদ্রক আদিৰ দৰে কবি-সাহিত্যিকো খৃঃ পূঃ ৬০০ খৃঃ ৫০০—এই যুগৰেই সৃষ্টি। এই যুগৰ আৰ্থ-সামাজিক জীৱন আছিল বৈচিত্র্যময়, আৰু বৌদ্ধিক জীৱনতো এই বিচিত্ৰতা বিম্বিত হৈছিল।

সামাজিক, ৰাজনৈতিক, বৌদ্ধিক-সকলো দিশতে পূৰ্বোক্ত যুগটো আছিল ভাৰতৰ এক অপূৰ্ব যুগ। কিন্তু সময়ৰ সোঁতে ভাৰতবৰ্ষক যেতিয়া নিশ্চল কৃষিপ্ৰধান যুগৰ পূৰ্ণ পৰ্যায়ত উপনীত কৰালে, তেতিয়াৰপৰা ভাৰতৰ চিন্তাজগতো ক্রমান্বয়ে নিশ্চল হৈ আহিবলৈ ধৰিলে। সমাজৰ তলৰ চাম লোকৰ মাজত ধৰ্ম-বিষয়ক যাদুৰ প্ৰভাৱ বাঢ়িল; আনহাতে ওপৰ চাপ লোক ধৰ্মতত্ত্বৰ চিন্তাজালত এবাৰ নোৰোৱাকৈ থকা বান্ধ খালে। মনীষীৰ আবিৰ্ভাৱ এই যুগত নোহোৱাকৈ থকা নাছিল; ভাস্কৰাচাৰ্যৰ দৰে গণিতজ্ঞ, ভৱভূতি, ভৰ্তৃহৰিৰ দৰে সাহিত্যিক, শঙ্কৰাচাৰ্য, কুমাৰিল ভট্ট, হেমচন্দ্ৰৰ দৰে দাৰ্শনিকৰ জন্ম এই যুগতেই হৈছিল। তথাপি গুপ্ত আৰু তাৰ পূৰ্ব-বৰ্তী যুগৰ তুলনাত এই যুগটো বৌদ্ধিকভাৱে যোলান পৰা আছিল। 'পণ্ডিতীয় যুগ' বুলি ৰাধাকৃষ্ণন-অভিহিত এই যুগটোত "instead of clear explanation and thought, one finds, mere words, instead of philosophy, logic-chopping." ( 'ছ'ৰ্চ বুক অব ইণ্ডিয়ান ফিল'চফি ৰাধাকৃষ্ণন আৰু মুৰ সম্পাদিত গ্ৰন্থ )।

দেশপ্ৰেমৰ নামত এই সত্য লুকুৱাই ৰাখি লাভ নাই যে ধৰ্মৰ প্ৰাধান্য থকা সামন্তবাদী কালছোৱাত আমাৰ দেশত বিৰাজ কৰিছিল এক সুদীৰ্ঘ বৌদ্ধিক জড়তাই আৰু সামন্তবাদৰ অসম্পূৰ্ণ অৱলুপ্তিৰ বাবেই হয়তো সেই জড়তা আমাৰ দেশৰ পৰা এতিয়াও আঁতৰা নাই। ধৰ্মৰ সোণালী ৰাজত্বৰ দিন 'সামন্তযুগ' এসময়ত য়ুৰোপতো আছিল; কিন্তু য়ুৰোপে বেইবা শ বছৰৰো আগেয়ে তাৰ পৰা মুক্তিলাভ কৰিলে আৰু প্ৰগতিৰ বাট আজিয়েদি দপদপাই কোনোবা লংকা পালেগৈ। আনহাতে আমি ধৰ্মৰ সোণালী ৰাজত্বৰপৰা মুক্তি লাভ কৰিছোঁৱেই মাথোন; গতিকে বিজুলি চমকৰ দৰে দুই-এজন মনীষী সময়ে সময়ে আবিৰ্ভাৱ হৈছে যদিও ধৰ্ম-নিৰপেক্ষ মুক্ত চিন্তাই জ্ঞান-ৰাজ্যৰ প্ৰতিটো চুক এতিয়াও আলোকিত কৰিব পৰাগৈ নাই।

০ ০ ০

প্ৰাচীন ভাৰতত বস্তুবাদ আৰু ভাববাদ-দুয়োৰে প্ৰাধান্য আছিল। চাৰ্বাক, লোকায়ত, বা বাৰ্হস্পত্য নামে জনাজাত দৰ্শনৰ স্পষ্টভাৱে বস্তুবাদী শাখাটোৰ উপৰিও বেদ, উপনিষদ, বৌদ্ধ দৰ্শন (বিশেষকৈ ইয়াৰ হীনযান পন্থ), জৈন দৰ্শন, বৈশেষিক, সাংখ্য আদি তথাকথিত ভাববাদী দৰ্শনবিলাকতো, ইতস্তত:ভাৱে হলেও, বস্তুবাদ নিহিত হৈ আছিল। কিন্তু পৰৱৰ্তী কালত বস্তুবাদ দুৰ্বল হৈ আহে। জীৱ আৰু জগত সম্পৰ্কে লোকায়তিকসকলৰ মতবাদ স্পষ্টভাৱে বস্তুবাদী আছিল যদিও, ভাববাদী দৰ্শনসমূহৰ তুলনাত ইবিলাক বৌদ্ধিকভাৱে হীন আছিল। গতিকে পৰৱৰ্তী কালত এই দৰ্শনে বিকাশৰ সুবিধা নাপালে। আনহাতে বৌদ্ধধৰ্মৰ পতন আৰু হিন্দুধৰ্মৰ পুনৰুত্থানৰ কালছোৱাত, বিশেষকৈ বেদান্ত দৰ্শনে এটা নিৰ্দিষ্ট ৰূপ পোৱাৰ পিচত, ভাববাদৰ ক্ষমতা ক্ৰমাৎ বৃদ্ধি পাইছিল আৰু ভাববাদী দাৰ্শনিকসকলে (যিসকলৰ সৰহভাগেই আছিল হিন্দু পুৰোহিত) ৰাজকীয় অনুগ্ৰহ লাভ কৰিছিল। এওঁলোকে সাংখ্য প্ৰভৃতি মূলত:

বস্তুবাদী দৰ্শনসমূহত এটা ভাববাদী লেও দিবলৈ যত্ন কৰিছিল আৰু বিশুদ্ধভাৱে বস্তুবাদী দৰ্শনৰ বহুতো পুথি-পাঁজিও বিনষ্ট কৰিছিল। এনে এশএবুৰি কাৰণত ভাৰতত বস্তুবাদী দৰ্শনৰ বল পৰি আহিল আৰু ভাববাদৰ আধিপত্য বাঢ়িল। বিশেষকৈ অষ্টম শতিকাত শংকৰাচাৰ্যৰ দৰে প্ৰতিভাশালী ব্যক্তিয়ে বেদান্ত দৰ্শনৰ এটা সুদৃঢ় তাত্ত্বিক ভেটি তৈয়াৰ কৰাৰ পিচত এই দৰ্শনৰ উজ্জ্বলতাত হিন্দু দৰ্শনৰ অন্যান্য শাখাবোৰ ম্লান পৰি গ'ল আৰু ভাৰতত দৰ্শন বুলিলে কেৱল বেদান্ত দৰ্শনকেই বুজোৱা এটা অলিখিত নিয়ম চলিবলৈ ধৰিলে; যদিও আমি মনত ৰখা উচিত যে বেদান্ত ভাৰতীয় ষড় দৰ্শনৰ এটা শাখাহে মাথোন; বেদান্তৰ উপৰিও দৰ্শনৰ অন্যান্য শাখাও ভাৰতত আছে।

ভাৰতৰ প্ৰায়বোৰ দাৰ্শনিকেই আছিল সমাজৰ অলস চামটোৰ অন্তৰ্ভুক্ত। সমাজৰ তলৰ চামটোৱে তেওঁলোক দৈনন্দিন জীৱনৰ সকলো আহিলাৰ যোগান ধৰিছিল। জীৱন-ধাৰণৰ সমস্ত উপকৰণ বিনা শ্ৰমে লাভ কৰি 'দৰ্শন চৰ্চা কৰাৰ আগতে মানুহ প্ৰথমে জীয়াই থাকিব লাগিব'—ৰোমান পণ্ডিতৰ এই প্ৰাচীন অথচ অমূল্য উক্তি তেওঁলোকে পাহৰি পেলাইছিল; বাস্তৱ জগতখনতকৈ ভাৱ জগতখনহে তেওঁলোকৰ মনত সঁচা বুলি ধাৰণা হৈছিল। অজ্ঞাত, অপ্ৰাপ্য, অবোধ্য 'ব্ৰহ্ম' নামৰ অলৌকিক সত্তাটোৰ চিন্তাত বিভোৰ ভাৰতীয় দাৰ্শনিকৰ মনত দাৰিদ্ৰ্যপীড়িত অগণন মানুহৰ কথা ভুলতো খেলোৱা নাছিল। বৌদ্ধ আৰু জৈন দাৰ্শনিকসকলে বৈদিক দৰ্শনৰ বিৰোধিতা কৰি এক বৈপ্লৱিক দৰ্শন প্ৰচাৰ কৰিছিল যদিও ৰজা আৰু ব্যৱসায়ীসকলে যোগোৱা প্ৰচুৰ উপঢৌকন অলস ভাৱে ভোগ কৰাৰ ফলত তেওঁলোকৰ মগজুতো বৈপ্লৱিক চিন্তাৰ চোক ক্ৰমান্বয়ে কমি আহিছিল আৰু বেদান্ত দৰ্শনৰ অনুকৰণত তেওঁলোকৰ দৰ্শনো (বিশেষকৈ মহাযান সকলৰ বৈভাষিক আৰু সৌত্ৰান্তিক দৰ্শন) এসময়ত ভাববাদী হৈ পৰিছিলগৈ। গতিকে ধৰ্মতত্ত্ব আৰু অধি-

বিস্তাৰে আমাৰ দেশ উৰ্ব্বৰ হৈ পৰিছিল যদিও, মানুহক পাৰ্থিৱ সুখৰ সন্ধান দিয়া কোনো সামাজিক বা অৰ্থনৈতিক তত্ত্ব আমাৰ দেশত উদ্ভৱ হোৱা নাছিল। (অৱশ্যে সামন্ত যুগৰ স্থবিৰ অৰ্থ-ব্যৱস্থাৰ মাজত এনে তত্ত্বৰ উদ্ভাৱন ঐতিহাসিক ভাৱেও অসম্ভৱ আছিল।)

আনহাতে, আমাৰ দেশৰ সৰ্ব সাধাৰণেও যন্ত্ৰণা জৰ্জৰিত বাস্তৱ জগতখন অন্ততঃ কিছু সময়লৈ পাহৰি থাকিবৰ বাবে হলেও ব্ৰহ্মৰ চিন্তাত আশ্ৰয় লবলৈ ভাল পাইছিল, আৰু এইদৰে শোষক আৰু শাসক সমাজৰ বাবে ব্ৰহ্ম গণ-বিদ্ৰোহৰ প্ৰতিষেধক এপাত অস্ত্ৰত পৰিণত হৈছিলগৈ। ইয়াৰ ফল হ'ল বিষময়। ভাৰতীয়লোকৰ সমস্ত চিন্তা কেন্দ্ৰীভূত হ'ল ঐহিক জীৱনৰ সুখ-শান্তিৰ ওপৰত নহয়, মৃত্যুৰ পিচৰ পাৰলৌকিক জীৱনৰ সুখ-শান্তিৰ ওপৰতহে। তেওঁ-লোকৰ চিন্তাৰ মুখ্য বিষয় হৈ পৰিল মানুহ নহয়, ভগৱান; পৃথিৱী নহয়, স্বৰ্গ; জীৱন নহয়, মৃত্যু। এবাৰ চক্ৰেটিছৰ স'তে হোৱা কথোপকথনত এজন ভাৰতীয় সন্ন্যাসীয়ে হেনো কৈছিল, 'ভগৱানক জানিব নোৱাৰিলে মানুহক কেনেকৈ জানিবা?' আনহাতে চীন-দেশত কনফুচিয়াছে কোৱা আমি শুনিবলৈ পাওঁ, 'আমি মানুহকেই ভালদৰে জানিব পৰা নাই, গতিকে দেৱতাসকলক কেনেকৈ জানিম?' ভাৰতীয় সন্ন্যাসীজন আৰু কনফুচিয়াছৰ এই উক্তিদুটাৰ মাজতেই ভাৰতীয় আৰু চৈনিক দৃষ্টিভঙ্গীৰ মূল পাৰ্থক্য লুকাই আছে। 'মানুহক জনাৰ আগতে ভগৱানক জনা' দৰ্শনৰ পৰিণাম স্বৰূপে আমাৰ দেশৰ চিন্তাবিদসকল পাৰ্থিৱ জগতৰ প্ৰতি সম্পূৰ্ণ উদাসীন হৈ পৰিল। 'সত্যই মানুহক নহয়, মানুহেহে সত্যক মহীয়ান কৰে,—কনফুচিয়া-ছৰ এই অমূল্য বাণী উপলব্ধি কৰিব নোৱাৰি তেওঁলোক 'পৰম সত্য'ৰ সন্ধানত সংসাৰৰ বাহিৰলৈ ওলাই গ'ল আৰু দুৰ্দশাগ্ৰস্ত মানুহৰ সমাজখনৰ কথা পাহৰি পেলালে। মৃত্যুৰ পিচৰ জীৱনৰ চিন্তাত নিমগ্ন হতাশাবাদী দৰ্শনে আমাক মানুহৰ দৰে থাকিবলৈ

নিশিকালে ; আধ্যাত্মিকতাৰ বিনিময়ত জীৱনৰ চিন্তা আমি ত্যাগ কৰিলোঁ। আৰু বছৰৰ পিচত বছৰ ধৰি আমি বাস কৰিলোঁ। বোকাত লুতুৰি-পুতুৰি কিছুমান গৰু আৰু গাহৰিৰ দৰে।

আচৰিত কথা এয়ে যে, পশ্চিমীয়া পোহৰ অহাৰ আগলৈকে গৰু আৰু গাহৰিৰ দৰে থাকিয়েই আমি সন্তুষ্ট আছিলো ; কিয়নো অত্যধিক পাৰলৌকিক চিন্তা আৰু কৰ্মফলৰ ওপৰত অগাধ বিশ্বাসে আমাৰ পুৰুষকাৰ শোচনীয় ভাবে দুৰ্বল কৰি পেলাইছিল। দুঃখ-পূৰ্ণ সংসাৰৰ পৌঃপুণিক চক্ৰটোৰ পৰা কোনোমতে মুক্তি লাভ কৰাটোৱেই আমাৰ প্ৰধান চিন্তা আছিল। ধৰ্মৰ আফিং খাই আমি ভাবিছিলোঁ, আৰু এতিয়াও অনেক সময়ত ভাবোঁ, যে দুঃখপূৰ্ণ জীৱনটো উন্নততৰ কৰাৰ কোনো উপায় নাই, কাৰণ ই হ'ল আমাৰ পূৰ্বজন্মৰ পাপকৰ্মৰ ফল ; বৰ্তমানৰ জীৱনটো দুখপূৰ্ণ হোৱাই ছাগে ভালেই হৈছে, কাৰণ ই আমাৰ অহা জনমটো সুখৰ কৰি তোলাৰ সম্ভাৱনা আছে। পৃথিৱীত মানুহ হিচাপে জীয়াই থাকিবৰ বাবে যে আৱশ্যক নিজৰ চেষ্টা আৰু অধ্যৱসায়হে, দৈৱ যে ভৱিতব্যতা ( necessity ) সম্পৰ্কে আমাৰ অজ্ঞতাৰে নামান্তৰ— এইমূল্যৱান সত্যটো পশ্চিমেহে আমাক নতুনকৈ শিকাই থৈ গ'ল।

\+ \+ \+

উৎসাহ, উদ্যম, আশাবাদ ইত্যাদি পশ্চিমীয়া জাতি সমূহৰ বৈশিষ্ট্য ; সেয়ে তেওঁলোকৰ চিন্তাও বাইকৈ বহিৰ্মুখী আৰু যুক্তি-পূৰ্ণ। তেওঁলোকে বাস কৰা সমাজখন তেওঁলোকৰ মনঃপূত নহলে সেই কথা তেওঁলোকে সোৎসাহে প্ৰচাৰ কৰিছিল আৰু তাৰ বাবে সংঘৰ্ষ আৰু সংগ্ৰামৰ সম্মুখীন হবলৈ তেওঁলোকে ভয় কৰা নাছিল। চক্ৰেটিছ, ব্ৰুন, স্পিন'জা, চাৰ্ভেটাছ, গেলিলিঅ' আদি দাৰ্শনিক, বিজ্ঞানীসকল, ওঠৰ শতিকাৰ ফৰাচী বুদ্ধিজীৱি সকল, উনৈশ শতিকাৰ বামপন্থী তৰুণ হেগেলীয়সকল ইয়াৰ নিদৰ্শন। আনহাতে

আমাৰ গ্ৰীক চিন্তাবিদসকলে সংঘৰ্ষ আৰু সংগ্ৰামৰ কথা কাহানিও ভাবিব পৰা নাছিল। নৈৰ্ব্যক্তিক সত্যৰ প্ৰচাৰ বা দলিত জন-গণৰ মুক্তিতকৈ ৰজা বা ৰাজ-পুৰোহিতে শোষণৰ সুবিধাৰ্থে বান্ধি দিয়া সামাজিক আইন-শৃঙ্খলা ৰক্ষাৰ ওপৰতহে তেওঁলোকে বেচি চকু দিছিল। দৃষ্টান্তস্বৰূপে, জাতিভেদৰ দৰে এটা কুখ্যাত প্ৰথাৰ বিৰোধিতাতকৈয়ো এই প্ৰথাৰ ন্যায্যতা প্ৰমাণৰ চেষ্টা ভাৰতীয় চিন্তাবিদৰ লেখনিত অধিক। ভাৰতীয় চিন্তাবিদসকলে দুখপূৰ্ণ জগতখন সুখৰ কৰাৰ যথাৰ্থ চেষ্টা নকৰি দুখপূৰ্ণ জগতখনৰ লগত নিজকে খাপ খুৱাই লব পৰা কিছুমান তত্ত্বৰ সৃষ্টি কৰিছিল। সেয়ে ভাৰতীয় দৰ্শন দুখ আৰু হতাশাৰে পূৰ্ণ আৰু ইয়াত ত্যাগ, নিবৃত্তি আদি নেতিবাচক গুণবোৰৰ গৰিমা প্ৰবল। ভাৰতৰ ভাববাদী দাৰ্শনিকসকলে দুখপূৰ্ণ জগতখন 'মায়া' বুলি উপেক্ষা কৰিবলৈ যত্ন কৰিছিল; 'ব্ৰহ্ম সত্য জগত মিথ্যা'—তেওঁলোকে কৈছিল। ফলত ৰহস্যবাদে আমাৰ দেশত ভালদৰে খোপনি পুতিছিল; আনহাতে যুক্তিবাদী চিন্তা আৰু নিৰ্মোহ পৰ্যবেক্ষণৰ ওপৰত প্ৰতিষ্ঠিত বিজ্ঞানে বিকাশ লাভ কৰাৰ সুবিধা পোৱা নাছিল। সন্দেহ নাই, এচাম প্ৰতিভাশালী বিজ্ঞানী আমাৰ দেশেও জন্ম দিছিল; কিন্তু য়ুৰোপৰ বৈজ্ঞানিক দৃষ্টিভঙ্গী ভাৰতে যেন আয়ত্ত কৰিব পৰা নাছিল।

ঋগ্বৈদিক ভাৰতত জ্ঞান আৰু কৰ্মৰ বিৰোধ নাছিল; কাৰিকৰ, তাঁতী, কমাৰ আদি লোকসকলক সেই যুগত হেয় কৰা নহৈছিল; বৰং ঋগ্বেদত 'ত্বষ্টৃ' নামে এজন কাৰিকৰ দেৱতাৰ উল্লেখ পোৱা যায়। জ্ঞান আৰু কৰ্মৰ সমন্বয়ে প্ৰাচীন ভাৰতত বিজ্ঞানৰ বিকাশ সুচল কৰি তুলিছিল। কিন্তু কালক্ৰমত জাতিভেদৰ ৰূপত সামাজিক স্তৰবিলাক কঠোৰ হৈ পৰাৰ লগে লগে জ্ঞান আৰু কৰ্মৰ মাজত বিৰোধে দেখা দিলে। বৰ্ণ হিন্দুসকলে দৈনন্দিন জীৱনৰ সমস্ত কাম শূদ্ৰ প্ৰভৃতি সমাজৰ তলৰ চামটোৰ হাতত গটাই দি 'বিশুদ্ধ' জ্ঞানৰ সন্ধানত নিমগ্ন হ'ল; জ্ঞানৰ মন্দিৰটো তেওঁলোকে

তেওঁলোকৰ একচেটীয়া সম্পত্তি কৰি ; পলালে আৰু সমাজৰ দলিত শ্ৰেণীটোক তালৈ প্ৰৱেশৰ পৰা বঞ্চিত কৰি ৰাখিলে। উপনিষদৰ দিনৰ পৰাই ভাৰতত বৰ্ণ হিন্দুসকলে দৈহিক কাম কৰাটো অভদ্ৰ-জনোচিত কথা আছিল। মনুৱে কৈছিল, 'কৃষিং যত্নেন বৰ্জয়েৎ' (১০/৮৩)। (মনুৰ এই জঘন্য নিৰ্দেশ অনুযায়ী আজিও ভাৰতৰ অনেক উচ্চ বৰ্ণৰ হিন্দুৱে হাল বোৱাটো এটা নীতি-বিগৰ্হিত কাম বুলি ভাৱে।) আনফালে শূদ্ৰক জ্ঞান দিবলৈ মনুৱে উচ্চবৰ্ণৰ হিন্দুসকলক নিষেধ কৰিছিল। ('ন শূদ্ৰায় মতিং দদ্যাৎ'—৪/৮০)। জ্ঞানক এইদৰে কৰ্মৰপৰা বিচ্ছিন্ন কৰি ৰখাৰ ফলত ধৰ্মতাত্ত্বিক চিন্তাৰে আমাৰ বৌদ্ধিক জগতখন ভৰি পৰিছিল ; কিন্তু বিজ্ঞানে ইয়াত বিকাশ লাভ কৰিবলৈ সুবিধা পোৱা নাছিল। গ্ৰীক বিজ্ঞানৰ পতন সম্পৰ্কে আলোচনা কৰি ফাৰিংটনে এঠাইত লেখিছে, "The mechanical separation of logic from the practice of science was the result of the universal cleavage of society into freeman and slave." ('গ্ৰীক চায়েন্স')। ভাৰতত দাস-প্ৰথা গ্ৰীচৰ দৰে তীব্ৰ নাছিল ; কিন্তু ই ইয়াত শিপা মেলিছিল জাতিভেদ প্ৰথাৰ ৰূপত। গতিকে গ্ৰীক বিজ্ঞানৰ পতন সম্পৰ্কে ফাৰিংটনে দেখুওৱা কাৰণ ভাৰতীয় বিজ্ঞানৰ ক্ষেত্ৰতো প্ৰযোজ্য।

বৈজ্ঞানিক জ্ঞানেৰে মহীয়ান হোৱা বাবে পশ্চিমীয়া দেশক জড়-বাদী বুলি আমি গালি পাৰোঁ আৰু নিজকে এখন অধ্যাত্মবাদী দেশৰ অধিবাসী বুলি গৌৰৱ কৰোঁ। জাতীয় কলংক ঢাকিবৰ বাবে আধ্যাত্মিকতা আমাৰ বাবে এটা সুন্দৰ পোছাক। জ্ঞান-বিজ্ঞানত আমি পশ্চিমীয়া দেশৰ তুলনাত পিচ পৰা হব পাৰোঁ, ধন-অৰ্থ আমাৰ নাথাকিব পাৰে, কিন্তু আমি আধ্যাত্মিকভাৱে এখন চহকী দেশৰ অধিবাসী ! মন কৰিবলগীয়া, এই মনোভাৱ আগতে নাছিল। মেক্সমুলাৰ, ডইছেন আদি পশ্চিমীয়া ভাৰতবিদসকলৰ গৱেষণাৰ

পিচতহে আমি এই দিশটোৰ প্ৰতি ইমান সচেতন হৈ পৰিলো যে যিকোনো অপবাদ লুকুৱাব খুজিলেই এই পোচাকটো আমি তপৰাই পিন্ধি লওঁ। আমি কওঁ—পশ্চিমীয়া দেশত জড়বাদে মানুহক এটা যন্ত্ৰত পৰিণত কৰিছে ; তাৰ পৰা মানুহে উদ্ধাৰ পাব তেওঁলোকে আমাৰ দেশৰ আধ্যাত্মিকতা গ্ৰহণ কৰিলেহে। অৱশ্যে নিৰপেক্ষ দৃষ্টিভঙ্গীসম্পন্ন লোকে বুজে যে আমাৰ দেশত যি আছে, সি আধ্যাত্মিকতা নহয়, সি যুগ-যুগান্তৰৰ দাৰিদ্ৰ্যোদ্ভূত কুসংস্কাৰ আৰু অন্ধবিশ্বাসহে, আৰু পশ্চিমৰ পুঁজিবাদী ৰোগত ভোগা অৱক্ষয়প্ৰাপ্ত এচাম যুৱক-যুৱতীৰ বাহিৰে আন কোনো মানুহ সেই 'আধ্যাত্মিকতা'ৰ প্ৰতি আকৰ্ষিত নহয়। সামন্তবাদী ধ্যান-ধাৰণাসমূহকে 'আধ্যাত্মিকতা' বুলি কৈ আমি গৌৰৱ কৰোঁ আৰু আজিৰ যুৱসমাজে আমাৰ গৌৰৱময় 'আধ্যাত্মিকতা' ত্যাগ কৰি ক্ৰমাৎ পাশ্চাত্য মনোভাৱাপন্ন হৈ পৰিছে বুলি আমি অনুতাপ কৰোঁ। অতীতপ্ৰেমত অভিভূত হৈ আমি পাহৰি যাওঁ যে দেশৰ উৎপাদন-সঁজুলি আৰু উৎপাদন সম্পৰ্কই পশ্চিমক অনুসৰণ কৰিলে দেশৰ মানুহৰ ধ্যান-ধাৰণাও পশ্চিমীয়া হবলৈ বাধ্য। বাস্তৱ জগতখন পৰিৱৰ্তন কৰি চেতনাৰ জগতখন স্থবিৰ কৰি ৰাখিব নোৱাৰি। (এগেংলচলৈ দিয়া এখন চিঠিত মাৰ্ক্সে ভাৰত সম্পৰ্কে কৰা এটা মন্তব্য এই সন্দৰ্ভত অভিধেয় : "And however much the English may try to hibernicise the country, the breaking-up of those stereo-typed primitive forms was the sine-qua non for Europeanisation.")

আমাৰ দেশত খোপনি পুতিছিল বিজ্ঞানে নহয়, ৰহস্যবাদে। (যদিও স্পিন'জাৰ দৰে যুক্তিভিত্তিক ৰহস্যবাদ আমাৰ দেশত বিৰল।) বহিঃপ্ৰকৃতিৰ জ্ঞান আহৰণ কৰিবৰ বাবে যিখিনি আছিলা অত্যন্ত প্ৰয়োজনীয়-বিজ্ঞানসম্মত পৰ্যবেক্ষণ, যুক্তি আৰু পৰীক্ষা-সেই খিনি আমাৰ চিন্তাবিদসকলৰ প্ৰায়বোৰৰে নাছিল। যুক্তিতকৈ শ্ৰদ্ধা,

পৰীক্ষাতকৈ ধ্যান, আমাৰ চিন্তাবিদৰ বাবে গুৰুতৰ আছিল। অন্ধকাৰ যুগৰ য়ুৰোপীয় চিন্তাৰ লেখিয়াকৈ আমাৰ দেশৰ চিন্তাও আছিল যুক্তি আৰু কু-সংস্কাৰৰ এক অদ্ভুত সমাহাৰ। দশম শতিকাতে আলবেৰুণীয়ে ভাৰতীয় চিন্তাক গোবৰৰ দ'ম আৰু মুকুতা-মণিৰ সংমিশ্ৰণৰ লগত তুলনা কৰিছিল। পৰৱৰ্তী যুগৰ ভাৰতীয় চিন্তাও নিশ্চয় ইয়াতকৈ খুব বেছি উন্নত নাছিল।

০ ০ ০

ইংৰাজসকলৰ আগমনে ভাৰতৰ আৰ্থ সামাজিক জীৱনলৈ আনি দিয়া চমকপ্ৰদ পৰিৱৰ্তনবিলাকে উনৈশ শতিকাৰ ভাৰতৰ বৌদ্ধিক জগতত এক আলোড়নৰ সৃষ্টি কৰিছিল। কিন্তু ভাৰতীয় চিন্তাৰ ধৰ্মীয় প্ৰবৃত্তি, যুক্তি-শূণ্যতা, বিজ্ঞান-বিদ্বেষ আদিৰ জইন এই আলোড়নেও যেন সম্পূৰ্ণকৈ মাৰিব নোৱাৰিলে। আমাৰ দেশৰ বিশেষকৈ পুৰণি চামটোৰ মাজত এই মনোভাৱবিলাক আজিও পুৰামাত্ৰাই বিদ্যমান। অৱশ্যে কোৱা বাহুল্য, বিজ্ঞানৰ ক্ৰমবৰ্দ্ধমান প্ৰভুত্ব, ভাৰতীয় সামাজিক জীৱনৰ দ্ৰুত পৰিৱৰ্তন, আৰু সিবিলাকৰ মাজেদি ভুমুকি মাৰিবলৈ আৰম্ভ কৰা সমাজবাদে ভাৰতীয় চিন্তা-জগতৰ আৱৰ্জনাসমূহ সোনকালেই চোঁৱাই লৈ যাব আৰু ভাৰতত এক গৌৰৱময় নতুন ঐতিহ্যৰ সূচনা কৰিব; কাৰণ পৰম্পৰা যিমানেই ক্ষমতাশালী এটা সংৰক্ষণশীল শক্তি নহওক কিয়, ঐতিহাসিক বিৱৰ্তনৰ ওচৰত ই সেও মানিবলৈ বাধ্য।

(১৯৭৪)

# চিচিফাছুৰ শ্ৰম

## ( বিজ্ঞানৰ অধ্যাত্মীকৰণ সম্পৰ্কে দু-আষাৰ )

জাৰ্মান দাৰ্শনিক ফিখ্‌টেই এবাৰ কৈছিল, "মানুহজন কেনে মোক কোৱা, আৰু মানুহজনে কেনে দৰ্শন গ্ৰহণ কৰে মই কৈ দিম।" এজন ভাববাদী দাৰ্শনিকৰ কাপৰ পৰা ওলোৱা ই এটা তাৎপৰ্যপূৰ্ণ মন্তব্য। মন্তব্যটো উভয় দিশৰ পৰা সত্য। এজন মানুহৰ স্বভাৱ সম্পৰ্কীয় জ্ঞানে তেওঁ গ্ৰহণ কৰা দৰ্শনৰ বিষয়ে যেনেকৈ আমাক জ্ঞান দিয়ে, তেনেকৈ এজন মানুহে গ্ৰহণ কৰা দৰ্শন সম্পৰ্কীয় জ্ঞানেও মানুহজনৰ স্বভাৱৰ লগত আমাক সামান্যভাৱে হলেও পৰিচয় কৰাই দিয়ে। কাৰণ, মানুহ পাৰিপাৰ্শ্বিকতাৰ সন্তান। পাৰিপাৰ্শ্বিতাক মানুহেই গঢ় দিয়ে সঁচা, আনহাতে মানুহৰ মানসিক গঠনৰ বাবে দায়ীও থাইকৈ পাৰিপাৰ্শ্বিকতাই। দৰ্শন এটা অতি জাগতিক সৃষ্টি নহয়; ভাষা, সাহিত্য, ধৰ্ম, নৈতিকতাৰ নিচিনাকৈ দৰ্শনৰো উৎস হ'ল জীৱনৰ ব্যৱহাৰিক পৰিস্থিতিবিলাক; এই পৰিস্থিতিৰ সলনিৰ লগে লগে দৰ্শনৰ ৰূপো সলনি হৈ থাকে। পৰিস্থিতিৰ ভিন্নতাৰ বাবেই বুদ্ধৰ দৰ্শন ঋগ্বৈদিক দৰ্শনৰ পৰা, অথবা প্লেটো'ৰ দৰ্শন কেলিচৰ দৰ্শনৰ পৰা পৃথক। যি সমাজত শ্ৰেণী-বিৰোধ নাই, তেনে সমাজত ভাববাদৰ জন্ম এটা অলৌকিক ঘটনা ( সেয়ে পৃথিবীৰ আদিম সমাজ সমূহত ভাববাদী দৰ্শন বিৰল )। আনহাতে, শ্ৰেণী-সমাজত শ্ৰমিক-বনুৱাৰ উদ্বৃত্তৰ দ্বাৰা যি সকল লোক লালিত হয়, তেওঁ লোকৰ মগজুত ভাববাদৰ জন্ম অৱশ্যম্ভাৱী। শ্ৰমিকৰ শ্ৰম চুৰ কৰি এইসকল লোক জীয়াই থাকে। জীয়াই থাকিবৰ বাবে কৰা কঠোৰ সংগ্ৰামৰ পৰা শ্ৰমিকে দিয়া অব্যাহতিয়ে এইসকল লোকক পাৰ্থিব জগতখনৰ ৰূঢ় বাস্তৱতা অনুভৱ কৰিবলৈ সুযোগ

নিদিয়ে। জীৱন নিৰ্বাহৰ সকলো সুবিধা বিনা শ্ৰমে লাভ কৰি চিন্তা কৰাৰ আগতে যে মানুহ জীয়াই থাকিব লাগিব, জীয়াই থাকিবলৈ হলে যে মানুহে আহাৰ খাব লাগিব, আৰু সেই আহাৰ যে পোৱা যায় জড়দেহসম্পন্ন কিছুমান মানুহে জড়-জগতত কৰা হাড়ভঙা শ্ৰমৰ ফলস্বৰূপে,- এই অনঘ সত্য পাহৰি গৈ তেওঁলোকে গুৰুত্ব দিবলৈ আৰাম্ভ কৰে পদাৰ্থ জগতখনতকৈয়ো মানসিক জগতখনৰ ওপৰত। ফলত উদ্ভৱ হয় ভাৱবাদী দৰ্শনৰ, আৰু ই অলস চিন্তাৰ তন্তুজাল ৰচি সৰ্ব-সাধাৰণৰ মন বিভ্ৰান্ত কৰি পেলায়। দৈহিক শ্ৰমৰ পৰা মানসিক শ্ৰমক বিচ্ছিন্ন কৰাৰ ফলত ভাৱবাদী সকলে, মাৰ্ক্সৰ ভাষাত, 'সঁচা একো ভাবিব নোৱাৰে, মাথোন সঁচাকৈ কিবা ভাবিছোঁ বুলি ভাবে' ("Conciousness can really flaller itself that it really represents something without representing something real' জাৰ্মান আইডিওলজি') পদাৰ্থ ভাৱৰ নহয়, ভাৱহে পদাৰ্থৰ উৎস ; পৰিদৃশ্যমান জগত সত্য নহয়, মায়া-জগতহে সত্য এনে ধৰণৰ উদ্ভট সিদ্ধান্তবোৰ 'প্ৰমাণ' কৰিবলৈ এই পণ্ডিতসকলে এসময়ত ধৰ্মতত্ত্বৰ সহায় লৈছিল; আজিকালি তেওঁলোকৰ খেনোৱে সহায় লব ধৰিছে বিজ্ঞানৰ, বিশেষকৈ আধুনিক পদাৰ্থ বিজ্ঞানৰ। জাৰ্মানীৰ বনুৱা-দাৰ্শনিক ইউজিন দিয়েৎছেনে 'বিজ্ঞান পুৰোহিত' আখ্যা দিয়া এই পণ্ডিতসকলৰ মতে পদাৰ্থবিজ্ঞান হেনো সম্প্ৰতি ভাৱবাদী হৈ পৰিছে ; ই হেনো পদাৰ্থৰ অস্তিত্বৰ নাই বুলি প্ৰমাণ কৰি দেখুৱাইছে।

এই মতাৱলম্বী লোকসকলৰ পুৰোধা হ'ল ইংলণ্ডৰ সুবিখ্যাত পদাৰ্থবিজ্ঞানী চাৰ আৰ্থাৰ এডিংটন আৰু চাৰ জেম্চ জীন্চ্। 'নিউ পাথৱেজ ইন চায়েন্স,' 'দি নেচাৰ অব দি ফিজিকেল ৱৰ্ল্ড', 'দি ফিল'চফি অব ফিজিকেল চায়েন্স' আদি গ্ৰন্থসমূহৰ যোগেদি এডিংটনে, আৰু 'দি মিষ্টিৰিয়াছ য়ুনিভাৰ্চ', 'দি নিউ বেকগ্ৰাউণ্ড অব

চাৰেল', 'ফিজিক্স্ এণ্ড ফিল'চফি' আদি গ্ৰন্থসমূহৰ যোগেদি জীন্সে বিজ্ঞান সম্পৰ্কে তেওঁলোকৰ ভাববাদী মতবাদসমূহ জনপ্ৰিয় কৰি তুলিছে। এই বিজ্ঞানী দুজনাৰ অনুকৰণত সম্প্ৰতি এচাম লোকে আধুনিক পদাৰ্থবিজ্ঞান ভাববাদ-অভিমুখী বুলি ধৰি লৈছে। ভাৰতত, আনকি অসমতো, এনে চিন্তাৰ বীজ নোসোমোৱাকৈ থকা নাই। আধুনিক পদাৰ্থবিজ্ঞানৰ লগত ভাৰতীয় ভাববাদী দৰ্শন সমূহৰ সমীকৰণ ঘটাবলৈ এসময়ত স্বৰ্গীয় ৰাধানাথ ফুকনদেৱে আপ্ৰাণ চেষ্টা কৰিছিল। তেখেতে পাঠকৰ মনত এনে এটা ভাব সুমুৱাই দিয়াৰ চেষ্টাত আছিল যে, আধুনিক বিজ্ঞানে সম্প্ৰতি যিবিলাক তত্ত্ব আবিষ্কাৰ কৰিছে, সেই সকলোবিলাক যেন সাংখ্য আৰু বেদান্ত দৰ্শনতেই সোমাই আছে, যেন সাংখ্য আৰু বেদান্ত জানিলে বিজ্ঞান আৰু নপঢ়িলেও হয়। ('বিজ্ঞানে আজিলৈকে এনে কোনো মূল কথা আৱিষ্কাৰ কৰিব পৰা নাই যিটি বেদান্ত বা সাংখ্যত নাই'—'কথাৰে উপনিষদ', পাতনি ) 'সাংখ্য-কাৰিকা অৰ্থ ঈশ্বৰকৃষ্ণ' নামৰ গ্ৰন্থখনৰ পাতনিত বিজ্ঞানৰ দৰ্শন অকণো সম্পৰ্কে লুকঢাক নকৰাকৈ তেখেতে লেখিছিল, 'But now the Western science is no longer materialistic, but is actually idealistic'. আকৌ, আজিকালি নতুন বিজ্ঞানে পৰীক্ষাৰে প্ৰমাণ কৰি দেখুৱাইছে যে এই জগতত 'বস্তু' বুলিবলৈ একো নাই। ইয়াত মাত্ৰ দুটি পদাৰ্থহে আছে— (১) চিৎশক্তি (conciousness) আৰু জড়শক্তি (energy)। ......বিজ্ঞানে আৰু কৈছে যে জড়শক্তিৰ একো বাস্তৱ অস্তিত্ব নাই, ই আমাৰ মনৰ কল্পনা মাত্ৰ আৰু ই অঙ্কশাস্ত্ৰৰ সৃষ্টি।' (সাংখ্য দৰ্শন,' পাতনি ) 'বেদান্ত দৰ্শন, 'কথাৰে উপনিষদ', 'বিজ্ঞানৰ সিপাৰে' আদি তেখেতৰ অন্যান্য গ্ৰন্থসমূহৰ পৰা এনে আৰু অসংখ্য উদ্ধৃতি ডাঙি ধৰিব পাৰি। ফুকনদেৱৰ পদাংকচাৰী অসমৰ আন এগৰাকী বৰেণ্য পণ্ডিত হ'ল ডঃ যোগীৰাজ বসু। 'দি নেচাৰ অৱ দি

ফিজিকেল বর্ল্ড' আৰু অন্যান্য প্ৰবন্ধত তেওঁলোকে আধুনিক পদাৰ্থ-বিজ্ঞান বেদান্তমুখী বুলি 'প্ৰমাণ' কৰি দেখুৱাইছে। আধুনিক অসমত দাৰ্শনিক চিন্তাৰ প্ৰৱৰ্তক হিচাপে এই দাৰ্শনিকদ্বয় আমাৰ চিৰ নমস্য; কিন্তু তেওঁলোকৰ মত মুঠেও গ্ৰহণীয় নহয়, বৰং সিবোৰ সবৰে বিৰোধ্য আৰু সমূলকে বৰ্জনীয়।

০ ০ ০

পদাৰ্থ বিজ্ঞানৰ মূল উদ্দেশ্যই হ'ল আমি দেখা আৰু বাস কৰা পদাৰ্থ জগতখনৰ বিষয়ে পৰীক্ষামূলকভাৱে আলোচনা কৰা। গতিকে পদাৰ্থ বিজ্ঞান জীয়াই থাকিবলৈ হলে পদাৰ্থৰ অস্তিত্ব আমি প্ৰথমে মানি লব লাগিব। পদাৰ্থ যদি সঁচাকৈয়ে নাথাকে, তেন্তে অকল পদাৰ্থ বিজ্ঞানীৰেই নহয়, জগতৰ কোনো বস্তুৰেই অস্তিত্ব নাথাকিব,—আৰু কোনো বস্তুৰ অস্তিত্ব নোহোৱা হলে ভাৱৰো অস্তিত্ব নোহোৱা হব, আৰু ভাৱৰ অস্তিত্ব নোহোৱা হলে, লেনিনে তেওঁৰ 'মেটেৰিয়েলিজম এণ্ড এম্পিৰিঅ' ক্ৰিটিচিজম' প্ৰস্তুত কোৱাৰ দৰে, ভাৱবাদী দাৰ্শনিকসকলে পদাৰ্থ জগতৰ অস্তিত্ববিহীনতা সম্পৰ্কে আগবঢ়োৱা যুক্তিবিলাকৰ অস্তিত্বও নোহোৱা হব,—বৌদ্ধ সন্ন্যাসী নাগাৰ্জুনে ভৱাৰ দৰে সমস্ত জগতখন হব এটা বিৰাট শূন্য!! যদি সেয়ে নহয়, অৰ্থাৎ যদি কেৱল পদাৰ্থৰহে অস্তিত্ব নাথাকে, কিন্তু ভাৱৰ অস্তিত্ব থাকে, তেন্তে ই হব, হয় কেৱল নিজৰ অস্তিত্বৰ বাহিৰে আন কাৰো অস্তিত্ব স্বীকাৰ নকৰা আত্মজ্ঞানবাদ (solipism), নহয় ব্ৰহ্ম, ঈশ্বৰ, 'পৰম ভাৱ' (Absolute Idea), 'সাৰাংসাৰ' (substance) আদি কিছুমান কাল্পনিক সত্তাত প্ৰকৃত বাস্তৱতা আৰোপ কৰা বিৱৰ্তমুগ ভাৱবাদৰ অসংখ্য ঠাল-ঠেঙুলি-বোৰৰ এটা। অৱশ্যে আধুনিক ভাৱবাদীসকলে পদাৰ্থৰ অস্তিত্ব বিনাশ কৰিবলৈ যিপাত অস্ত্ৰ হাতত লৈছে, সেইপাত শূন্যবাদ বা আত্মজ্ঞানবাদৰ দৰে ভোটা নহয়। পৰিদৃশ্যমান বাস্তৱ জগতখন

তেওঁলোকে অস্বীকাৰ নকৰে; তেওঁলোকে মাথোন কয় যে এই জগতখন সত্য 'ব্যৱহাৰিক' অৰ্থতহে, 'পাৰমাৰ্থিক' অৰ্থত নহয়। পাৰমাৰ্থিক অৰ্থত জগতখন মায়াহে (appearance), অলপধতু-ৰাই ৰচী এডালকে সাপ বুলি ভ্ৰম কৰাৰ দৰে আমি মূঢ়মতিসকলেও মায়াৰ জগতখনকে আচল জগত বুলি ভুল কৰোঁ। তেওঁলোকৰ মতে 'প্ৰকৃত বাস্তৱতা' আছে ব্ৰহ্ম, 'পৰম ভাৱ' 'বিশ্বজনীন মন' আদি অতীন্দ্ৰিয় সত্তাতহে, আমি বাস কৰা ইন্দ্ৰিয়গ্ৰাহ্য জগতত নহয়।

আধুনিক পদাৰ্থ জগতৰ পদাৰ্থ বিজ্ঞানৰ অস্তিত্ব নাইকিয়া কৰি ভাৱজগতৰ ফালে ক্ৰমান্বয়ে ঢাল লৈছে বুলি 'প্ৰমাণ' আৰু প্ৰচাৰ কৰিব খোজা এই দাৰ্শনিকসকলৰ এটা বস্তুৰ অভাৱ; সি হ'ল এক বলিষ্ঠ কাণ্ডজ্ঞান। দৰ্শনৰ বেহুত বন্দী হৈ দৈনন্দিন ব্যৱহাৰিক জগতৰ সাধাৰণ সত্যবিলাক দেখা নোপোৱা দাৰ্শনিকৰ সংখ্যা ইতিহাসত বিৰল নহয়। বিশেষকৈ আমাৰ দেশত এনে দাৰ্শনিকৰ সংখ্যা ইমান সৰহ যে ইয়াত ইয়াক দাৰ্শনিকৰ এটা বিশিষ্ট লক্ষণ বুলিয়েই ধৰা হয়। নকলেও হব, সৰ্বসাধাৰণৰ মাজত দৰ্শন সম্পৰ্কে এনে মনোভাৱ বদ্ধমূল হৈ পৰাৰ গুৰিত আছে ব্যৱহাৰিক জগতৰ স'তে চিন্তাৰ বিচ্ছেদ। কিন্তু বিজ্ঞানৰ ভেঁটি ব্যৱহাৰিক জগত-বিচ্ছিন্ন 'বিশুদ্ধ' চিন্তা নহয়; ইয়াৰ ভেঁটি হ'ল যুক্তি, পৰীক্ষা আৰু পৰ্যবেক্ষণ; দৈনন্দিন ব্যৱহাৰিক জগতখনৰ দৃঢ় ভেঁটিৰ ওপৰত বিজ্ঞানৰ দেউল গঢ়ি উঠে। ধৰ্মতত্ত্ব বা ভাৱবাদী দৰ্শনৰ নিচিনাকৈ কোনো এক অতি-জাগতিক প্ৰসংগৰ পৰা বিজ্ঞানে বাস্তৱ জগতখন ব্যাখ্যা কৰিবলৈ যত্ন নকৰে। এসময়ত বিজ্ঞানৰ জন্ম হৈছিল কিছুমান সঁচা বাস্তৱ অভিজ্ঞতাৰ ভিত্তিত, আৰু আমি বাস কৰা এই সঁচা, বাস্তৱ জগতখনতেই আজিও বিজ্ঞানৰ সিদ্ধান্তবিলাকৰ সত্যাসত্য-নিৰ্ণীত হয়। গতিকে বাস্তৱ জগতখনৰ অস্তিত্ব যদি ধৰি লোৱা নাযায়, তেন্তে বিজ্ঞান আৰু বিজ্ঞান হৈ নাথাকিব, ই হৈ পৰিব অধিবিদ্যা

( metaphysics )—আমাৰ চকীত বহি চিন্তা কৰা এচাম লোকৰ কিছুমান অলস চিন্তাৰ সমষ্টি মাথোন। কিন্তু বৰ্তমান যুগত পদাৰ্থ বিজ্ঞানৰ ব্যৱহাৰিক দিশটোৰ অভিনৱ আৰু দ্ৰুত বিকাশে ইয়াৰ বৈপৰীত্যহে প্ৰমাণ কৰে।

+ + +

পদাৰ্থ নো বাৰু দৰাচলতে কি? ভাববাদী দাৰ্শনিক সকলে ইয়াৰ নানা সংজ্ঞা আগবঢ়ায় যদিও, পদাৰ্থ কি,– কাণ্ডজ্ঞানেৰে তাক বুজা বোধৰেঁা খুব টান নহয়। 'মানুহ' যেনেকৈ ৰাম, শ্যাম, হৰি আদিৰ এটা সাধাৰণ নাম, বা 'ফল' যেনেকৈ আম, কঠাল, পনিয়ল আদিৰ এটা সাধাৰণ নাম, তেনেকৈ 'পদাৰ্থ' হৈছে আমি আমাৰ সুবিধাৰ্থে পৰিদৃশ্যমান বস্তুবিলাকক দিয়া এটা সাধাৰণ নাম। পদাৰ্থ হৈছে এটা দাৰ্শনিক পৰিভাষা যাৰ দ্বাৰা আমাৰ মনৰ বাহিৰত, আমাৰ ধ্যান-ধাৰণাৰ ওপৰত নিৰ্ভৰ নকৰা যিখন জগত আছে, তাৰ ইংগিত দিয়া হয়। গতিকে পদাৰ্থৰ বিষয়ে আমাৰ জ্ঞান সম্ভৱ দৈনন্দিন জগতত আমি দেখা, শুনা, স্পৰ্শ কৰা, আমাৰ ইন্দ্ৰিয়গ্ৰাহ্য মূৰ্ত বস্তুবিলাকৰ যোগেদিহে পদাৰ্থৰ সিহঁতৰ পৰা বিচ্ছিন্ন কৰি নহয়। এংগেলচে লেখিছে,

"পদাৰ্থ আন একো নহয়, ই হৈছে আমি দেখা পদাৰ্থময় বস্তুবিলাকৰ সমগ্ৰতা যাৰ পৰা পদাৰ্থৰ বিমূৰ্ত ধাৰণা নিৰ্গমন কৰা হয়; সেইদৰে গতিও আন একো নহয়, ই হ'ল আমাৰ ইন্দ্ৰিয়ৰে অনুভৱ কৰিব পৰা গতিসমূহৰ বিভিন্ন ৰূপৰ সমগ্ৰতা। ··· সেয়ে, পদাৰ্থময় বস্তুবিলাকৰ আৰু গতিৰ ইন্দ্ৰিয়গ্ৰাহ্য ৰূপসমূহৰ সুকীয়া সুকীয়া তদন্তৰ দ্বাৰাহে পদাৰ্থ আৰু গতিৰ বিষয়ে জনা সম্ভৱ। পদাৰ্থ আৰু গতিক জনা মানে সিহঁতৰ ইন্দ্ৰিয়গ্ৰাহ্য ৰূপসমূহক জনা।"
( ডায়েলেক্টিক্স, অৱ নেচাৰ )

আমি মনত ৰখা উচিত যে সাধাৰণ বিশেষৰ নহয়, বিশেষহে

সাধাৰণৰ মাতৃ ( সাধাৰণ—universal ; বিশেষ—particular )। সাধাৰণ উদ্ভূত হয় বিশেষৰ পৰাই, বিশেষৰ বাহিৰৰ পৰা নহয় ; গতিকে সাধাৰণৰ সন্ধানত বিশেষক আমি বাদ দিব নোৱাৰো। তেনে কৰাটো হব বৃক্ষবাজিৰ মাজতে থাকি অৰণ্যৰ সন্ধান কৰাৰ দৰে বা ফল খোৱাৰ আশা কৰি আম. কঠাল খাবলৈ বাদ দিয়াৰ দৰে বাতুলতা, আৰু এনে বাতুলতা সম্ভৱ জীয়াই থকাৰ অৰ্থ বিচাৰি জীৱনক ত্যাগ কৰা কেৱল ভাববাদী দাৰ্শনিকৰ পক্ষেহে।

তত্ত্বান্বেষীৰ মনত এইখিনিতে প্ৰশ্নৰ উদয় হব, 'পদাৰ্থ যদি সঁচাকৈয়ে এক বাস্তৱতা, তেনে কুৰি শতিকাৰ দাৰ্শনিকৰ কথাই নকওঁ জান্স-এডিংটনৰ দৰে খ্যাতনামা পদাৰ্থবিদসকলে ভাববাদী মনোভাবাপন্ন হৈ পৰাৰ কাৰণ কি ?' এই প্ৰশ্নৰ উত্তৰ দিবলৈ হলে আমি বিজ্ঞানৰ ইতিহাস, বিশেষকৈ আধুনিক পদাৰ্থবিজ্ঞানৰ ইতিহাস, কিছু বৰ্ণনা কৰিব লাগিব। কুৰি শতিকাটো পদাৰ্থবিজ্ঞানৰ বাবে এটা বিপ্লৱৰ যুগ বুলিব পাৰি। এই শতিকাত আকাশ, কাল, ভৰ, শক্তি, মহাকৰ্ষণ, জড়তা আদি পদাৰ্থবিজ্ঞানৰ বহুতো মৌলিক ধাৰণাৰ আমূল পৰিবৰ্তন ঘটিছে। কুৰি শতিকাৰ আৰম্ভণিত এই পৰিবৰ্তনবিলাক ইমান অভিনৱ আছিল যে এডিংটন-জীন্স আদি দাৰ্শনিক মনোভাবাপন্ন পদাৰ্থবিদসকলে পদাৰ্থৰ ধাৰণাৰ যে পৰিবৰ্তনহে ঘটিছে, এই কথা বুজিব নোৱাৰি তেওঁলোকে পদাৰ্থৰ অস্তিত্বই নাইকিয়া হোৱা বুলি ভাবিছিল। অৱশ্যে কোনো কোনোৱে কুৰি শতিকাৰ আৰম্ভণিতেই পদাৰ্থবিদসকলে কৰা এই ভুলৰ উমান পাইছিল। যেনে, ১৯০৮ চনতেই লেনিনে, "a minority of new physicists, however, influenced by the breakdown of old theories brought by great discoveries in recent years···· have slipped into idealism by way of relativism"— বুলি বৌদ্ধিক সমাজক সতৰ্ক কৰি গৈছিল। ('মেটেৰিয়েলিজম এণ্ড এম্পিৰিঅ' ক্ৰিটিচিজম' )।

( কোনো পাঠকে হয়তো ভাবিব, 'পদাৰ্থবিদেও পদাৰ্থ সম্পৰ্কে ভুল কৰা সম্ভৱ নে ?' ইয়াৰ উত্তৰ হ'ল, 'হয়, পদাৰ্থবিদেও পদাৰ্থ সম্পৰ্কে ভুল কৰা সম্ভৱ। পদাৰ্থবিজ্ঞানীসকলে পদাৰ্থৰ গঠনৰ বিষয়েহে আলোচনা কৰে। পদাৰ্থৰ 'স্বৰূপ' আলোচনা কৰা যাইকৈ দাৰ্শনিকৰহে কাম, আৰু এজন যোগ্য পদাৰ্থবিদ এজন অযোগ্য দাৰ্শনিক হব পাৰে।' এই সন্দৰ্ভত মিচ এল ষ্টেবিঙৰ 'ফিল'চফি এণ্ড দি ফিজিচিষ্টচ' আৰু মৰিচ কনফৰ্থৰ 'চায়েন্স এণ্ড আইডিয়েলিজম' শীৰ্ষক গ্ৰন্থদ্বয় পঠনীয়। )

o o o

গেলিলিঅ'ৰ দিনৰ পৰা আৰম্ভ কৰি উনৈশ শতিকাৰ শেষভাগলৈকে পদাৰ্থবিদসকলে জগতখন যান্ত্ৰিক ভাৱে ব্যাখ্যা কৰি আহিছিল। প্ৰকৃতিক তেওঁলোকে যন্ত্ৰবৎ গণ্য কৰিছিল আৰু ভাবিছিল যে এজন কাৰিকৰে যেনেকৈ এটা যন্ত্ৰ খুলি মেলি তাৰ বিভিন্ন অংশবোৰৰ খুঁতি-নাটি জানিব পাৰে, তেনেকৈ প্ৰকৃতিৰো অনুপুংখজ্ঞান সম্ভৱ। বিজ্ঞানৰ জগতখনক তেওঁলোকে ইন্দ্ৰিয়গ্ৰাহ্য জগতৰ লগত সম্পৰ্কৰহিত এখন স্বকীয়া জগত বুলি ভাবিছিল আৰু সেয়েই পৰ্যবেক্ষক আৰু পৰ্যবেক্ষকৰ মাজত এডাল কটকটীয়া সীমৰেখা আছে বুলি তেওঁলোকৰ ধাৰণা হৈছিল। পৌৰ্বাপৰ্যৰ ধ্ৰুপদী সূত্ৰৰ ওপৰত তেওঁলোকৰ অগাধ বিশ্বাস আছিল। অতীত আৰু বৰ্তমান ভালদৰে জনা থাকিলে ভৱিষ্যত নিখুঁতভাৱে গণনা কৰি উলিয়াব পাৰি বুলি তেওঁলোকে ধৰি লৈছিল।

কিন্তু কুৰি শতিকাৰ আৰম্ভণিৰ লগে লগে আপেক্ষিকতাবাদ আৰু কোৱাণ্টাম তত্ত্বই পদাৰ্থ বিজ্ঞানীসকলৰ মাজত চলি অহা বহুতো ধাৰণাৰ আমূল পৰিবৰ্তন সাধিলে। আইনষ্টাইনে দেখুৱালে যে আকাশ, কাল, ভৰ, শক্তি, মহাকৰ্ষণ, জড়তা আদি পৰস্পৰ-স্বাধীন বুলি ইমানদিনে গণ্য কৰি অহা ৰাশি বিলাকৰ মাজত আচলতে এক নিগূঢ় সম্পৰ্ক বিদ্যমান; তদুপৰি বস্তুৰ দৈৰ্ঘ্য বা দুটা ঘটনাৰ মাজৰ কালিক ব্যৱধান—ইবিলাক দ্ৰষ্টা নিৰপেক্ষ ধ্ৰুৱক নহয়,

দ্রষ্টাৰ অৱস্থানৰ পৰিৱৰ্ত্তনৰ লগে লগে সিহঁতৰো পৰিৱৰ্ত্তন ঘটে। † প্লাংকে

দেখুৱালে যে শক্তি কেৱল তৰংগৰ ৰূপতেই যে প্ৰৱাহিত হয়, তেনে নহয়, ই অনেক সময়ত গোট বা কোৱাণ্টাম হিচাপেও এঠাইৰ পৰা আন এঠাইলৈ যাব পাৰে; দি ব্ৰলিয়ে কলে যে শক্তি পদাৰ্থৰ দৰে পাৰমাণৱিক ৰোৱাব নিচিনাকৈ পদাৰ্থও অনেক সময়ত তৰংগময় হব পাৰে। †† অনিশ্চয়তা সূত্ৰই ( Uncerteinty Principle ) দেখুৱালে—আমি নিজে কোনো অংশ নোলোৱাকৈ প্ৰকৃতিক দূৰৈৰ পৰা পৰ্যবেক্ষণ কৰা অসম্ভৱ, প্ৰকৃতিক পৰ্যবেক্ষণ কৰিব লাগিব প্ৰকৃতিৰ মাজত বাস কৰিয়েই।

প্ৰকৃতিৰ পৰ্যবেক্ষক প্ৰকৃতিৰে এটা অংশ—আধুনিক পদাৰ্থবিজ্ঞানৰ এই ন সিদ্ধান্ত হৃদয়ংগম কৰিব নোৱাৰি এডিংটন প্ৰমুখ্যে দাৰ্শনিক মনৰ বহুতো পদাৰ্থবিদে প্ৰকৃতিক মনময় বুলি ধৰি লৈছিল। তেওঁলোকে নিজকে প্ৰকৃতিৰ পৰা পৃথক বুলি গণ্য কৰিছিল আৰু সেই বাবেই কৈছিল যে প্ৰকৃতিক অনুসন্ধান কৰি কৰি অৱশেষত পদাৰ্থবিদসকলে প্ৰকৃতিক নাপালে, বৰং পুনৰ

---

† ৰাধানাথে ফুকনৰ মতে শক্তি মনৰ কল্পনা আৰু ভৰ যিহেতু শক্তিৰতুল্য, গতিকে ভৰ বা পদাৰ্থও মনৰ কল্পনা। ("জগতৰ প্ৰত্যেক পৰমানু কালি বিজ্ঞানে আমাৰ চকুলৈ আঙুলিয়াই দি দেখুৱাই দিছে যে ইয়াত একো বাস্তৱ পদাৰ্থ নাই, সি আমাৰ মনৰ পৰা উদ্ভৱ হোৱা গণিত শাস্ত্ৰৰ সৃষ্টি—এটা মানসিক কল্পনা মাত্ৰ।"—( বেদান্ত দৰ্শন, পৃঃ ) পৰিভাষাবিলাকৰ উপযুক্ত প্ৰয়োগৰ কথা এইখিনিতে আহি পৰে। কোনোবা ভাৱবাদী দৰ্শনত শক্তি এটা কাল্পনিক সত্তা হব পাৰে, কিন্তু বিজ্ঞানত ইয়াৰ এক বস্তুধৰ্মী অস্তিত্ব আছে। দৰ্শনত বা দৈনন্দিন জীৱনত পৰিভাষাবিলাক যি অৰ্থত ব্যৱহৃত হয়, বিজ্ঞানত সেইবিলাকে একে অৰ্থ নুবুজাবও পাৰে ( উদাহৰণ—

নিজকেই লগ পালেহি। ("অজ্ঞাতৰ তীৰত আমি এক অদ্ভুত পদচিহ্ন দেখা পাইছিলো। ইয়াৰ উৎস বিচাৰি আমি গভীৰ গভীৰ তত্ত্ব সৃষ্টি কৰিলো। অৱশেষত, যিটো জীৱৰ এই পদচিহ্ন, তাক বিচাৰি উলিয়াবলৈ আমি সক্ষম হলো। উৱা, ই দেখোন আমি-য়েই!"— এডিংটন, 'স্পেচ, টাইম এণ্ড গ্ৰেভিটেশ্যন'। আকৌ, "প্ৰকৃতিৰ সত্য বিচাৰি মানুহে অৱশেষত—যেনিবা আচৰিতহে-নিজকে বিচাৰি পালেগৈ"—চি. ফন. ভাইৎচেকাৰ, 'দি হিষ্ট্ৰী অব্ নেচাৰ।")

---

action, momentum, power, field, potential আদি পৰিভাষাবিলাক)। বিজ্ঞানৰ দাৰ্শনিক দিশবোৰৰ আলোচনাৰ সময়ত এই কথা আমি বিশেষ ভাবে মনত ৰখা দৰকাৰ, কিয়নো দৰ্শনত বহুতো কৃত্ৰিম বা ছদ্ম সমস্যাৰ (pseudo problem) সৃষ্টি হয় পৰিভাষা বিলাকৰ ভুল ব্যৱহাৰৰ ফলতেই।

†† পদাৰ্থৰ এক তৰংগ-প্ৰকৃতি আছে—এই আৱিষ্কাৰে পদাৰ্থৰ অস্তিত্ব নোহোৱা কৰিলে বুলি কোনো কোনো ভাববাদীয়ে কব খোজে। যেনে—'দি নেচাৰ অব দি ফিজিকেল ৱৰ্ল্ড' নামৰ ৰচনা-খনত যোগীৰাজ বসুৱে লিখিছে, "the waue picture leads us immediately to the region shorn of matter, but the particle picture drags us from behind." কিন্তু দৰচলতে পদাৰ্থৰ তৰংগ-প্ৰকৃতিয়ে আমাক কোনো 'পদাৰ্থবিহীন' অঞ্চললৈ লৈ নাযায়; তৰংগবো বস্তুধৰ্মী অস্তিত্ব আছে। পদাৰ্থৰ তৰংগ প্ৰকৃতি পৰীক্ষামূলক ভাবে ধৰা পেলাব পাৰি; ডেভিছন আৰু জাৰ্মাৰ নামে দুজন মাৰ্কিন বিজ্ঞানীয়ে ইলেক্ট্ৰনৰ তৰংগ-প্ৰকৃতি সঁচাসঁচিকৈয়ে ধৰাও পেলাইছিল। এইখিনিতে এটা কথা উল্লেখ কৰা ভাল। সৰ্বসাধাৰণ পাঠকে বিজ্ঞানৰ ধাৰণাবিলাকৰ এটা ছবি বিচাৰে আৰু বিজ্ঞানৰ জনপ্ৰিয় পুথিবিলাকত এনে ছবিৰ যোগানো ধৰা হয়। কিন্তু আধুনিক পদাৰ্থবিজ্ঞানৰ সকলোবিলাক 'ধাৰণাৰ আচলতে

কিন্তু আধুনিক পদাৰ্থবিজ্ঞানে পদাৰ্থজগতখনক মনোধৰ্মী বুলি প্ৰমাণ কৰা নাই ; বৰং ই মানুহক প্ৰকৃতিৰ এটা অবিচ্ছিন্ন অংশ বুলিহে প্ৰমাণ কৰিছে। ই দেখুৱাইছে যে মানুহ প্ৰকৃতিৰ এজন নিষ্ক্ৰিয় দৰ্শক নহয় ; ই প্ৰকৃতিক কেৱল নিৰপেক্ষ ভাবে পৰ্যবেক্ষণ নকৰে, পৰ্যবেক্ষণৰ যোগেদি ই প্ৰকৃতিৰ লগত এটা সক্ৰিয় অংশ গ্ৰহণ কৰে আৰু এইদৰে ই প্ৰকৃতিক পৰিবৰ্তন কৰি পেলায়। পৰ্যবেক্ষক আৰু পৰ্যবেক্ষিতৰ মাজৰ সম্পৰ্ক দ্বান্দ্বিক, সেয়ে গতিশীল। পদাৰ্থ সম্পৰ্কে কালি যিটো ধাৰণা আমি সত্য বুলি গ্ৰহণ কৰিছিলো, আজি সেই ধাৰণাটোত সেই পৰিমানৰ সত্যতা নাথাকিব পাৰে। লিউচিপাছ আৰু ডেমক্ৰিটাছে পদাৰ্থৰ যি ধাৰণা গ্ৰহণ কৰিছিল, ডেল্টনে সেই ধাৰণা অবিকৃতভাৱে লোৱা নাছিল, বা ডেল্টনৰ পৰমাণু ধাৰণাটোও ৰাডাৰফোৰ্ডে অবিকৃতভাৱে গ্ৰহণ কৰা নাছিল। ঠিক একেদৰে, ৰাডাৰফোৰ্ডৰ দিনত পৰমাণুৰ যি ধাৰণা প্ৰচলিত আছিল, আজিৰ কণিকা পদাৰ্থবিজ্ঞানৰ দিনত সেই ধাৰণা অপ্ৰচলিত। পদাৰ্থৰ এই ধাৰণাৰ পৰিৱৰ্তনে পদাৰ্থৰ বিলুপ্তি সূচায়, বৰং ই পদাৰ্থৰ স্বৰূপ সম্পৰ্কে বিজ্ঞানীসকলৰ জ্ঞানগভীৰতাকে ইংগিত দিয়ে। লেনিনে লেখিছে, "পদাৰ্থ অন্তৰ্হিত হৈছে,—ইয়াৰ অৰ্থ হ'ল, পদাৰ্থ সম্পৰ্কে আমাৰ জ্ঞানৰ যি সীমা, সিহে অন্তৰ্হিত হৈছে ; পদাৰ্থ সম্পৰ্কে আমাৰ জ্ঞান

---

কোনো ধ্ৰুপদী উপমা ( classical analogue ) নাই। গতিকে ঢৌ বা কণিকা বুলিলে যি ছবি আমাৰ মনত জাহি উঠে, ঠিক তেনে ছবি আধুনিক পদাৰ্থবিজ্ঞানত পাবলৈ আশা কৰা বৃথা। ডিৰাকে তেওঁৰ 'প্ৰিন্সিপোচ অব কোৱাণ্টাম মেকানিক্স' নামৰ গ্ৰন্থখনৰ পাতনিত স্পষ্টকৈ কৈছে, "In case of atomic phenomena, no picture can be expected to exiol in the usual sense of the word 'picture' by which is meant a model functioning essentially on classical lines."

হৈ পৰিছে গভীৰতৰ। পদাৰ্থক অপৰিৱৰ্তনীয়, পৰম আৰু প্ৰাথমিক বুলি ভৰা ধাৰণা সম্প্ৰতি অন্তৰ্হিত হৈছে; বুজা গৈছে যে সেই ধাৰণাবিলাক আপেক্ষিক আৰু সিবিলাক পদাৰ্থৰ কিছুমান বিশেষ অৱস্থা সম্পৰ্কীয় ধাৰণাহে।" (পূৰ্বোক্ত গ্ৰন্থ)

পদাৰ্থ বিজ্ঞানত সম্প্ৰতি এক ধাৰণাৰ সংকট উপস্থিত হৈছেহি। কুৰি শতিকাৰ তৃতীয় দশকমানৰ পৰা এতিয়ালৈকে পদাৰ্থৰ স্বৰূপ সম্পৰ্কে অজস্ৰ ন ন ধাৰণাৰ সৃষ্টি হৈছে; যেনে—আকাশ-কালৰ বংকিমতা, পদাৰ্থৰ তৰঙ্গ আৰু কণিকা প্ৰকৃতি, মৌলিক কণিকা আৰু প্ৰতিকণিকাৰ সৃষ্টি; ট্ৰেন্স-ইউৰেনিয়াম কণিকাবিলাকৰ উদ্ভাৱন, ইত্যাদি। কিন্তু এই সকলোবিলাককে একেলগে সাঙুৰিব পৰা কোনো সন্তোষজনক তত্ত্ব এতিয়ালৈকে আবিষ্কৃত হোৱা নাই। গতিকে পদাৰ্থবিজ্ঞানৰ এই দ্বন্দ্ববিলাকে কোনো কোনো পদাৰ্থবিদক হতাশ কৰে; পদাৰ্থ সম্পৰ্কে ইমানদিনে চলি অহা ধাৰণাবিলাক ক্ৰমান্বয়ে নাইকিয়া হৈ আহিবলৈ ধৰা দেখি স্বয়ং পদাৰ্থই নাইকিয়া হৈ পৰিল বুলি তেওঁলোকে কেতিয়াবা কৰ খোজে। (লেনিনৰ ভাষাত, 'They throw out the baby along with the bath water') আৰু তেওঁলোকৰ এই চিন্তা বিশৃংখলাৰ সুযোগ লৈ ভাববাদীসকলৰ এটা চামে তেওঁলোকৰ প্ৰিয়-আধ্যাত্মিক দৰ্শনসমূহৰ লগত বিজ্ঞানক সাঙুৰি পেলাবলৈ যত্ন কৰে, যাতে তেওঁলোকৰ বিলুপ্তমান আধ্যাত্মিক দৰ্শনসমূহে এক বিজ্ঞানসম্মত পোছাক পিন্ধি যুগৰ লগত পুনৰ ফেৰ মাৰিব পৰা হয়। কিন্তু যিসকল পৰিৱৰ্তনত বিশ্বাসী, তেওঁলোকে জানে যে পদাৰ্থবিজ্ঞান প্ৰকৃতিৰ এখন বন্ধ হৈ যোৱা কিতাপ নহয়; ই পদাৰ্থ স্বৰূপ সম্পৰ্কে মানুহে যুগ যুগ ধৰি অহা এটা ক্ৰমবিকাশমান যৌক্তিক প্ৰচেষ্টাহে। গতিকে পদাৰ্থবিজ্ঞানত সম্প্ৰতি সৃষ্টি হোৱা দ্বন্দ্ববিলাক পদাৰ্থৰ মৃত্যুৰ ইংগিত নহয়, সিহঁত পদাৰ্থ-সম্পৰ্কে আমাৰ জ্ঞানৰ ব্যাপকতাৰ আৰু গভীৰতাৰ নিৰ্দেশকহে।

০ ০ ০

সৰ্বশেষত এটা প্ৰশ্নৰ উত্থাপন কৰা যাওক। কেৱল তত্ত্বৰ সহায়েৰে পদাৰ্থৰ অস্তিত্ব প্ৰমাণ কৰা সম্ভৱ নে? বাৰ্কলেৰ ভাববাদী দৰ্শনৰ ব্যাখ্যা শুনি সাহ্য-ভ্ৰমণৰত চেমুৱেল জনচনে হেনো বাটৰ শিলগুটি এটা ভৰিৰে গোৰ মাৰি দি কৈছিল, 'শিলগুটিটো গুৰিয়াই যে মই দুখ পালো, পদাৰ্থৰ অস্তিত্বৰ সেয়াই প্ৰমাণ।' কিন্তু চতুৰ ভাববাদীয়ে তপৰাই উত্তৰ দিব, 'শিলগুটিটো গুৰিয়াই যে তুমি দুখ পালা, সি অনুভূত হ'ল তোমাৰ মনৰ যোগেদিহে, মন নথকা হলে তুমি দুখো অনুভৱ নকৰিলেহেঁতেন। গতিকে গোটেই ঘটনাটোৱে পদাৰ্থতকৈয়ো আগে মনৰ অস্তিত্বৰ প্ৰমাণহে দিয়ে।' বিশুদ্ধ যুক্তিৰে পদাৰ্থৰ অস্তিত্ব প্ৰমাণ কৰা সহজ নহয় !!

আধুনিক পদাৰ্থবিজ্ঞানে পদাৰ্থৰ অস্তিত্ব অস্বীকাৰ নকৰে; গতিকে ভাববাদী দাৰ্শনিকসকলে পদাৰ্থজগতখন 'মায়া' বুলি দেখুৱাবলৈ কৰা চেষ্টা ভাৰ্তানিৰ গ্ৰীক উপকথাৰ চিচিফাছে কৰা শ্ৰমৰ দৰেই পণ্ডশ্ৰম মাত্ৰ। আনহাতে পদাৰ্থবিজ্ঞানে পদাৰ্থৰ অস্তিত্ব মাত্ৰ ধৰি লয়,—ই তাৰ কোনো 'প্ৰমাণ' নিদিয়ে; গতিকে পদাৰ্থতত্ত্বৰ সহায়েৰে পদাৰ্থৰ অস্তিত্ব প্ৰমাণ কৰিব বিচৰা বস্তুবাদীসকলৰ শ্ৰমো চিচিফাছৰ শ্ৰমৰেই সমতুল্য। এনে শ্ৰম মধ্যযুগীয় পণ্ডিতৰ শ্ৰম, সেয়ে পৰিহাৰ্য। সমাজত বস্তুবাদৰ প্ৰতিষ্ঠা সম্ভৱ কেৱল প্ৰকৃত সমাজবাদতহে য'ত কায়িক আৰু মানসিক শ্ৰমৰ বিৰোধ নাথাকে। গতিকে সমাজত বস্তুবাদ প্ৰতিষ্ঠা কৰাৰ প্ৰকৃত উপায় 'বিশুদ্ধ' যুক্তিৰ জাল বিস্তাৰ নহয়; যিবিলাক সামাজিক পৰিস্থিতিয়ে মানসিক শ্ৰমক দৈহিক শ্ৰমৰ পৰা বিচ্ছিন্ন কৰি ভাববাদী দৰ্শনৰ অ-সমাধানযোগ্য সাঁথৰবিলাকৰ জন্ম দিছে, সেইবিলাক আঁতৰ কৰাৰ প্ৰচেষ্টাই হ'ল সমাজত বস্তুবাদ প্ৰতিষ্ঠাৰ পথ সুচল কৰা। ( মাৰ্ক্সৰ ভাষাত, "..... all forms and products of consciousness cannot be dissolved by mental criticism, but by the practical overthrow of the actual social relations which give rise to this idealistic humbug" —'জাৰ্মান আইডিওলজি' )

( ১৯৭০ )

# কল্পনা আৰু বিজ্ঞান

'No more fiction for us, we calculate ; but that we may calculate, we have to make fiction first'—

—নিৎচে

সভ্যতাৰ অগ্ৰগতিত মানৱীয় জ্ঞানৰ যিবিলাক শাখাই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে, তাৰ ভিতৰত বিজ্ঞান যে অন্যতম, সেই কথা, বিশেষকৈ বৰ্তমান যুগত, অস্বীকাৰ কৰাৰ কাৰো উপায় নাই। ই আজি সমাজৰ সকলো চাম লোকৰ বাবেই এটা ঘৰুৱা শব্দ হৈ পৰিছে বুলিব পাৰি। তথাপি বিজ্ঞান কি ?—কোনোবাই এইবুলি প্ৰশ্ন কৰিলে তাৰ উত্তৰ সততকাই দিয়া টান। যুগ-পৰিবৰ্তনৰ লগে লগে ইয়াৰ বিষয়ে আমাৰ ধাৰণাৰো পৰিবৰ্তন হৈ আহিছে। মধ্য-যুগীয় য়ুৰোপত ইয়াক মানুহৰ দৈনন্দিন জীৱনত প্ৰয়োজিত কিছুমান ব্যৱহাৰিক কৌশলৰ সমষ্টি বুলি সাধাৰণতে ভৰা হৈছিল ; গেলি-লিঅ'ৰ দিনত ইয়াক ভৰা হৈছিল কিছুমান দাম্ভিক লোকৰ ধৰ্ম আৰু প্ৰচলিত ৰীতি-বিৰোধী কিছুমান সাহসী উক্তি বুলি, আৰু আজিৰ দিনত বিজ্ঞান বুলিলে পৰমাণু বোমা আৰু চন্দ্ৰযাত্ৰাৰ কথাই প্ৰথমে মনলৈ আহে। এই ধাৰণাবোৰ ভুল বুলি হয়তো কব নোৱাৰি ; কিন্তু এইবিলাক, কবলৈ গলে; বিজ্ঞানৰ বাহ্যৰূপহে। জীৱনৰ নানান প্ৰতিকূল অৱস্থাৰ মাজতো যি আগ্ৰহে বিজ্ঞানীসকলক যুগ যুগ ধৰি বিজ্ঞান-সাধনা কৰি যাবলৈ প্ৰেৰণা যোগাই আহিছে, সেই আগ্ৰহৰ সামান্য আভাসো এই ধাৰণাবিলাকে আমাক দিব নোৱাৰে। আমি ইয়াত আমাৰ আলোচনাৰ সুবিধাৰ্থে বিজ্ঞানৰ যিটো সংজ্ঞা ব্যৱহাৰ কৰিম, সি হ'ল—'বিজ্ঞান হৈছে মানৱ-জাতিৰ যাইকৈ সামাজিক প্ৰয়োজনৰ খাতিৰত সৃষ্টি হোৱা বিশ্ব-ৰহস্য উদ্ঘাটনৰ এটা পদ্ধতিমূলক বৌদ্ধিক অভিযান।' এই সংজ্ঞা

অনুযায়ী সাহিত্য বা আন যি কোনো কলাৰ দৰে বিজ্ঞানো এবিধ সৃষ্টিশীল মানৱীয় কৰ্ম, আৰু এনে কৰ্ম হিচাপে সাহিত্য আৰু বিজ্ঞান দুয়োটাৰে মাজত এটা সম্পৰ্ক আছে।

কিন্তু পৰিতাপৰ কথা, বিজ্ঞানৰ এই দিশটোৰ প্ৰতি লক্ষ ৰাখে খুব কম সংখ্যক শিল্পী-সাহিত্যিকেহে। বৰং মগজুৰ উৰ্বৰ ভূমিত জ্ঞানৰ টুকুৰা বিচাৰি ফুৰা এচাম কল্পনাশূণ্য হৃদয়হীন লোক বুলি বিজ্ঞানীসকলৰ প্ৰতি তেওঁলোকৰ অধিকাংশই এটা হেয় মনোভাৱহে পোষণ কৰে যেন লাগে। বিজ্ঞান সম্পৰ্কে তেওঁলোকৰ মত হ'ল : ঐহিক সুখৰ সন্ধানতে এসময়ত ইয়াৰ জন্ম হৈছিল আৰু এতিয়া ঐহিক সুখৰ যোগান ধৰাই ইয়াৰ একমাত্ৰ কাম। বিজ্ঞানীৰ সম্পৰ্ক হৈছে ইন্দ্ৰিয়গ্ৰাহ্য কিছুমান উকা তথ্য আৰু শুকান যুক্তি-তৰ্কৰ লগত, আৰু শুকান যুক্তিৰ পোহৰেৰে বাস্তৱক আলোকিত কৰিব খোজা বিজ্ঞানীয়ে বিচিত্ৰভাৱে ভৰা কল্পনাৰ মনোৰাজ্য উপলব্ধি কৰা অসম্ভৱ। কিছুমান কদাকাৰ যন্ত্ৰপাতি আৰু গণিতৰ কিছুমান অদ্ভুত প্ৰতীকৰ সহায়তে কল্পনাৰ সকলোবিলাক সামগ্ৰী বিজ্ঞানে নষ্ট কৰি পেলাবলৈ ওলাইছে—এনে ভ্ৰান্ত ধাৰণা সাহিত্যিক সমাজত নিবিদ্ধ আৰু সেইবাবেই বিজ্ঞানীসকল সাহিত্যিক-কলাকাৰৰ চকুৰ কুটা স্বৰূপ। দৃষ্টান্ত স্বৰূপে, ৰামধেনুৰ ভৌতিক ব্যাখ্যা দি তাৰ সৌন্দৰ্যশালী ৰূপটো 'ধ্বংস' কৰি পেলাব খোজা বাবে কীট্‌চে বিজ্ঞানীসকলৰ মৃত্যু কামনা কৰিছিল ; ভাপকলৰ দৈত্যকায় ৰূপটোৰ বাবে ৰাস্কিন বিজ্ঞানৰ প্ৰতি বিৰূপ আছিল ; সকলো কথাতে যুক্তিৰ পাৰপত্ৰ বিচৰা 'অপৰাধ'ত ডি. এইচ. লৰেন্সে বিজ্ঞানৰ কোনো কথাই জানিবলৈ ইচ্ছা নকৰিছিল। বিজ্ঞানৰ প্ৰতি এনে মনোভাৱৰ দৃষ্টান্ত খুঁচৰিলে আৰু ওলাব।

মানৱ হৃদয়ৰ ৰহস্যময় ৰাজ্যখনৰ উদ্ঘাটনকাৰী এক অভিযান হিচাপে বিজ্ঞান যে কলাতকৈ নিম্নখাপৰ, ই যে বহুতো বিষয়ত ছুঁখলপাকৈ সীমাবদ্ধ—ই অনস্বীকাৰ্য। যুক্তি আৰু তৰ্কৰদ্বাৰা পৰীক্ষা-

সিদ্ধ ভৌতিক জগতখনৰ ঠেক পৰিসৰৰ ভিতৰতে বিজ্ঞানৰ ক্ষমতা আবদ্ধ হৈ থাকে ; মানৱ-হৃদয়ৰ সূক্ষ্মাতিসূক্ষ্ম ভাৱ-অনুভূতিবিলাকৰ খবৰ ৰাখিবলৈ ই অপাৰগ। বসন্তৰ বহুবৰ্ণ সৌন্দৰ্য অথবা প্ৰিয়-জনৰ আগমনত প্ৰিয়াৰ গালত দেখা দিয়া ৰক্তিম আভাক জুখিবপৰা ক্ষমতা ইয়াৰ নাই। কিন্তু সেই বুলিয়েই, বিজ্ঞানৰ সম্পৰ্ক জানো সঁচাকৈয়ে কেৱল 'নিৰস' বাস্তৱৰ লগত ? যুক্তিৰ নিক্তি হাতত লৈ কৱিসকলৰ সৌন্দৰ্যৰ প্ৰতীকবিলাক কিছুমান পৰিমাপ্য উপাদানত পৰিণত কৰাই জানো বিজ্ঞানৰ একমাত্ৰ উদ্দেশ্য ? কল্পনাৰ ৰঙীন বিতচকু জোৰ বিজ্ঞানীয়ে কাহানিও নিপিন্ধে নে ?

বিজ্ঞানৰ প্ৰতি এনে মনোভাৱৰ ঘাই উৎস হ'ল, বিজ্ঞান, বিশেষকৈ আধুনিক বিজ্ঞান, সম্পৰ্কে কৱি-সাহিত্যিকৰ অজ্ঞতা। দেখাত মন্তব্যটো ৰূঢ় আৰু উদ্ধত যেন লাগিব পাৰে। কিন্তু সৰহভাগ কৱি-সাহিত্যিকৰ ক্ষেত্ৰত বোধকৰোঁ মন্তব্যটো খাটে। সাধাৰণ দৰ্শক হিচাপে বিজ্ঞানৰ বাহ্যিক ৰূপটোহে মাথোন তেওঁ-লোকে দেখা পায়, আৰু সেইবাবেই বিজ্ঞানক তেওঁলোকে কিছুমান সৌন্দৰ্য্যবিহীন ঘটনা আৰু ৰসবিহীন তথ্যৰ সমষ্টি বুলি গণ্য কৰে। তেওঁলোকৰ বেছিভাগৰে ধাৰণা যে বিজ্ঞানৰ কাম হ'ল কিছুমান মন্ত্ৰৰ উৎপাদন যিবিলাকে পেনিচিলিন আদিৰ ৰূপ ধৰি মানৱ-জাতিৰ উপকাৰ কেতিয়াবা হয়তো সাধন কৰে, কিন্তু সৰহ ক্ষেত্ৰতে ই পৰমাণু বোমাৰ দৰে ধ্বংসাত্মক ৰূপ লৈ মানৱ সমাজক আত্মহননকাৰী যজ্ঞৰ সমিধহে যোগায়। এনে ভ্ৰান্ত ধাৰণাৰ ফলত কৱি-সাহিত্যিকৰ মনত বিজ্ঞান হৈ আছিছে তাহানিৰ আৰব্যো-পন্যাসত পোৱা গৰাকীৰ একান্ত ভক্ত, হৃদয়হীন অথচ পৰম শক্তিশালী দৈত্যটোৰ দৰে, যাক ভয় আৰু সন্দেহ কৰি নচলিলে মানৱ-জাতি অচিৰে ধ্বংস হৈ যোৱাৰ সম্ভাৱনা আছে।

ই স্বীকাৰ্য যে, অভিজ্ঞতাৰ বাস্তৱ জগতখনেই হ'ল বিজ্ঞানৰ জননী। সমাজৰ বিভিন্ন প্ৰয়োজন সমূহে এসময়ত বিজ্ঞানৰ জন্ম

দিছিল আৰু আজিও বিজ্ঞানৰ প্ৰধান ভিত্তি হ'ল দৈনন্দিন ব্যৱহাৰিক অভিজ্ঞতাৰ জগতখনেই। অভিজ্ঞতাৰ জগতখনৰ লগত বিজ্ঞানৰ সম্পৰ্ক সাহিত্য আৰু ক'লাতকৈ নিবিড়তৰ, আৰু এই দৃষ্টিকোণৰ পৰা সাহিত্য আৰু ক'লাতকৈ বিজ্ঞানৰ এক স্বকীয়া গুৰুত্ব আছে। আনহাতে, অভিজ্ঞতাৰ জগতখনৰ দৃঢ় ভেঁটিৰ ওপৰতে বিজ্ঞানৰ মিনাৰ গঢ়ি উঠে যদিও, কলাৰ দৰেই বিজ্ঞান সৃষ্টিৰ বাবে কেৱল বাস্তৱ অভিজ্ঞতাই যথেষ্ট নহয়। অতিশয় ব্যৱহাৰিক মানুহে যিদৰে কোনো মহৎ ব্যৱহাৰিক কাম কৰিব নোৱাৰে, সেইদৰে বিশুদ্ধ ব্যৱহাৰিক উদ্দেশ্য প্ৰণোদিত বিজ্ঞানীৰ দ্বাৰাও মহৎ পৰ্যায়ৰ বৈজ্ঞানিক সৃষ্টি অসাধ্য। কাব্য, সঙ্গীত, চিত্ৰকলা আদি সকলো সৃষ্টিশীল কৰ্মৰ জন্মস্থান যদিও অভিজ্ঞতা, তথাপি কল্পনাৰ স্থানো সিবোৰত অতি ওখ ; আৰু এক সৃষ্টিশীল কৰ্ম হিচাপে বিজ্ঞানো ইয়াৰ ব্যতিক্ৰম নহয়। বাহ্যিকভাবে প্ৰকৃতিত আমি যি দেখা পাওঁ, সি হ'ল বিশৃংখলতা আৰু অবিন্যস্ততা ; কিন্তু প্ৰকৃতিৰ গভীৰতম প্ৰদেশলৈ সোমাই গলে দৃষ্টি গোচৰ হয় সেই আপাত বিশৃংখলাৰ অন্তৰালত বিৰাজমান এক নান্দনিক লয় আৰু ঐক্য, এই লয় আৰু ঐক্য উদ্ঘাটন কৰি তাৰ পৰিমানাত্মক ৰূপ দিয়াই হ'ল বিজ্ঞানীৰ কাম। ৰহস্যৰ ডাঠ আৱৰণেৰে সেই লয় আৰু ঐক্যক প্ৰকৃতিয়ে আমাৰ পৰা এনেভাৱে লুকাই ৰাখে যে সেই আৱৰণ ভেদ কৰি সিবোৰক সম্পূৰ্ণ আলোকিত কৰাটো অৱশ্যে দুষ্কৰ। প্ৰকৃতিৰ 'স্বৰূপ' বুজাৰ সামৰ্থ্য বিজ্ঞানীৰ নাই, আৰু প্ৰকৃতিক সম্পূৰ্ণ কৈ বুজিব পাৰিছোঁ বুলি তেওঁলোকে দাবীও নকৰে। বিজ্ঞানত 'পৰম সত্য' বুলি কোনো কথা নাই। গতিকে বিজ্ঞানীয়ে যিবিলাক তত্ত্বৰ সৃষ্টি কৰে, সেইবিলাক প্ৰকৃতিৰ অবিকল অনুকৃতি নহয়। প্ৰথম দৃষ্টিত প্ৰকৃতিক যেনেভাৱে দেখা যায় বা পৰীক্ষাগাৰত যি তথ্য পোৱা যায়, তাক কেৱল নিৰ্খুতভাৱে মানৱজাতিৰ আগত ডাঙি ধৰাটোৱেই বিজ্ঞানৰ কৰ্তব্য নহয়। সেয়ে হোৱা হলে এটা বৈজ্ঞানিক তত্ত্বতকৈ এজন সাধাৰণ গৱেষকৰ

বৈজ্ঞানিক তথ্য সম্বলিত টোকা বহীটোৰ মূল্য নিশ্চয় বেছি হ'ল হেঁতেন। কিছুমান বৈজ্ঞানিক তথ্যৰ ওপৰতেই বৈজ্ঞানিক তত্ত্বৰ সৃষ্টি হয় সঁচা, সেইবুলি কেৱল কিছুমান বৈজ্ঞানিক তথ্যৰ সমষ্টিৰেই বৈজ্ঞানিক তত্ত্বৰ নিমাণ সম্ভৱ নহয়। বৈজ্ঞানিক তত্ত্ব নির্মাণৰ বাবে বৈজ্ঞানিক তথ্যৰ উপৰিও প্ৰয়োজন সৃজনশীল কল্পনা শক্তিৰ।

নিউটন প্ৰমুখ্যে ধ্ৰুপদী বিজ্ঞানীসকলে বিজ্ঞানক প্ৰকৃতিৰ অবিকল প্ৰতিবিম্ব বুলি এসময়ত ভাবিছিল। কিন্তু সম্প্ৰতি দেখা গৈছে, বিজ্ঞানৰ ধাৰণাবিলাক প্ৰকৃতিৰ পৰা কেতিয়াও পোনে পোনে গৃহীত নহয়; সেই ধাৰণাবিলাক আচলতে বাস্তৱ অভিজ্ঞতা আৰু সৃষ্টিশীল মনীষাৰ শুভ-পৰিণয়ৰ ফলত জন্ম হোৱা কিছুমান মানস-সন্তানহে। (আইনষ্টাইনে সিহঁতক 'মানৱ-মনৰ কিছুমান স্বাধীন সৃষ্টি আখ্যা'ই দিছে।) বৈজ্ঞানিক ধাৰণাবিলাকে প্ৰকৃতিৰ স্বৰূপ সম্পৰ্কে আমাক আভাস দিয়ে সঁচা, কিন্তু প্ৰকৃতিৰ পৰা সেইবিলাক কেতিয়াও পোনপটীয়াকৈ নিৰ্গত ( deduced ) নহয়। অভিজ্ঞতাই যে সকলো জ্ঞানৰ আদি আৰু অন্তও,-ই সত্য। এয়াও সত্য যে এই ক্ষেত্ৰত যুক্তি-প্ৰক্ৰিয়া অপৰিহাৰ্য। সেইবুলি জগতৰ ৰহস্য উদ্ঘাটনৰ বাবে কেৱল এই দুটাই যথেষ্ট নহয়। সাহিত্যৰ ক্ষেত্ৰ-তেই হওক বা বিজ্ঞানৰ ক্ষেত্ৰতেই হওক, মৌলিক চিন্তাৰ বাবে অভিজ্ঞতা, যুক্তি-প্ৰক্ৰিয়াৰ উপৰিও কল্পনা ক্ষমতাৰো প্ৰয়োজন. আৰু বিজ্ঞানৰ মহান সাধকসকলৰ গাত এই গুণ সদায় প্ৰতিভাত হয়। কেইটামান উদাহৰণ দিয়া যাওক।

পদাৰ্থ বিজ্ঞানত 'পোহৰৰ তৰংগ তত্ত্ব' নামে এটা তত্ত্ব আছে। এইতত্ত্ব অনুযায়ী পোহৰ এঠাইৰপৰা আন এঠাইলৈ তৰংগৰ ৰূপত পৰিবাহিত হয়। বিজ্ঞানৰ কলেজীয়া ছাত্ৰৰ বাবে ই অতি পৰিচিত তত্ত্ব হলেও, ইয়াক উদ্ভাৱন কৰিবলৈ যাওঁতে ইয়াৰ উদ্ভাৱক ক্ৰিষ্টিয়ান হাইজেন্সৰ যে কিমান কল্পনাশক্তি খৰচ হৈছিল, সেই কথা কেৱল বিজ্ঞানৰ স্বৰূপ সম্পৰ্কে চিন্তা কৰা লোকসকলেহে বুজিব পাৰিব। পোহৰ

আমি দেখা নাপাওঁ ; গতিকে ই উর্মিমালাৰ দৰেই ‘প্ৰবাহিত হয়’ নে দামুৰি এটাৰ দৰেই জপিয়াই যায়, আমি সেই কথা কব নোৱাৰোঁ। কিন্তু পোহৰৰ মাথোন কেইটামান পৰিচিত প্ৰপঞ্চৰ সহায় লৈ হাইজেন্সে তাত তেওঁৰ সৃষ্টিশীল কল্পনা-শক্তি প্ৰয়োগ কৰি এনে এটা তত্ত্ব সৃষ্টি কৰিলে যাৰ দ্বাৰা তেওঁ পোহৰৰ পৰিচিত-অপৰিচিত সকলো বিলাক প্ৰপঞ্চৰ ব্যাখ্যা দিবলৈ সমৰ্থ হ’ল। হাইজেন্সৰ এই তত্ত্বটোৱেই বিজ্ঞান সমাজত বহু বছৰ ধৰি ৰাজত্ব কৰি আছিল ; কিন্তু ঊনৈশ শতিকাৰ শেষৰ কালে দেখা গ’ল যে তাপ বিকিৰণৰ কিছুমান সমস্যা এই তত্ত্বৰদ্বাৰা ব্যাখ্যা কৰিব নোৱাৰি। তেতিয়া মাক্স প্লাংক নামে এজন বিজ্ঞানীয়ে ধৰি ললে যে শক্তিয়ে হয়তো ঢৌৰ ৰূপত নিৰৱচ্ছিন্ন ভাৱে গতি নকৰে, ই হয়তো বন্দুকৰ গুলীৰ দৰেই এটা এটাকৈ এঠাইৰ পৰা আন এঠাইলৈ যায়। প্লাংকৰ এনে অনুমানৰ কোনো প্ৰত্যক্ষ বা বাস্তৱ যৌক্তিক হেতু নাছিল, ই আছিল খাইকৈ তেওঁৰ সৃষ্টিশীল অন্তৰ্দৃষ্টিসঞ্জাত কল্পনা। কিন্তু তেওঁৰ কল্পনা ‘সঁচা’ বুলি প্ৰমাণিত হ’ল আৰু ‘কোৱাণ্টাম তত্ত্ব’ নামৰ বিখ্যাত আধুনিক তত্ত্বটোৱেই আছিল তেওঁৰ কল্পনাৰ পৰিমাণাত্মক ৰূপ। প্লাংকৰ এই আৰ্হি পৰমাণু জগতত প্ৰযোজ্য হ’ব নে নহয়, সেই কথাও বহুদিনলৈকে কোনেও কব পৰা নাছিল। অৱশেষত ১৯১৩ চনত নীলচ্ ব’ৰ নামে ডেনমাৰ্কৰ এজন সাতাইশ বছৰীয়া যুৱকে পৰমাণু জগতত এই ধাৰণা প্ৰয়োগ কৰিবলৈ সাহস কৰিলে। পুৰণি তত্ত্বৰ বিৰোধিতা কৰি তেওঁ কলে যে পৰমাণু গৰ্ভৰ চৌদিশে থকা কক্ষপথবোৰেদি ঘূৰি ফুৰা ইলেক্ট্ৰনবিলাকে তৰংগৰ ৰূপত শক্তি গ্ৰহণ বা বৰ্জন নকৰে ; সিহঁতে এই কাম কৰে গোট বা কোৱাণ্টাম হিচাপেহে : আৰু এই শক্তি গোটবোৰ বিকিৰিত বা শোষিত হয় ইলেক্ট্ৰনবিলাকে এটা কক্ষৰ পৰা আন কক্ষলৈ জাপ’ মাৰিলেহে। ( ব’ৰে তেওঁৰ এই ধাৰণাটো ইমান আচহুৱা বুলি গণ্য কৰিছিল যে বিজ্ঞান সমাজে উদ্ভট কল্পনা বুলি ভাবি ইয়াক

গ্ৰহণ নকৰিব পাৰে—এই সন্দেহ তেওঁক হোৱাত তেওঁ তেওঁৰ এই মূল্যবান গৱেষণাৰ কাকতপত্ৰ প্ৰায় ত্ৰিবছৰ ডেৰাজৰ এচুকত পেলাই ৰাখিছিল ! ) পিচলৈ ৰ'ৰৰ কল্পনা বাস্তৱসন্মত বুলি জনা গ'ল। এই ৰ'ৰেই আধুনিক পৰমাণু বিজ্ঞানৰ জনক। আধুনিক যুগৰ বিজ্ঞান-ঋষি আইনষ্টাইনৰ কল্পনা আছিল দেখাত আৰু অদ্ভুত। নিউটনৰ দিনৰ পৰা প্ৰায় তিনি-শ বছৰ ধৰি বিজ্ঞানীসকলে পদাৰ্থ-বিজ্ঞানৰ কিছুমান ধাৰণা নিৰ্ভুল বুলি মনে প্ৰাণে বিশ্বাস কৰি আহিছিল। সেই ধাৰণাবিলাকৰ কেইটামান হ'ল, আকাশ আৰু কাল (space and time) পৰম (absolute). আৰু সিহঁতৰ মাজত কোনো ধৰণৰ সম্পৰ্ক নাই ; ভৰ আৰু শক্তি (mass and-energy) দুটা সম্পূৰ্ণ স্বকীয়া ধাৰণা, মহাকৰ্ষণ হ'ল দূৰে দূৰে পদাৰ্থবিলাকৰ মাজত ক্ৰিয়া কৰা এবিধ বল (force), ইত্যাদি। আইনষ্টইনে তেওঁৰ সৃষ্টিশীল কল্পনাৰ সহায়েৰে এই ধাৰণাবিলাকৰ সীমাবদ্ধতাৰ কথা বুজিব পাৰিলে আৰু সিহঁতক অধিক প্ৰসাৰিত কৰি তুলিলে। তেওঁ দেখুৱালে যে আকাশ আৰু কাল পৰম নহয় ; সিহঁতৰ মাজত এটা সম্পৰ্ক নিহিত হৈ আছে ; দেখাত বেলেগ যেন লাগিলেও আচলতে ভৰ আৰু শক্তি দুয়ো স্ব-নিৰ্ভৰ নহয়, সিহঁত নিবিড় সম্পৰ্কেৰে বন্ধা ; আমি এখন ত্ৰি প্ৰস্থীয় জগতত নহয়, চতুৰ্প্ৰস্থীয় আকাশ-কালহে (four dimensional space time continum ) বাস কৰিছোঁ ; মহাকৰ্ষণ কোনো 'বল' নহয় ; ই পদাৰ্থৰ জড়ভাৱ ( inertia ), এটা পৰিণাম মাথোন ; নিউটনে ভৰাৰ দৰে জ্যোতিষ্কবিলাকৰ মাজত কোনো আকৰ্ষণ বল নাই, সিহঁতে আচলতে বংকিম আকাশ-কালত কিছুমান 'জিও-ডেচিক' ( geodesic ) কক্ষইদি ঘূৰি ফুৰিছে, ইত্যাদি। আইন-ষ্টাইনে তেওঁৰ এই নতুন ধাৰণাবিলাক বাস্তৱ জগতৰ পৰা পোনে পোনে গ্ৰহণ কৰা নাছিল ; ইহঁতৰ পৰীক্ষামূলক কোনো ভেঁটিও নাছিল ; এইবিলাক আছিল, কবলৈ গলে, আইনষ্টাইনৰ মনৰ

সৃষ্টিশীল কল্পনাহে। কিন্তু এই ধাৰণাবিলাক তেওঁ বিজ্ঞানত প্ৰয়োগ কৰিবলৈ সাহস কৰিলে আৰু আচৰিত কথা, পিছলৈ সেইবিলাৰ পৰীক্ষামূলক প্ৰমাণো বাহিৰ হ'ল ! (স্বজ্ঞাক প্ৰজ্ঞালৈ ৰূপান্তৰিত কৰাৰ, প্ৰতিভাসক স্থায়ী ৰূপ দিয়াৰ, এই বিৰল ক্ষমতাই হ'ল প্ৰতিভা।)

বিজ্ঞানীসকলৰ কল্পনাবিলাসৰ উদাহৰণ ইচ্ছামতে বঢ়াই গৈ থাকিব পাৰি। প্ৰকৃতিয়ে নিজৰ মহাজাগতিক খেলখনত যিবিলাক নিয়ম পালন কৰে, আমাৰ দুৰ্বল ধাৰণাই সেই সকলোবিলাক নিয়ম হুবহু বাস্তৱ ৰূপত কেতিয়াও ধৰা পেলাব নোৱাৰে ; আমি সেই সম্পৰ্কে কিছুমান অনুমানহে কৰি লওঁ। পৰমাণুৰ গঠন সম্পৰ্কীয় যি ছবি বিজ্ঞানীসকলে সম্প্ৰতি আবিষ্কাৰ কৰিছে, তাক তাক তেওঁলোকে 'পৰমাণু আৰ্হি' (atom model) নাম দিছে। এই আৰ্হি শব্দটোৰ প্ৰয়োগত অবিজ্ঞানীসকল হয়তো বিস্মিত হব। তেওঁলোকে ভাবিব যে বিজ্ঞান যিহেতু প্ৰকৃতিৰ অবিকল অনুকৰণ. গতিকে ইয়াত আৰ্হি শব্দটোৰ প্ৰয়োজন কি ? কিন্তু বিজ্ঞানীসকলে জানে যে পৰমাণুৰ যি ছবি তেওঁলোকে আবিষ্কাৰ কৰিছে, সি পৰীক্ষাসিদ্ধ অভিজ্ঞতাৰ ভিত্তিত অঁকা এখন মানস চিত্ৰহে—সি এক অবিকল প্ৰতিকৃতি নহয়। শিল্পীয়ে যেনেকৈ ৰঙ আৰু আৰু তুলিকাৰ সহায়েৰে প্ৰকৃতিক তেওঁৰ কেনভাচত ধৰি ৰাখে, ঠিক তেনেকৈ বিজ্ঞানীয়েও, বাস্তৱ অভিজ্ঞতাৰ ভেঁটিতে হলেও, বৈজ্ঞানিক ধাৰণা আৰু গাণিতিক প্ৰতীকৰ সহায়েৰে প্ৰকৃতিৰ এখন কাল্পনিক ছবি প্ৰথমে মনতে আঁকি লয় ; তাৰ পৰিমাণবোধক ৰূপ আৰু পৰীক্ষামূলক প্ৰমাণ আহে তাৰ পিছতহে। শিল্পীয়ে তেওঁৰ কেনভাচত অঁকা ছবিখন যেনেকৈ প্ৰকৃতিৰ অবিকল অনুকৰণ নহয়, সেইদৰে বৈজ্ঞানিক তত্ত্ববিলাকো প্ৰকৃতিৰ অবিকল প্ৰতিচ্ছবি নহয়। অলঙ্কাৰপূৰ্ণ ভাষাত কবলৈ গলে, বৈজ্ঞানিক তত্ত্ববিলাক প্ৰকৃতিৰ আলোক চিত্ৰ নহয় ; পৃথিবীৰ

মহান শিল্পচিত্র সমূহৰ দৰে সিহঁতো এবিধ আৰ্টহে।

বিজ্ঞান প্ৰকৃতিৰ অবিকল ফটোগ্ৰাফ নহয়। সেয়ে হোৱা হলে এটা বৈজ্ঞানিক তত্ত্বৰ সত্যতা সম্পৰ্কে এতিয়াও কোনো বিতৰ্ক নহ'লহেঁতেন। কিন্তু পদাৰ্থবিজ্ঞানৰ বিখ্যাত 'অনিশ্চয়তা সূত্ৰ'ক ( uncertainty principle ) লৈ ব'ৰ আৰু আইনষ্টাইনৰ মাজত হোৱা তুমুল বাদানুবাদৰ কথা বিজ্ঞান-ইতিহাসৰ ছাত্ৰৰ অবিদিত নহয়। তদুপৰি বৈজ্ঞানিক তত্ত্ববিলাক প্ৰকৃতিৰ অবিকল অনুকৰণ নোহোৱা বাবেই সিহঁতৰ পৰিবৰ্ধন ঘটে। বিজ্ঞানৰ তত্ত্বোৰ চিৰকালৰ বাবে সকলো প্ৰসংগতে অপৰিবৰ্তনীয় বুলি কোনো বিজ্ঞানীয়ে গৌৰৱ নকৰে, কাৰণ তেওঁলোকে জানে যে বিজ্ঞানত কোনো তত্ত্বই পৰমভাৱে সত্য নহয়; সিবোৰৰ সত্যতা প্ৰসংগ-নিৰ্ভৰ, আৰু সিবোৰ পৰম সত্যৰ মাথোন অভিমুখীহে।

তত্ত্ববিলাকৰ এনে পৰিবৰ্ধনৰ বাবেই বিজ্ঞানক হেয়জ্ঞান কৰিবলৈ কোনো কোনো সাহিত্যিক প্ৰলুব্ধ হয়। তেওঁলোকে কয় খোজে যে পূৰ্বসূৰীৰ প্ৰতি বিজ্ঞানীসকল অশ্ৰদ্ধ। বিজ্ঞানীয়ে বিজ্ঞানত প্ৰতিষ্ঠা লাভ কৰে পূৰ্বসূৰীৰ তত্ত্ববিলাকৰ ওপৰত ভিত্তি কৰি নহয়, সিহঁতক ওফৰাই দিহে। কিন্তু জনাই জানে যে বিজ্ঞানত এটা নতুন তত্ত্বই পুৰণি পৰীক্ষিত তত্ত্বক ভুল বুলি প্ৰমাণ নকৰে। ই মাথোন পুৰণি তত্ত্বটোৰ সত্যতা যে কোনো এটা বিশেষ প্ৰসংগৰ ওপৰতহে নিৰ্ভৰশীল, সেইটো দেখুৱায় আৰু পুৰণি তত্ত্বটোক এটা বহল পটভূমিত বা সংহতিত সামৰি লয়। উদাহৰণ স্বৰূপে, আইনষ্টাইনে আপেক্ষিকতাবাদ উদ্ভাৱন কৰি নিউটনীয় ধাৰণাবিলাক ভুল বুলি প্ৰমাণ কৰি থৈ যোৱা নাই। তেওঁ মাথোন সেই ধাৰণাবিলাকক এটা বহল পটভূমিতহে স্থাপন কৰিলে। তেওঁ দেখুৱালে যে নিউটনীয় পদাৰ্থবিজ্ঞান আপেক্ষিকতা-পদাৰ্থবিজ্ঞানৰ এটা বিশেষ ৰূপ মাথোন সাধাৰণ দৈনন্দিন জীৱনত আমি আজিও নিউটনীয় পদাৰ্থবিজ্ঞানহে ব্যৱহাৰ কৰোঁ। এই বিষয়ে আইনষ্টাইনে

লেখিছে, : "আপেক্ষিকতাবাদ বা আন কোনো তত্ত্বই নিউটনৰ মহান কাৰ্যাৱলীক অতিক্ৰম কৰিব পাৰিব বুলি যেন কোনেও নাভাৱে। প্ৰাকৃতিক দৰ্শনৰ ক্ষেত্ৰত আমাৰ সমগ্ৰ আধুনিক বৌধিক গঠনৰ ( conceptual structure ) ভেঁটি হিচাপে তেওঁৰ মহান ধাৰণাসমূহ সৰ্বকালৰ বাবে অপূৰ্ব তাৎপৰ্যপূৰ্ণ হৈ থাকিব।"

বিজ্ঞান মাত্ৰ এজন বা দুজন লোকৰ নিঃসঙ্গ সাধনাৰ ফল নহয়; ই এটা সামাজিক কৰ্ম। খ্যাত-অখ্যাত অগণন সাধকৰ যুগ-যুগান্তৰৰ সঞ্চিত জ্ঞানেহে বিজ্ঞানৰ দেউল গঢ়ি তুলিছে। গতিকে ঐতিহ্যক উপেক্ষা কৰি কলাৰ দৰে বিজ্ঞানেও বিকাশ লাভ কৰিব নোৱাৰে। বৰং ঐতিহ্যৰ ভিত্তিতহে বিজ্ঞানৰ বিকাশ সম্ভৱ। 'মই যদি আনতকৈ বেছি দূৰলৈ দেখিছোঁ, তেন্তে সি মনীষীসকলৰ কান্ধত থিয় হৈহে'— নিউটনে তাহানিতে কৈ থৈ গৈছে।

০ ০ ০

এতিয়া, বিজ্ঞান আৰু কলাৰ আন এটা সামঞ্জস্যলৈ আমি আঙুলিয়াওঁ। সকলো প্ৰকাৰৰ কলাৰ সৌন্দৰ্য-সৃষ্টিৰ মূলতে আছে প্ৰকৃতিৰ ভিন ভিন বস্তুবিলাকৰ মাজত এক সাদৃশ্য বা মিল উলিওৱাৰ স্পৃহা। কাব্যৰ ক্ষেত্ৰত এই কথা বিশেষভাৱে প্ৰযোজ্য। কাব্য-জগতত সেয়েহে উপমা বা বিজনিৰ স্থান অতি ওখ। সংস্কৃত পণ্ডিতসকলৰ মতে উপমাই হ'ল 'কাব্যৰ সৰ্বস্ব' ( সৰ্বস্বং কাব্য সম্পদাম্ ) আৰু 'কবিকুলৰ মাতৃস্বৰূপা' (কৱিবংশস্য মাতৈৱেতি)। কাব্য জগতত সত্য আৰু সৌন্দৰ্যক গভীৰতৰ কৰি তোলাৰ ঘাই আহিলা হ'ল উপমা বা বিজনি, আৰু এই বিজনি আহে কল্পনা শক্তিৰ পৰা। এটা সৰু উদাহৰণ দিয়া যাওক। ৰবীন্দ্ৰনাথে তেওঁৰ এটা কবিতাত শৰতৰ বৰ্ণনা এনেদৰে কৰিছে :

এসো গো শারদলক্ষ্মী
তোমার শুভ্র মেঘের রথে

নির্মল নীল পথে
এসো ধৌত শ্যামল আলো ঝলমল
বনগিরি পর্বতে।

এই কবিতা ফাঁকিয়ে আমাৰ হৃদয় জোঁকাৰি যাব খোজে কিয়? তাৰ অন্যতম কাৰণ, কবিতা ফাঁকিত আমি পাওঁ. আপাত-দৃষ্টিত বেলেগ বেলেগ যেন লগা কিছুমান বস্তুৰ মাজত এক সুন্দৰ সাদৃশ্য। ইয়াত কমপক্ষেও তিনিটা উপমা সংযোজিত হৈছে ; শৰতক এগ-ৰাকী দেৱীৰ লগত, মেঘৰ চপৰাক এখন শুকুলা ৰথৰ লগত আৰু নীলা আকাশখনক এটা নীল বৰণীয়া পথৰ লগত ইয়াত তুলনা কৰা হৈছে। সেইদৰে

Life is a dome of many-coloured glass
Stained by the white-radiance of eternity,
Until Death tramples it into fragments—

শেলীৰ এই কবিতাফাঁকি আমাৰ ভাল লাগে ইয়াত নিহিত এটা সুন্দৰ উপমাৰ বাবেই। সকলো মহান কলাকাৰে তেওঁলোকৰ যাদু-কৰী সৃষ্টিৰ সহায়েৰে কিছুমান ভিন্ন চৰিত্ৰৰ বস্তুৰ মাজত এইদৰে এক সুষম ঐক্য স্থাপন কৰিব পাৰে, আৰু সেইবাবেই তেওঁলোকৰ কাৰ্য্যাৱলী আমাৰ ইমান প্ৰিয়।

ঠিক একেদৰে বিজ্ঞানৰ মহান সাধকসকলেও অভিজ্ঞতা আৰু যুক্তিবোধৰ উপৰিও কল্পনাৰ সহায়লৈ প্ৰথম দৃষ্টিত বিসদৃশ যেন লগা প্ৰকৃতিৰ ভিন্ ভিন্ ঘটনাসমূহৰ মাজত এক সাদৃশ্য বিচাৰি উলি-য়ায় সুতীক্ষ্ণ অন্তর্দৃষ্টিৰ সহায়েৰে তেওঁলোকে প্ৰকৃতিৰ ঘটনাবিলা-কৰ নিভৃত প্ৰদেশলৈ সোমাই যায় আৰু সিহঁতৰ মাজত এক লয় আৰু ঐক্য উদ্ঘাটন কৰে। চমুকৈ কবলৈ গলে, বৈজ্ঞানিক তত্ত্ব-বিলাক হৈছে প্ৰকৃতিত লুকাই থকা সাদৃশ্যবিলাকৰ আকস্মিক উদ্ঘাটন। ( ব্ৰনৌস্কিয়ে তেওঁৰ 'চায়েন্স এণ্ড হিউমেন ভেলুজ' নামৰ

কিতাপখনত ইয়াক 'sudden explosion of a hidden likeness' আখ্যা দিছে।) আৰু এই উদ্ঘাটনৰ বাবে বিজ্ঞানত যিটো বস্তুৰ সৰ্বাধিক প্ৰয়োজন, সি হ'ল—প্ৰচুৰ কল্পনাশক্তি আৰু সেই কল্পনাক বাস্তৱত ৰূপায়িত কৰাৰ অদম্য সাহস। নিউটনে গছৰ পৰা সৰিপৰা আপেলটো আৰু পৃথিৱীৰ চাৰিওফালে ঘূৰি ফুৰা চন্দ্ৰটোৰ গতিৰ মাজত এক সাদৃশ্য বিচাৰি পাইছিল আৰু তাৰ ফলতে উদ্ভাৱন হ'ল 'মহাকৰ্ষণ তত্ত্ব'ৰ; বিদ্যুৎ, চুম্বকত্ব আৰু পোহৰ—প্ৰকৃতিৰ এই আপাতভিন্ন ঘটনা তিনিটাৰ মাজত মেক্সৱেলে এক সংহতি বিচাৰি পাইছিল আৰু ইয়াৰ ফলত উদ্ভৱ হ'ল 'পোহৰৰ বিদ্যুৎচুম্বক তত্ত্ব'ৰ; গ্ৰহ-উপগ্ৰহেৰে ভৰা সৌৰজগতখন আৰু ইলেকট্ৰন—প্ৰটনেৰে ভৰা পৰমাণু জগতখনৰ মাজত কিবা সাদৃশ্য থাকিব পাৰে বুলি ৰাডাৰফোৰ্ডৰ অনুমান হৈছিল আৰু ইয়াৰ ফলতেই জন্ম সম্ভৱ হ'ল আধুনিক পৰমাণু বিজ্ঞানৰ। আইনষ্টাইনে আকাশ আৰু কাল, ভৰ আৰু শক্তিৰ, মহাকৰ্ষণ আৰু জড়তাৰ মাজত কিছুমান সম্পৰ্ক বিচাৰি পাইছিল, আৰু আপেক্ষিকতাবাদ ইয়াৰে ফলশ্ৰুতি।

বিজ্ঞান হৈছে এক সৃষ্টিশীল কৰ্ম আৰু এনে কৰ্মৰ বাবে প্ৰথমে দৰকাৰ যুক্তি আৰু বুদ্ধিৰ উপৰিও প্ৰচুৰ কল্পনা শক্তিৰ। নিঃসন্দেহে, এটা বৈজ্ঞানিক তত্ত্বৰ সৃষ্টি প্ৰক্ৰিয়াৰ প্ৰথম পৰ্য্যায়টো হ'ল তথ্য সংগ্ৰহ। কিন্তু প্ৰকৃতি কিছুমান তথ্যৰ কেটেলগ নহয় গতিকে কেৱল কিছুমান তথ্যৰ সংগ্ৰহেই এটা বৈজ্ঞানিক তত্ত্বৰ সৃষ্টি নকৰে। পৰীক্ষাগাৰৰ এজন সাধাৰণ কৰ্মী আৰু এজন মহান বিজ্ঞানীৰ মাজৰ পাৰ্থক্য এইখিনিতেই। এজনে মাথোন তথ্য সংগ্ৰহ কৰে আৰু আনজনে সেই তথ্যবিলাকৰ মাজত প্ৰকৃতিৰ ৰহস্যৰ এক এক কম্পমান যৱনিকা দেখা পায়। কল্পনাৰ অবিহনে যেনেকৈ এটা মহান কবিতাৰ জন্ম নহয়, ঠিক তেনেকৈ কল্পনাহীন বিজ্ঞানীয়েও ৰহস্যৰ যৱনিকা উন্মুক্ত কৰিব নোৱাৰে। সৃষ্টিশীল অন্তৰ্দৃষ্টি হৈছে সকলো প্ৰকাৰৰ মহান আৱিষ্কাৰৰ প্ৰধান উৎস। (সেয়ে

আইনষ্টাইনেতো জ্ঞানতকৈও কল্পনাৰ ওপৰতে কেতিয়াবা অধিক গুৰুত্ব আৰোপ কৰিছিল।) তাৎকালিক ব্যৱহাৰিক উদ্দেশ্য সমুখত ৰাখি কোনো মহৎ বিজ্ঞানীয়ে বিজ্ঞান অধ্যয়ন নকৰে; ৰডিও সজাৰ উদ্দেশ্য লৈ মেক্সৱেলে বিদ্যুৎ চুম্বক-তত্ত্ব উদ্ভাৱন কৰা নাছিল। হুৱমুৱকৈ প্ৰকৃতিৰ ওপৰত বিজয়লাভ কৰিবলৈ যত্ন কৰিবলৈ প্ৰকৃতিয়ে বিজ্ঞানীৰ ওচৰত সেও নামানে। প্ৰকৃতিক জয় কৰিব খুজিলে আমি প্ৰকৃতিক সংকীৰ্ণ ব্যৱহাৰিকতাৰ পৰা মুক্ত এটা বহল মুকলি মনেৰে, শালীনতা সহকাৰে, জানিবলৈ যত্ন কৰিব লাগিব, আৰু প্ৰকৃতিক জানিব খোজাৰ এই শালীনতাপূৰ্ণ, পদ্ধতিমূলক প্ৰচেষ্টাই হ'ল বিজ্ঞান।

ওপৰোক্ত আলোচনাৰ পৰা বিজ্ঞানৰ সামাজিক দিশটোক হেয় জ্ঞান কৰা হৈছে বুলি ব্যৱহাৰিক মনৰ কোনো পাঠকে ভাবিব পাৰে। অভিজ্ঞতাৰ বাস্তৱ জগতখনৰ আৰু সেয়ে সমাজ-জীৱনৰ যি ভূমিকা বিজ্ঞানত বিদ্যমান, তাক অস্বীকাৰ কৰা আমাৰ উদ্দেশ্য নহয়। কবিৰ কবিতা, বিজ্ঞানীৰ বিজ্ঞান, দাৰ্শনিকৰ দৰ্শন—এই সমস্তই সমাজ-জীৱনৰ মানসিক ঐতিহ্য আৰু বাস্তৱ পৰিস্থিতিবোৰৰ ভেঁটিতহে সম্ভৱ। পাৰিপাৰ্শ্বিকতাৰ লগত অকণো সম্পৰ্ক নৰখাকৈ কবিয়ে তেওঁৰ কবিতা বা বিজ্ঞানীয়ে তেওঁৰ তত্ত্ব কেৱল তেওঁৰ আপোন মগজুৰ পৰা উদ্ভাৱন কৰে, এনে কথা মূৰ্খৰ দ্বাৰাহে স্বীকাৰ্য। জীৱনৰ লগত কলা আৰু বিজ্ঞান এৰাব নোৱাৰা সম্পৰ্কেৰে বন্ধা। 'জীৱনক চেতনাই নহয়, জীৱনেহে চেতনাক পৰিচালনা কৰে।' সেইবুলি স্থূল বস্তুবাদী সকলে ভবাৰ নিচিনাকৈ জীৱন আৰু চেতনাৰ মাজৰ সম্পৰ্কটোক এনে এটা উজু বীজ গণিতৰ ৰূপত পেলাব নোৱাৰি, যাৰ সহায়ত কেনে ধৰণৰ সামাজিক পৰিস্থিতিয়ে কেনে ধৰণৰ চিন্তাৰ জন্ম দিয়ে তাক নিখুঁতভাৱে ভপৰাই অংক কৰি উলিয়াব পৰা যায়। সামাজিক জীৱনেই, অভিজ্ঞতাৰ সামাজিক ৰূপটোৱেই, কাব্যিক

আৰু বৈজ্ঞানিক দুয়োবিধ চিন্তাৰ জন্মস্থান সঁচা ; কিন্তু কবিয়ে যেতিয়া বজাৰৰ হাই-উৰুমিৰ পৰা আঁতৰি আহি কবিতা লেখি-বলৈ তেওঁৰ মেজৰ কাষত নিৰলে বহে, বা বিজ্ঞানীয়ে তওঁৰ গবেষণাগাৰত তেওঁ উলিয়াব খোজা বৈজ্ঞানিক তত্ত্বটোৰ বিষয়ে নিবিষ্টমনে চিন্তা কৰে, তেতিয়া আৰু তেওঁ সমাজৰ বিষয়ে স্থূল ব্যৱহাৰিকতাৰ সূত্ৰত চিন্তা কৰি নাথাকে। চেতনাৰ লগত জীৱনৰ সম্পৰ্ক সৰল নহয় ; বিজ্ঞানৰ ভাষাত কব খুজিলে, সিহঁতৰ মাজত কোনো one-toone-correspondence নাই। গতিকে কেনে পৰিস্থিতিত কোন কবিয়ে কেনে কবিতা লেখিব বা কোন বিজ্ঞানীয়ে কেনে তত্ত্ব উদ্ভাৱন কৰিব, তাক আগতীয়াকৈ কোৱাৰ কোনো সহজ উপায় নাই।

o o o

দেখা গ'ল, কলাৰ দৰেই বিজ্ঞানো এটা সৃষ্টিশীল সামাজিক কৰ্ম ; গতিকে ইয়াতো কল্পনা বহুদূৰ প্ৰয়োজনীয়। সেইবুলি কলা-কাৰৰ কল্পনা আৰু বিজ্ঞানীৰ কল্পনাৰ মাজত পাৰ্থক্য নথকা নহয়। স্ৰষ্টা হিচাপে কলাকাৰ আৰু বিজ্ঞানী দুয়ো সমানে নহলেও, কল্পনা-প্ৰিয় ; কিন্তু কল্পনাক কাৰ্যক পৰিণত কৰাৰ পদ্ধতি দুয়োৰে স্বকীয়া স্বকীয়া। কলাকাৰৰ জগতখন বিশেষভাৱে মনোধৰ্মী আৰু সেই-বাবেই কলাকাৰৰ কল্পনাত অযৌক্তিকতাৰ ছাব অধিক স্পষ্ট। আন-হাতে বিজ্ঞানীৰ জগতখনত নিৰাবেগ গাণিতিক যুক্তিবোধৰ বিশেষ গুৰুত্বই প্ৰধান। কল্পনাৰ খাতিৰত বিজ্ঞানীয়ে যুক্তিক ত্যাগ কৰিবলৈ ৰাজী নহয়। আনহাতে কলাৰ ক্ষেত্ৰত যুক্তি অপৰিহাৰ্য নহয়। গতিকে কলাকাৰে কল্পনাক আৱেগ-অনুভূতিৰে প্ৰসাৰিত কৰি তাক ঐশ্বৰ্যশালী কৰি তুলিব পাৰে ; আনহাতে বিজ্ঞানীয়ে নিৰাবেগ যুক্তিৰ মাপ-কাঠিৰে প্ৰাৰম্ভিক পৰ্যায়ৰ কল্পনাক সংকুচিতহে কৰে। কলাকাৰে চিত্ৰকল্পৰ নানাৰঙী ৰূপৰ মাজেৰে কল্পনাক প্ৰসাৰিত

কৰে; আনহাতে বিজ্ঞানীয়ে তেওঁৰ যন্ত্ৰ পাতি আৰু গণিতৰ যৌক্তিক সূত্ৰবিলাকৰ সহায়েৰে কল্পনাক সংকুচিত কৰি তোলে। এটা উদাহৰণ দিয়া যাওক। শাৰদীয় নিশাৰ নিৰ্মেঘ আকাশত তিৰবিৰাই থকা সুদূৰ প্ৰসাৰী নক্ষত্ৰৰ মেলা দেখা পাই আবেগমুখী কবিয়ে এই সৌন্দৰ্যক ধৰি ৰাখিবলৈ যত্ন কৰে আবেগময় কল্পনাৰে। তৰাবিলাকলৈ লক্ষ কৰি কবিয়ে প্ৰেমিকাক কয়,

Sit Jessica. Look how the floor of heaven
thick inlaid with patens of bright gold.
There's not the smallest orb which thow beheld'st.

ব্যক্তি মানৰ হিচাপে এজন বিজ্ঞানীয়েও এনে আবেগ প্ৰকাশ কৰাটো অসম্ভৱ নহয়। কিন্তু এজন বিজ্ঞানী হিচাপে তেওঁ আবেগমুখী নহয়, যুক্তিমুখী। টেলিস্কোপ, স্পেক্টোস্কোপ, ফটোগ্ৰাফিক প্লেট আৰু ষ্টেলাৰ ডাইনামিক্সৰ জটিল সূত্ৰবিলাকৰ সহায় লৈ যুক্তিমুখী বিজ্ঞানীয়ে আবেগ ত্যাগ কৰে আৰু তৰাবিলাকৰ স্বৰূপ জনাৰ ব্যৱহাৰিক কামত লাগি যায়। সৃষ্টিশীল কৰ্মত কল্পনা প্ৰয়োগৰ ক্ষেত্ৰত কলাকাৰৰ হাতত ইয়াতেই বিজ্ঞানীৰ পৰাজয়। কলাকাৰৰ দৰে বিজ্ঞানীয়ে আবেগিক কল্পনাতে ক্ষান্ত নাথাকে; সেই কল্পনাক তেওঁ ক্ৰমে আবেগ-বৰ্জিত কৰি বাস্তৱ তথ্যৰ অনুকূলে যুক্তিভিত্তিক কৰি তোলে। তেওঁৰ কল্পনাক তেওঁ পৰীক্ষাৰ দ্বাৰা প্ৰমাণ কৰি চাব খোজে আৰু পৰীক্ষ সিদ্ধ নহলে তেওঁ সেই কল্পনা-ত্যাগ কৰে। বিজ্ঞানীয়ে সৌন্দৰ্যতকৈ বাস্তৱৰ ওপৰত, বস্তুধৰ্মী সত্যৰ ওপৰত, অধিক গুৰুত্ব দিয়ে; সেইবাবে বিজ্ঞানত কল্পনাই গঁজালি মেলিলেও বিকাশৰ সুবিধা নাপায় ন্যায়শাস্ত্ৰ আৰু যুক্তিৰ পৰা বিজ্ঞানীয়ে তিলমানো আঁতৰি যাবলৈ নিবিচাৰে। 'Every moment dies a man, every moment one is born',—টেনিচনৰ এই কবিতাফাঁকি পঢ়ি চাৰ্লচ বেবেজ নামে এজন ইংৰাজ গণিতজ্ঞই হেনো টেনিচনলৈ এই বুলি লেখি পঠিয়াইছিল: "মানু-

হৰ জন্ম আৰু মৃত্যুৰ হাৰ সমান সমান হোৱা হলে পৃথিবীৰ জনসংখ্যা সদায় একে থাকিলহেঁতেন ; কিন্তু গণনা কৰি দেখা গৈছে যে জন্মৰ হাৰ আচলতে মৃত্যুৰ হাৰতকৈ যোলভাগৰ এগুণ বেছি। গতিকে মই ভাবোঁ, পৰৱৰ্তী সংস্কৰণত আপুনি কৱিতাফাঁকি এনেদৰে প্ৰকাশ কৰিব ; — 'Every moment dies a man, every moment one and one— sixteenth is born !' এনেবিলাক কাৰণতে কাব্য-জগতত বিজ্ঞানী এজন আনন্দনাশী বেৰসিক লোক হিচাপে পৰিচিত। ১৯৬৫ নে ৬৬ চনৰ কোনো এটা সংখ্যাৰ 'এনকাউণ্টাৰ' নামৰ আলোচনীখনত প্ৰকাশ পোৱা 'দি মেচিনাৰী অৱ নেচাৰ' শীৰ্ষক এটা প্ৰবন্ধত জেকব ব্ৰনোস্কিয়ে কলা আৰু বিজ্ঞানৰ এই পাৰ্থক্যটো সুন্দৰকৈ ব্যাখ্যা কৰি দেখুৱাইছে :

"বিজ্ঞানৰ অন্বেষণা কৱিতাৰ পৰা পৃথক,— যদিও এই পাৰ্থক্য ইয়াৰ সম্পাদন-ক্ৰিয়াত নহয়, ইয়াৰ প্ৰচেষ্টা ক্ৰিয়াতহে। বিজ্ঞানৰ প্ৰচেষ্টা হ'ল, কিছুমান নিৰ্ণয়কাৰী পৰীক্ষাৰ দ্বাৰা বিকল্পসমূহৰ মাজত থকা দ্ব্যৰ্থবোধ নাইকিয়া কৰা। এই অৰ্থত এটা বৈজ্ঞানিক পৰীক্ষা একাঁকি কৱিতাৰ দৰেই সুন্দৰ আৰু কল্পনাপূৰ্ণ। কিন্তু কথা হ'ল, বিজ্ঞানে কল্পনাক এটা ভিন্ন স্তৰৰ প্ৰচেষ্টালৈ লৈ যায়। কৱিতাৰ বিপৰীতে কল্পনাৰ অস্পষ্টতাক ই কামত খটুৱাব নিবিচাৰে, বৰং ইয়াক যিমান পাৰি কমাবলৈহে যত্ন কৰে। বিজ্ঞানত কল্পনাৰ "পেৰাডক্স' এয়ে যে ইয়াৰ উদ্দেশ্য কল্পনাৰ দাৰিদ্ৰকৰণ। এই বাক্যৰ দ্বাৰা মই ইয়াকে বুজাব খুজিছোঁ যে বহু দূৰলৈ পাখি মেলিলেও বৈজ্ঞানিক কল্পনাই নতুন ভাৱ পল্লৱিত হোৱাত বাধাৰ সৃষ্টি কৰে। বিজ্ঞানত মহত্তম বীক্ষা এক কৃপণ বীক্ষা, আৰু ইয়াত বিশ্ব-জগতৰ শ্ৰেষ্ঠ আহি সেইটোৱেই যিটো ন্যূনতম্ সংখ্যক প্ৰকল্পৰ ওপৰত প্ৰতিষ্ঠিত।"

কলা আৰু বিজ্ঞান একে নহয়। সেয়ে দুয়োৰে কল্পনাৰ প্ৰয়োগ

পদ্ধতিও সুকীয়া— আৰু বিজ্ঞানত এই পদ্ধতি নিবাৰেগ যুক্তিনিষ্ঠ। কিন্তু দুয়োটাৰ মাজত যে এটা মিলো আছে, সেই কথা আমি পাহৰি গলে নহব। ক'লা আৰু বিজ্ঞান দুয়ো হ'ল একোটা সৃষ্টি-শীল মানবীয় কর্ম, আৰু এক সৃষ্টিশীল মানবীয় কর্ম হিচাপে বিজ্ঞা-নতো কল্পনাৰ স্থান আছে।

(১৯৭২)

o o o

# মাৰ্ক্সীয় বস্তুবাদত কল্পনাৰ ভূমিকা

'জীৱন চেতনাৰ দ্বাৰা নহয়, চেতনাহে জীৱনৰ দ্বাৰা নিৰ্ণীত হয়'—মাৰ্ক্সে কৈছিল। মাৰ্ক্সৰ এই উক্তিৰ গয়না লৈ কোনো কোনো মাৰ্ক্সবাদীয়ে মাৰ্ক্সীয় বস্তুবাদত কল্পনাৰ ভূমিকাক সম্পূৰ্ণৰূপে অস্বীকাৰ কৰিব খোজে। বস্তুজগতক প্ৰাধান্য দিবলৈ গৈ তেওঁ-লোকে পাহৰে যে মানুহ এটা কল্পনাশক্তিৰহিত ইতৰ প্ৰাণী নহয়, বহিৰ্জগতে যি নিৰ্দেশ দিয়ে, তাক যন্ত্ৰবৎ পালন কৰাই মানৱ চৰিত্ৰৰ ধৰ্ম নহয়। জীৱনৰ সমস্ত কাৰ্যকলাপ কেতবোৰ সহজাত বৃত্তিৰ দ্বাৰা পৰিচালিত হয় নিষ্ক্ৰিয় মনৰ ইতৰ প্ৰাণীৰ ক্ষেত্ৰতহে, মানুহৰ ক্ষেত্ৰত নহয়। মানুহৰ এটা ক্ৰিয়াশীল মন আছে, কল্পনা কৰিব পৰা শক্তি আছে—আৰু মানুহে কৰা সকলো প্ৰকাৰৰ সৃজনশীল কামৰ উৎস হ'ল তাৰ এই মনোধৰ্মী শক্তি। সৃষ্টিশীল যি কোনো কাম আৰম্ভ কৰাৰ পূৰ্বে প্ৰতিজন ব্যক্তিয়ে কল্পনাৰ সহায় লবলৈ, তেওঁ কৰিব খোজা কামটোৰ এখন ছবি মনতে আঁকি লবলৈ বাধ্য, তেহেলৈ তেওঁ এজন সাধাৰণ বাঢ়ৈয়ে হওক বা এজন প্ৰতিভাধৰ শিল্পী বা বিজ্ঞানীয়েই হওক। স্বয়ং মাৰ্ক্সে সৃষ্টিশীল কামক কল্পনাৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰি লোৱাৰ ইংগিত আমি তেওঁৰ 'কেপি-টেল' গ্ৰন্থৰ 'লেবাৰ প্ৰচেছ' নামৰ অধ্যায়টোত পাওঁ। মাৰ্ক্সৰ মতে যি কোনো শ্ৰম-পদ্ধতিতে কল্পনা কেৱল প্ৰয়োজনীয়েই নহয়, বৰং শ্ৰমক ই নিৰ্দিষ্ট দিশত আগুৱাই লৈ যায়, আৰু শ্ৰম-পদ্ধতিৰ শেষ পৰ্যায়ত কল্পনা বাস্তৱত ৰূপায়িত হয়গৈ। মকৰা আৰু মৌ-মাখিৰ লগত মানুহৰ পাৰ্থক্যলৈ আঙুলিয়াই দি তেওঁ কৈছিল—

"এটা মকৰাৰ যি কাম, তাঁতীৰ কামৰ লগত তাৰ মিল আছে, আৰু মৌ-মাখিয়ে যি কৌশলেৰে মৌচাক গঢ়ে, সি অনেক স্থপতিকো লাজত পেলাব। কিন্তু নিকৃষ্টতম স্থপতিগৰাকীও

উৎকৃষ্টতম মৌমাখিৰ পৰা পৃথক এইখিনিতেই যে স্থপতিগৰাকীয়ে যি সাজিব খোজে, বাস্তৱত ৰূপ দিয়াৰ আগেয়েই তেওঁ কল্পনাত তাক প্ৰথমে সাজি লয়। কোনো কাম আৰম্ভ কৰাৰ পূৰ্বেই শ্ৰমিকৰ কল্পনাত যি থাকে, শ্ৰমপদ্ধতিৰ অন্তত আমি তাক বাস্তৱত লাভ কৰোঁ।” ( ‘কেপিটেল’ প্ৰথম খণ্ড )

ই অনস্বীকাৰ্য যে জীৱনতকৈ চেতনাৰ স্থান কোনোপধ্যেই উচ্চ হ’ব নোৱাৰে। মাৰ্ক্সেও চেতনাক জীৱনৰ পৰা বিচ্ছিন্ন বুলি, অথবা ই জীৱনৰ ঘাই নিয়ন্তা বুলি ধৰি লোৱা নাছিল। আনহাতে স্থূল বস্তুবাদীসকলৰ লগত সুৰ মিলাই মানৱ প্ৰগতিত চেতনাৰ বা ভাবে এক প্ৰকাশ হিচাপে কল্পনাৰ নিজস্ব ভূমিকাক তেওঁ অৱহেলা কৰাও নাছিল। বৰং মানৱীয় চেতনাৰ স্বকীয় শক্তিৰ প্ৰতি অৱ-হেলাই তেওঁৰ পূৰ্ববৰ্তী বস্তুবাদীসকলৰ প্ৰধান দোষ আছিল বুলি ফয়েৰবাখ সম্পৰ্কীয় প্ৰথম ‘প্ৰস্তাৱটোত তেওঁ মন্তব্য কৰিছে। ( ‘The defect of all hereto existing materialism is that the thing, reality, sensuousness is conceived not subjectively. Hence, it happened that the active side, in contradistinction to materialism, was developed by idealism.’ )

মাৰ্ক্সৰ পূৰ্ববৰ্তী দাৰ্শনিকসকলৰ বস্তুবাদ আছিল সৰল বস্তুবাদ। বস্তুবাদৰ ইতিহাস সুদীৰ্ঘ। ইয়াৰ উৎস বিচাৰি খীষণ, পায়াসি, বেলঠিপুত্ত প্ৰমুখ্যে আমাৰ দেশৰ লোকায়তিকসকল, আৰু লিউছি-পাছ, ডেম’ক্ৰিটাছ, এপিকিউৰাছ প্ৰমুখ্যে গ্ৰীচদেশৰ প্ৰাচীন দাৰ্শ-নিকসকল পৰ্যন্ত পাবগৈ পাৰি। কিন্তু আধুনিক বস্তুবাদ, যি মাৰ্ক্স এংগেলচ-লেনিনৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিছিল, সি হ’ল অষ্টাদশ শতিকাৰ ফৰাচী বস্তুবাদ। ‘পবিত্ৰ পৰিয়াল’ গ্ৰন্থত মাৰ্ক্স-এংগেলচে কৰা উক্তি মতেই ফৰাচী বস্তুবাদৰ উৎস হ’ল ডেকাৰ্ট (ৰেণে ডেকাৰ্টঃ ১৫৯৬-১৬৫০) আৰু লক ( জন লক : ১৬৩২-১৭০৪ )। ডেকাৰ্টে

পদাৰ্থ আৰু মনক পৰস্পৰে কেতিয়াও ক্ৰিয়া কৰিব নোৱাৰা দুটা সম্পূৰ্ণ পৃথক সত্তা বুলি ধৰি লৈছিল। তেওঁৰ এই ধাৰণা তুলনীয় দুটা ঘড়ীৰ লগত, যাৰ এটাই সময় দেখুৱায় আৰু আনটোৱে লগে লগে শব্দ কৰে। ফলত সম্পৰ্কবিহীন হলেও সিহঁতৰ এটাই দেখুওৱা সময় আনটোত কোৱা শব্দৰ কাৰণ বুলি যেনেকৈ আমাৰ ভাব হয়, ঠিক তেনেকৈ ডেকাৰ্টৰ মতেও পদাৰ্থ আৰু মনৰ মাজত কোনো পাৰস্পৰিক ক্ৰিয়া নথকা সত্বেও দুয়োৰে ক্ৰিয়া এনেধৰণৰ যে এটাৰ ওপৰত আনটোৰ প্ৰভাৱ আছে বুলি আমাৰ ধাৰণা জন্মে।

আনহাতে, তেওঁৰ দেশৰে পূৰ্বসূৰী ফ্ৰান্সিচ বেকন আৰু টমাচ হবচৰ পৰা কেতবোৰ ধাৰণা গ্ৰহণ কৰি লকে কৈছিল যে সহজাত ধাৰণা ( innate ideas ) বুলি কোনো কথা নাই, আমাৰ মনত সৃষ্টি হোৱা ধ্যানধাৰণাৰ মূল হ'ল অভিজ্ঞতা ; মনটো এখন পৰিস্কাৰ চিলটৰ দৰে, বহিঃজগতৰপৰা অহা অভিজ্ঞতাবোৰে এই চিলটৰ ওপৰত ছবি আঁকি যায়। বাস্তৱ অভিজ্ঞতা আৰু কাণ্ডজ্ঞানৰ ওপৰত লকে জোৰ দিছিল ; সেয়ে শিক্ষা আৰু পাৰিপাৰ্শ্বিকতাৰ ওপৰতে মানুহৰ বিকাশ নিৰ্ভৰ কৰে বুলি তেওঁ বিশ্বাস কৰিছিল।

ডেকাৰ্ট'লক আদিৰ ধাৰণাসমূহৰ দ্বাৰা অনুপ্ৰাণিত হৈ লা মেট্ৰি, দিদ্‌ৰো, কঁডিলাক, কণ্ডৰ্চে, হলবাক, হেলভেটিয়াচ আদিয়ে অতি উদ্যমেৰে ফৰাচী দেশত বস্তুবাদ জনপ্ৰিয় কৰি তোলে। কিন্তু তেওঁলোকৰ দৰ্শন দোষমুক্ত নাছিল। মানুহক পৰিস্থিতিৰ কু প্ৰভাৱৰ পৰা হাত সাৰি থাকিব নোৱাৰা এটা নিৰাবেগ সত্তা বুলি তেওঁলোকে ধৰি লৈছিল ; আনহাতে এই হতাশাজনক ছবিখনৰ ওপৰতে তেওঁলোকে আৰোপ কৰিছিল মানৱ প্ৰগতিৰ এক সৰল আশাবাদ। দেখদেখকৈ দুয়োখন ছবি খাপ নোখোৱা বিধৰ আছিল।

ফৰাচী বস্তুবাদীসকলৰ ঠিক পিছতে জাৰ্মানীত আবিৰ্ভাৱ হয় তীক্ষ্ণ মেধাৰ দুগৰাকী ভাববাদী দাৰ্শনিক। তেওঁলোক হ'ল—

কাণ্ট আৰু হেগেল ( ইমানুৱেল কাণ্ট : ১৭২৪-১৮০৪ ; গীয়র্গ ভীলহেল্ম্ ফ্ৰীড্ৰিচ হেগেল : ১৭৭০-১৮৩১ )। তেওঁলোকে চেতন-জগতৰ বিশালতা আৰু শক্তিমত্তাৰ প্ৰতি মানুহক সজাগ কৰি তুলিছিল ; কিন্তু ফৰাচী বস্তুবাদৰ প্ৰতিক্ৰিয়া স্বৰূপে চেতন-জগতখনক মৌলিক বুলি ধৰি লৈ ইন্দ্ৰিয়গ্ৰাহ্য বস্তুজগতখনক তেওঁলোকে গৌণ জ্ঞান কৰিছিল ( '... idealism doesnot know real sensuous activity as such'— মাৰ্ক্স, 'ফয়েৰবাখ সম্পৰ্কীয় প্ৰথম প্ৰস্তাৱ' )।

কাণ্টৰ, বিশেষকৈ হেগেল আৰু তেওঁৰ অনুবৰ্তী ফয়েৰবাখৰ দ্বাৰা প্ৰভাৱিত হৈ মাৰ্ক্সে ফৰাচী বস্তুবাদত সি সবলতা আৰু যান্ত্ৰিকতাই দেখা দিছিল, তাক দূৰ কৰিলে। ইয়েই সাম্প্ৰতিক কালৰ দ্বান্দ্বিক বস্তুবাদৰ জন্ম-কাহিনী এই বস্তুবাদ অনুসৰি চেতনা যদিও জীৱনৰ ব্যৱহাৰিক পৰিস্থিতিবিলাকৰ দ্বাৰাই প্ৰভাৱিত, তথাপি সমাজ বিৱৰ্তনত ইয়াৰ ভূমিকা তুচ্ছ কৰিব নোৱাৰি। মানুহ পাৰিপাৰ্শ্বিকতাৰ কেৱল দাসেই নহয়, ই তাৰ গৰাকীও। পাৰিপাৰ্শ্বিকতাই মানুহক গঢ় দিয়ে সঁচা, আনহাতে পাৰিপাৰ্শ্বিকতাকো গঢ়ে আকৌ মানুহেই, আৰু পাৰিপাৰ্শ্বিকতাক পৰিৱৰ্তন কৰি মানুহে তাৰ চিন্তা-চেতনাৰ পৰিৱৰ্তন ঘটায়। এই দৰেই, এক দ্বান্দ্বিক পদ্ধতিত মানুহ আৰু তাৰ পাৰিপাৰ্শ্বিকতাৰ পৰিৱৰ্তন হৈ গৈ থাকে। সমাজ-বিৱৰ্তনত মানৱীয় চেতনাৰ ভূমিকাৰ কথা মাৰ্ক্সে তেওঁৰ 'ফয়েৰবাখ সম্পৰ্কীয় দ্বিতীয় প্ৰস্তাৱ'ত স্পষ্টভাৱে উল্লেখ কৰিছে আৰু চেতনাৰ ওপৰত দিয়া লঘূৰই তেওঁৰ পূৰ্ববৰ্তী বস্তুবাদী সকলৰ প্ৰধান ত্ৰুটি আছিল বুলিও তেওঁ অভিযোগ কৰিছে। 'The materialist doctrine that men are products of circumtances and upbringing and that therefore, changed men are products of other circumstances and changed upbringing forgets that

it is men that change circumsta nces and that the educator himself needs educating' ).

মাৰ্ক্সীয় বস্তুবাদ সৰল বস্তুবাদ নহয়, ইয়াত ভাবক সত্তাৰ, চেনাক জীৱনৰ এক যান্ত্রিক প্রতিফলন বুলি ধৰি লোৱা নহয়। এই বস্তুবাদ অনুসৰি চেতনা জীৱনৰ পৰাই উদ্ভূত হলেও ই ইতৰ প্ৰাণীৰ চেতনাৰ দৰে স্থূল আৰু নিষ্ক্ৰিয় নহয়। লেনিনৰ ভাষাত ক'ব লাগিলে, ই বস্তু জগতখন কেৱল প্ৰতিফলনেই নকৰে, ই বস্তুজগতখন সৃষ্টিও কৰে ( 'Man's conciousness not only reflects the objective world, but creates it' ফিলচফিকেল ন'টবুক )। লেনিনে তেওঁৰ 'টোকা বহী'ৰ আন এঠাইত কৈছে যে মানৱ-মনে কোনো বস্তুৰ যি ধাৰণা গ্ৰহণ কৰে, সি এটা সৰল, তাৎক্ষণিক ক্ৰিয়া,— এক মৃত প্ৰতিফলন নহয়; এই গ্ৰহণ প্ৰক্ৰিয়া ইমান জটিল আৰু আঁকোৰা-পকোৰা যে কল্পনাই জীৱনৰ পৰা পাখি মেলি উৰি যোৱাৰ সম্ভাৱনাও আনকি ইয়াত লুকাই থাকিব পাৰে ('The approach of the human mind to a particular thing, the taking of a copy of it is not a simple, immediate act, a dead mirroring, but one which is complex, split into two, zig zag-like, which includes in it the possibility of the flight of fantasy from life' )

মাৰ্ক্সীয় বস্তুবাদত জীৱনৰ তুলনাত চেতনাৰ ভূমিকা গৌণ ঠিকেই; সেইবুলি ভাবিলে ভুল হ'ব যে মানৱীয় চেতনা নিষ্ক্ৰিয়। প্ৰকৃততে জীৱন আৰু চেতনাৰ মাজত এক অহৰহ দ্বন্দ্ব চলি থাকে আৰু এই দ্বন্দ্বই হ'ল সকলো প্ৰকাৰৰ মানৱ-প্ৰগতিৰ চালিকা শক্তি। মাৰ্ক্সীয় বস্তুবাদত চেতনাৰ আৰু তাৰ অভিব্যক্তি হিচাপে কল্পনাৰ এক বিশিষ্ট ভূমিকা আছে, স্থূল মাৰ্ক্সবাদী সকলৰ ধাৰণাৰ বিপৰীতে মাৰ্ক্সবাদে কল্পনাক উপেক্ষা নকৰে; বৰং সকলো প্ৰকাৰৰ শ্ৰম-পদ্ধতিৰ প্ৰাৰম্ভক আৰু দিকদৰ্শক হিচাপে কল্পনাৰ প্ৰয়োজনীয়তা ই স্বীকাৰ কৰি লয়।

মাৰ্ক্সীয় বস্তুবাদত যে কল্পনাৰ এক বিৰাট ভূমিকা বিদ্যমান, এই কথা আমাৰ প্ৰগতিবাদীসকলে বুজাৰ বিশেষ প্ৰয়োজন আছে।

( ১৯৭৮ )

# গান্ধীজীৰ নৈতিক দৰ্শন-প্ৰসংগ

বহুদিন ধৰি বহুজনৰ মুখ বাগৰিলে সঁচা উক্তি কিছুমানৰো ঘঁহনি খোৱা পইচাৰ দৰে চোক কমে। কিন্তু এনে সম্ভাৱনা সত্ত্বেও কব লাগিব,—গান্ধীজী কুৰি শতিকাৰ এগৰাকী মহান পুৰুষ আছিল। পৃথিৱীৰ যি কোনো ধৰ্মাচাৰ্যৰ স'তে তেওঁ তুলনীয়। বুদ্ধৰ অৱতাৰ বুলি তেওঁক সাধাৰণতে কোৱা হয় যদিও, যীশুৰ লগতহে তেওঁৰ যেন মিল অধিক। যীশুৰ দৰে গান্ধীজীৰ ব্যক্তিত্বও আছিল এডাল শক্তিশালী চুম্বকৰ দৰে; যীশুৰ দৰে তেওঁৰ মনটোও 'মানৱীয় কৰুণাৰ ক্ষীৰে'ৰে পূৰ্ণ আছিল আৰু যীশুৰ 'স্বৰ্গৰাজ্য'ৰ দৰে তেৰেঁা ভাৰতত 'ৰামৰাজ্য' নামৰ এখন শোষণমুক্ত সমাজৰ সপোন দেখিছিল। ঐতিহাসিক পটভূমিকাৰ কথা চিন্তা নকৰাকৈ ভাৰতৰ পৰৱৰ্তী পৰিস্থিতিৰ বাবে বহুতে গান্ধীকে পোনপটীয়াকৈ অভিযুক্ত কৰিব খোজে; যদিও— নকলেও হব,—বিশাল দেশ এখনৰ দা'য়ত্ব কেৱল এজন মানুহৰ কান্ধত নাথাকে, এই দায়িত্ব সামষ্টিক। পৰাধীন ভাৰতৰ জনগণৰ যাই উদ্দেশ্য আছিল বৃটিছ সাম্ৰাজ্যবাদৰ শাসন আৰু শোষণৰ কবলৰ পৰা ভাৰতক মুক্ত কৰা; ভৱিষ্যতৰ স্বাধীন ভাৰতীয় সমাজখন কেনে হোৱা উচিত বা উচিত নহয়—ই তেতিয়ালৈকে ভাৰতীয় লোকৰ জ্বলন্ত সমস্যা হৈ উঠা নাছিলগৈ। এনে সময়তে এজন অতি বিচক্ষণ আৰু ব্যক্তিত্বশালী পুৰুষ হিচাপে ভাৰতৰ জাতীয় আন্দোলনৰ নেতৃত্ব দিবলৈ গান্ধীজী আগবাঢ়ি অহাত ভাৰতৰ জন-মানসে তেওঁক সাদৰে গ্ৰহণ কৰিলে। গান্ধীজী আছিল সৰ্ব সাধাৰণক মুহিব পৰা এক বিশেষ গুণৰ-মায়া, ভাবোৱে যাক charisma বুলিছে তাৰ অধিকাৰী। তদুপৰি তেওঁৰ দিনতে ইংৰাজে কঢ়িয়াই অনা পুঁজিবাদেভাৰতীয় সামন্তবাদৰ ভেঁটি-টো লৰক-ফৰক কৰি পেলাইছিল যদিও, সৰ্বসাধাৰণ ভাৰতীয়ৰ মনত

সামন্তবাদৰ বেশ তেতিয়াও পুৰামাত্ৰাই আছিল ; আৰু গান্ধীজীৰ চিন্তা-চৰ্চা সেই যুগৰ সামন্তবাদী চিন্তা-চৰ্চাৰ ( যেনে—তীব্ৰ ধৰ্ম-প্ৰৱণতা, অন্ধবিশ্বাস, বিজ্ঞানৰ প্ৰতি এক বীতৰাগৰ মনোভাৱ ইত্যাদি ) লগত খাপ খোৱা আছিল ; ই তৎকালীন ভাৰতৰ অবি-সম্বাদী নেতা হোৱাত তেওঁক সহায় কৰিছিল। ইয়াৰ উপৰিও ১৮৫৭ চনৰ স্বাধীনতা ৰণ, ১৯০৪-৫ চনৰ পৰা তীব্ৰ হৈ উঠা সন্ত্ৰাস-বাদী স্বাধীনতা সংগ্ৰাম আদি সশস্ত্ৰ অভ্যুত্থানৰ বিপৰীতে বা সমান্ত-ৰালভাৱে গান্ধীজীৰ অহিংস আন্দোলনৰ ভাৱমূৰ্তি গঢ়াত ভাৰতৰ সামন্তবাদী-পুঁজিবাদী শক্তিসমূহে যথেষ্ট সহায় কৰিছিল আৰু চতুৰ ইংৰাজ শাসকেও নিজ স্বাৰ্থৰ খাতিৰত এনে আন্দোলনক এক নিৰ্দিষ্ট সীমালৈকে সহ্য কৰিছিল। আনহাতে তেওঁৰ সাজ-পোছাক আৰু দৈনন্দিন জীৱন-যাত্ৰাৰ প্ৰণালীয়েও দাৰিদ্ৰ্য-পীড়িত জন-সাধাৰণক মুগ্ধ কৰিব পাৰিছিল। হিন্দুধৰ্ম প্ৰধান, শোষিত মানৱ-মুক্তিৰ বাবে অৱতাৰবাদৰ প্ৰয়োজনীয়তাত বিশ্বাসী ভাৰতীয় জন-গণই তেওঁৰ মাজত সঁচাকৈয়ে অতি মানৱীয় গুণ বা মহামানৱত্ব থকা বুলি বিশ্বাস কৰিছিল আৰু তেওঁক 'মহাত্মা' নামেৰে অভিহিত কৰিছিল।

গান্ধীজী আছিল নিঃসন্দেহে এগৰাকী মহান অথচ শ্ৰেণী চেতনাশূণ্য ৰক্ষণশীল নেতা। প্ৰগতিবাদী নেতাতকৈ ৰক্ষণশীল নেতা হিচাপে জনপ্ৰিয়তা লাভ কৰা আপেক্ষিক সহজ, কাৰণ মানসিক জাড্যৰ বাবেই হওক বা ঐতিহ্যৰ প্ৰতি থকা এক ৰোমা-ন্টিক আকুলতাৰ বাবেই হওক, নিৰ্দিষ্ট ম্যাদ উকলি যোৱাৰ পিচতো মানুহে সমাজৰ গাঁঠনি সহজে ভাঙিব নোখোজে, আৰু ৰক্ষণশীল নেতাৰ বাবে সমাজৰ গাঁঠনি ভঙাৰ প্ৰয়োজন নহয়। এংগেল্‌চে এঠাইত লেখিছে,

"আমাৰ ভাৱাদৰ্শীয়ে যি ভাল পায়, তাকে কৰিব পাৰে ; কিন্তু ঐতিহাসিক বাস্তৱক তেওঁ ইখন দুৱাৰেদি দলিয়াই দিলে সি আকৌ সিখন খিৰিকীয়েদি আহি সোমায়হি ; যেতিয়া তেওঁ সৰ্বযুগৰ আৰু

সর্ববিশ্বৰ যাৰে নিয়ম আৰু সূত্ৰ ৰচনাত ধৰে, তেতিয়া তেওঁ দৰা-চলতে নিজ আভুৰুচিমতে তেওঁৰ সময়ৰহে ৰক্ষণশীল বা বৈপ্লবিক প্ৰবৃত্তিবোৰৰ ভাৱমূৰ্তি গঢ়ে।” (এণ্টি ডুৰিং) গান্ধীজী আছিল কুৰি শতিকাৰ আগছোৱাৰ পৰাধীন ভাৰতীয় সমাজৰ ৰক্ষণশীল ভাৱমূৰ্তিৰ প্ৰতিভূ।

পৃথিৱীৰ সকলো ধৰ্মগুৰুৰ দৰে গান্ধীজীও আছিল এজন অত্যন্ত সৎ লোক আৰু তেওঁৰ উদ্দেশ্যও আছিল সৎ ; কিন্তু যি পদ্ধতিৰে তেওঁ ভাৰতক শোষণমুক্ত কৰিব খুজিছিল, সি আছিল বহুলাংশে ভ্ৰান্তিপূৰ্ণ। তেওঁৰ কল্পনাৰ ‘ৰামৰাজ্য’ আছিল এটা অত্যন্ত খেলি-মেলি ধাৰণা। সমাজৰ নেতা হিচাপে ধৰ্মগুৰুসকলৰ যি দোষ, তাৰপৰা তেওঁ মুক্ত নাছিল ; বৰং ৰাজনীতিক ধৰ্মৰ লগত সাঙুৰিব খোজা দোষত তেওঁ অধিক দুষ্ট। বুদ্ধ, যীশু আদি ধৰ্মগুৰুসকল সক্ৰিয় ৰাজনীতিৰ পৰা আঁতৰি আছিল ; কিন্তু গান্ধীয়ে কৈছিল, ‘ধৰ্ম ব্যতিৰেকে ৰাজনীতি থাকিব নোৱাৰে ; ধৰ্মবিহীন ৰাজনীতি হ’ল মৃত্যুৰ ফান্দ, কাৰণ সি আত্মাক হত্যা কৰে !’ ধৰ্মৰ সহায়েৰে ৰাজনীতিৰ আত্মা সঞ্জীৱিত কৰিবলৈ যোৱাৰ যি বিষময় পৰিণাম হ’ল, তাক আলোচনা কৰিবলৈ এখন সুকীয়া ৰচনাৰ প্ৰয়োজন ; কিন্তু গান্ধীবাদী নৈতিকতাৰ এটা সমালোচনামূলক অধ্যয়নহে আমাৰ সাম্প্ৰতিক লক্ষ্য।

o o o

গান্ধীজীয়ে ভাৰতৰ ৰাজনৈতিক ইতিহাসৰ সুদীৰ্ঘ পৃষ্ঠা আগুৰি আছে যদিও, তেওঁ আছিল মূলতঃ এজন নৈতিক শিক্ষকহে। পৃথি-ৱীৰ সকলো ধৰ্মগুৰুৰ নিচিনাকৈ তেওঁ ভাবিছিল যে মানুহৰ জীৱন পৰিচালনা কৰে কেতবোৰ নৈতিক আদৰ্শই ; গতিকে কিছু-মান সৰু উপদেশৰ দ্বাৰা সমাজৰ প্ৰতিজন মানুহকে নৈতিক কৰি লব পাৰিলে ভাৰতবৰ্ষত ‘ৰামৰাজ্য’ প্ৰতিষ্ঠা কৰা খুব টান কাম নহব,—আৰু এই উদ্দেশ্যৰ বশৱৰ্তী হৈয়েই সমগ্ৰ জীৱন জুৰি তেওঁ

ভাৰতীয় লোকক 'এইটো কৰিবা' (thou shalt), 'এইটো নকৰিবা, (thou shalt not) আদি টেন কমাণ্ডমেণ্ট জাতীয় কেতবোৰ উপদেশ দি গৈছিল। নৈতিকতাৰ যে কোনো অতি-জাগতিক আপোন অস্তিত্ব নাই, মানৱ-সমাজত যে ইয়াক 'ওপৰৰ' পৰা জাপি দিব নোৱাৰি, গান্ধীজীয়ে এই কথা বুজা নাছিল।

নৈতিকতা অমৃত-বৃষ্টিৰ দৰে স্বৰ্গৰ পৰা মানৱসমাজত নপৰেহি; ই আমি বাস কৰা সমাজখনৰেই এটা সৃষ্টি। আমি বাস কৰা সমাজখনতে ইয়াৰ জন্ম হয় আৰু সামাজিক বাতাবৰণে ইয়াক পৰিচালনা কৰে। 'জীৱন চেতনাৰ দ্বাৰা নহয়, চেতনাহে জীৱনৰ দ্বাৰা নিৰ্ণীত হয়।' এই চেতনাও আকৌ জীৱন-বিচ্ছিন্ন নহয়; 'চেতনা হৈছে আমাৰ সচেতন অস্তিত্ব, আৰু সচেতন অস্তিত্ব হ'ল খোৱা, পিন্ধা, থকা, কৰা আদি দৈনন্দিন, বাস্তৱ জীৱন-ধাৰা' ( Conciousness can never be anything else than concious existence, and the existence of men is their actual life-process.'— মাৰ্ক্স, 'জাৰ্মান আইডিওলজি' )। জীৱনৰ ব্যৱহাৰিক পৰিস্থিতিবিলাকে মানুহৰ চেতনা আৰু চৰিত্ৰক গঢ় দিয়ে আৰু সিবিলাকৰ পৰিবৰ্তনৰ লগে লগে মানৱীয় প্ৰকৃতিৰো পৰিবৰ্ত্তন ঘটে। নৈতিক প্ৰমূল্য সমূহ ( সকলো নহলেও ইবোৰৰ অন্ততঃ সৰহ ভাগেই ) পদাৰ্থবিজ্ঞানৰ পৰম ধ্ৰুৱক নহয়; সমাজৰ ওপৰত ইবোৰ নিৰ্ভৰ কৰে, আৰু সমাজ সলনি কৰি মানুহে নিজৰ অজ্ঞাতে ইবোৰৰ পৰিবৰ্ত্তন ঘটায়।

ধৰ্ম, দৰ্শন আদিৰ নিচিনাকৈ নৈতিকতাও জীৱনৰ ব্যৱহাৰিক, বাস্তৱ পৰিস্থিতিৰ পৰা উদ্ভূত এটা ভাৱাদৰ্শ; গতিকে এই পৰিস্থিতি পৰিবৰ্তনৰ কোনো প্ৰয়াস নকৰাকৈ কেৱল উপদেশৰ দ্বাৰাই মানুহৰ হৃদয় পৰিবৰ্তন কৰিবলৈ যোৱাটো উপযুক্ত পথ্য নুখুওৱাকৈ কেৱল শুশ্ৰূষাৰ দ্বাৰাই এটা দুৰাৰোগ্য ব্যাধি ভাল কৰিব খোজাৰ দৰে কথা। হৃদয় পৰিবৰ্তনত উপদেশৰ প্ৰয়োজন নিঃসন্দেহে প্ৰচুৰ; কিন্তু নৈতিক উপদেশ গ্ৰহণ কৰাৰ পৰিস্থিতি ব্যক্তি-

থেকে কেৱল উপদেশৰ দ্বাৰাই মানুহক নৈতিক কৰা টান। উপযুক্ত পথ্য খুওৱাটোহে যিদৰে ৰোগ নিবাৰণৰ থাই উপায়, সেইদৰে মানুহক নৈতিক কৰাবো সৰ্বোত্তম পন্থা হৈছে সমাজত নৈতিক পৰিবেশৰ সৃষ্টি কৰা। দৃষ্টান্ত হিচাপে, চুৰবহুল সমাজত চুৰ নকৰিবলৈ মানুহক উপদেশ দি থাকিলেই সেই সমাজৰ পৰা চুৰি বিদ্যা আঁতৰি নাযায়; কাৰণ সাধাৰণ মানুহে 'চুৰ কৰা মহাপাপ', 'সত্যৰ সদায় জয়', 'অহিংসা পৰম ধৰ্ম' আদিৰ বৰ বৰ নৈতিক আদৰ্শবিলাকৰ কথা ভাবি মূৰ নঘমায়; পৰিবেশে তেওঁলোকক যি কৰিবলৈ বাধ্য কৰায়, তেওঁলোকে তাকে কৰে। কিতাপেই জীৱন বুলি ভবা কিছুমান দাৰ্শনিকৰ বাহিৰে পৃথিৱীৰ আন কোনো মানুহকেই চেতনাই পৰিচালনা নকৰে, আৰু পৃথিৱীত, দুখৰ বিষয়, তেনে দাৰ্শনিকৰ সংখ্যা নগণ্য। গতিকে সমাজৰ পৰা চোৰ নাইকিয়া কৰাৰ বিজ্ঞান সন্মত উপায় হ'ল, চুৰিবিদ্যাৰ বিৰুদ্ধে কিছুমান নৈতিক কৰ্মসূচি মাৰি পঠিওৱাতে ক্ষান্ত নাথাকি সমাজত এনে এক পৰিবেশৰ সৃষ্টি কৰা য'ত কোনো মানুহ অভাৱগ্ৰস্ত হৈ নাথাকে। অভাৱহীন সমাজত চুৰবিদ্যাৰ অপনোদন এটা স্বয়ং ক্ৰিয় প্ৰক্ৰিয়া, তাৰ বাবে নৈতিক উপদেশ নিষ্প্ৰয়োজন। তাৰ পিচতো যদি কাৰোবাৰ চুৰি কৰা অভ্যাস থাকি যায়, তেন্তে সি হব 'ক্লেপ্টমেনিয়া' নামৰ এটা মানসিক ব্যাধি, আৰু তেনে লোকৰ বাবে এজন পাকৈত চিকিৎসকৰ প্ৰয়োজন, এজন নৈতিক শিক্ষকৰ নহয়। নৈতিকতাৰ বিষয়ে দিয়া সাৰগৰ্ভ বক্তৃতাই মানুহক উদ্দীপ্ত কৰে সঁচা, কিন্তু ক্ষন্তেকলৈহে; দৈনন্দিন জীৱনৰ বাস্তৱতাৰ মাজত তেওঁলোকে অতি সোনকালেই সেই বক্তৃতা পাহৰি পেলায়।

০ ০ ০

নৈতিকতাৰ জন্মস্থান হৈছে সামাজিক প্ৰয়োজনীয়তাৰ ভিত্তিত অৰ্জা অভিজ্ঞতা, আৰু এই অভিজ্ঞতাই ইয়াক পৰিচালনাও কৰে। কিন্তু অভিজ্ঞতাবিলাক নিশ্চল নহয়, সেয়ে নৈতিকতাৰো কোনো

স্থিৰ-নিশ্চল নিৰিখ নাই। মানৱীয় ইতিহাসৰ বাহিৰলৈ ওলাই গৈ কোনেও ইয়াৰ নিৰ্দিষ্ট নিৰিখ বাঢ়ি দিব নোৱাৰে; ই বহু পৰিমাণে স্থান আৰু কালৰ দ্বাৰা নিয়ন্ত্ৰিত। আদিম যুগৰ কৃষি-প্ৰধান সমাজত খেতিৰ পূৰ্বে আনুষ্ঠানিকভাৱে নৰহত্যা কৰাটো পাপ কাম নাছিল, সেই যুগত 'মলকৰ ধৰ্ম' আছিল এটা নৈতিক ধৰ্ম। সেইদৰে প্ৰাথমিক সমাজত ককাই-ভনীৰ মাজত বিয়া হৈছিল, আৰু সেইযুগত সেইটোৱেই আছিল নৈতিক। গতিকে এটা যুগৰ নৈতিক প্ৰমূল্য আন সকলো যুগতে সমানে প্ৰযোজ্য নহয়। কালি যিটো কাম এখন সমাজৰ বাবে নৈতিক আছিল, আজি সি অ-নৈতিক বুলি পৰিগণিত হব পাৰে; সেইদৰে আজিৰ নৈতিক কামটোও আকৌ কাইলৈ ঘোৰ পাপ কাম বুলি পৰিগণিত হোৱা অসম্ভৱ নহয়। অৱশ্যে নৈতিক প্ৰমূল্যসমূহ কেৱল কাল-নিৰ্ভৰেই নহয়, ইহঁত স্থান-নিৰ্ভৰো। একেটা যুগতে গো-ভক্ষণ হিন্দুৰ বাবে অ-নৈতিক, আনহাতে মুছলমান বা খৃষ্টানৰ বাবে ই নৈতিক, অন্ততঃ নীতিসম্মত কাম। আচলতে সকলো নৈতিকতাই আপেক্ষিক; সোতৰ শতিকাতে স্পিন'জাই এই কথা কৈ গৈছে। সমাজভেদে আৰু সামাজিক পৰিস্থিতিভেদে নৈতিকতাৰ মানদণ্ডৰো সলনি হয়। শোষণ-ব্যৱস্থা থকা সমাজত ইয়াৰ ভেঁটি শ্ৰেণী-স্বাৰ্থ। ইয়াত শোষক শ্ৰেণীটোৰ স্বাৰ্থমতে যেনেকৈ নৈতিকতাৰ মানদণ্ড নিৰূপিত হয়, সেইদৰে শোষিত সকলৰ শোষণবিৰোধী ভাবাদৰ্শ অনুযায়ী তেওঁলোকৰ নৈতিকতাৰ মানো নিৰূপিত হয়। সেয়ে টেন কমাণ্ডমেণ্ট জাতীয় উপদেশ সকলো যুগতে সকলো সমাজতে সমানে নাখাটে।

নৈতিক প্ৰমূল্যসমূহৰ ঐতিহাসিকতা গান্ধীজীয়ে বুজা নাছিল। তেওঁৰ এনে এটা ধাৰণা আছিল, যেন নৈতিকতাৰ এটা অতি জাগতিক স্বৰ্গীয় নিৰিখ আছে, আৰু সকলো যুগতে সকলো সকলো পৰিস্থিতিতে আমি সেই সেই নিৰিখত জোখা নৈতিক বিধানবিলাক অন্ধভাৱে পালন কৰি যোৱা উচিত! সমস্ত নৈতিক

বিধানৰ সৃষ্টি হয় সচাঁ মানুহৰ সমাজত, বজাৰৰ মাজত, হাটত; কিন্তু গান্ধীবদৰে ভাৱাদৰ্শীসকলে ইবিলাকক এটা স্বৰ্গীয় পোচাক পিন্ধায়; তেওঁলোকে ইবিলাক ভাৱৰৰ মাজৰ পৰা, স্বৰ্গত বহি থকা ঈশ্বৰৰ মুখৰ পৰা আহে বুলি ভাবে আৰু সকলো পৰিস্থিতিতে সিইঁতক যন্ত্ৰবৎ খটুৱাব খোজে। নৈতিক বিধানবিলাক যে শাশ্বত আৰু পৰম, এই কথা দেখুৱাবলৈ তেওঁলোকে ঈশ্বৰৰ লগত নৈতিকতাৰ এটা সমীকৰণ কৰে ('মোৰ বাবে ভগৱান হ'ল সত্য আৰু প্ৰেম' 'ভগবান হ'ল নীতিশাস্ত্ৰ আৰু নৈতিকতা' ইত্যাদি)। পৃথিৱীৰ মাটিৰ চেকা থকা ধাৰণাবিলাকত স্বৰ্গৰ পোছাক পিন্ধোৱা এই স্বভাৱ গান্ধীজী প্ৰমুখ্যে ভাৱদৰ্শী সকলৰ এটা ডাঙৰ ত্ৰুটি। দূৰবীক্ষণ যন্ত্ৰৰ ( astronomicel telescope ) মাজেৰে চোৱাৰ দৰে জীৱনটো তেওঁলোকে ওভোটাকৈ চায়; প্ৰকৃত বস্তুটোক তেওঁলোকে প্ৰতিবিম্ব বুলি আৰু প্ৰতিবিম্বটোক প্ৰকৃত বস্তু বুলি ভাবে।

গান্ধীজীয়ে সমাজত বিভিন্ন শ্ৰেণীৰ অস্তিত্ব মানি লৈছিল, কিন্তু শ্ৰেণী-সংঘৰ্ষৰ তেওঁৰ বিৰোধী আছিল। তেওঁৰ মতে সামাজিক নিষ্পেষণৰ ভেঁটি হৈছে ধনী আৰু দুখীয়াৰ (শোষক আৰু শোষিতৰ ?) মাজত থকা পাৰস্পৰিক সহযোগিতা! ('All exploitation is based on cooperation, willing or forced'—অমৃত-বাজাৰ পত্ৰিকা, ২ আগষ্ট, ১৯৩৪ ; 'The rich cannot accumulate wealth without the cooperation of the poor in society'—হৰিজন, ১৫ আগষ্ট, ১৯৫০ ) গতিকে দুয়ো পক্ষই ইচ্ছা কৰিলে পুনৰ পাৰস্পৰিক সহযোগিতাৰ দ্বাৰাই সমাজৰ পৰা নিষ্পেষণ সহজে আঁতৰাব পাৰে!! সামাজিক শ্ৰেণীসমূহৰ উৎপত্তি আৰু শ্ৰেণী সংঘৰ্ষৰ কাৰণবোৰ বাস্তৱ ভিত্তিত বিচাৰ কৰাত গান্ধীজী আছিল দুখ লগাকৈ ব্যৰ্থ। সমাজবৈজ্ঞানিক সমস্যা-বিলাকৰ জটিলতা তেওঁ একেবাৰে বুজা নাছিল। নিঃসন্দেহে, ভাৰতীয় জনগণৰ প্ৰতি তেওঁৰ চেনেহ আছিল নিভাঁজ; কিন্তু

সমাজনীতি, ৰাজনীতি বা অৰ্থনীতিৰ অধ্যয়নতকৈ ধৰ্মশাস্ত্ৰ পঢ়াৰ অধিক আগ্ৰহে এজন সঁচা সমাজবিজ্ঞানী হোৱাত তেওঁক বাধা দিছিল। গতিকে সমাজৰ তলৰ চামটোৰ প্ৰতি নিভাঁজ প্ৰেম থকা সত্বেও ধৰ্মগুৰুসকলৰ অনুকৰণত অহিংসা, প্ৰেম, সততা আদি নৈতিক বচনবিলাক আওৰাই থাকি তেওঁ এনে এক সমাজ-ব্যৱস্থা সমৰ্থন কৰিছিল য'ত অহিংসা, প্ৰেম আৰু সততা থাকিব নোৱাৰে। সমাজত এক প্ৰেমময় পৰিস্থিতিৰ সৃষ্টি নকৰাকৈ কেৱল প্ৰেমৰ বাণী আওৰালেই সমাজত প্ৰেমৰ মন্দাকিনী নবয়; কিন্তু গান্ধীজীয়ে এই কথা বুজিব পৰা নাছিল। *

গান্ধীয়ে সমাজত শ্ৰেণীৰ অস্তিত্ব বিশ্বাস কৰিছিল, আনকি জাতিভেদৰ ৰূপত তেওঁ ইয়াক কেতিয়াবা সমৰ্থনো কৰিছিল; কিন্তু শ্ৰেণী-বিভক্ত সমাজৰ নৈতিকতাও যে শ্ৰেণী নৈতিকতা (class morality), এই কথা তেওঁ জনা নাছিল। সমাজৰ নৈতিক ধাৰাবিলাক উদ্ভূত হয় জীৱনৰ ব্যৱহাৰিক পৰিস্থিতিৰ পৰা, গতিকে শ্ৰেণী-বিভক্ত সমাজৰ নৈতিকতাও শ্ৰেণী-নৈতিকতা হবলৈ বাধ্য; তদুপৰি শাসক শ্ৰেণীৰ ধাৰণাবিলাকেই যিহেতু সমাজৰ ধাৰণাবিলাকো শাসন কৰে, গতিকে শ্ৰেণী-বিভক্ত সমাজত শাসক শ্ৰেণীৰ নৈতিক বিধানবিলাকেই সমাজৰ একমাত্ৰ বিধান বুলি স্বীকৃত হয়। দৃষ্টান্ত স্বৰূপে, 'দুখীয়াক দান দিবা', বা 'কাকো

---

* আন নালাগে, তেওঁৰ প্ৰিয় শিষ্য জৱাহৰলাল নেহৰুৱে তেওঁৰ আত্মজীৱনীখনত অহিংসা আৰু প্ৰেমৰ সমৰ্থক গান্ধীজীয়ে হিংসা আৰু বিদ্বেষৰ ওপৰত প্ৰতিষ্ঠিত এটা সমাজ ব্যৱস্থা সমৰ্থন কৰা দেখি বিস্ময় প্ৰকাশ কৰিছে। ('Foor years I have been puzzled over the problem: why with all his love and solicitude for the underdog, he yet supports a system which inevitably produces it and crushes it; why with his passion for non-violence—he is in favour of a political and social structure which is wholly based on violence and coersion')

নিৰ্যাতন নকৰিবা'—দেখাত এইবিলাক সাৰ্বজনীন নৈতিক বিধান যেন লাগিব পাৰে ; কিন্তু আচলতে ইহঁত শাসক সমাজৰহে নৈতিকতা, কাৰণ এই নীতি-বচন দুটাত দুখীয়াসকলক আৰু নিৰ্যাতিত-সকলক সামাজিক গোটৰ অন্তৰ্ভুক্ত কৰি লোৱা হোৱা নাই । যি নিজেই ভিক্ষাৰী, সি আকৌ কাক ভিক্ষা দিব ? যি নিজেই নিৰ্যাতনৰ বলি, তেওঁ আকৌ কাক নিৰ্যাতন কৰিবগৈ ? সেইদৰে সমাজৰ নিম্নতম স্তৰটোৰ বাবে 'চুৰ নকৰিবা', 'সঁচা কথা কবা', আদি নৈতিক বাণীবিলাকো প্ৰায় অৰ্থহীন, কাৰণ ভোকাতুৰ মানুহে ভোকৰ তাড়নাত চুৰ কৰিবই আৰু এই অপৰাধৰপৰা হাত সাৰিবৰ বাবে তেওঁ মিছা কথা কবলৈও বাধ্য হ'ব ।

শ্ৰেণী বিভক্ত সমাজৰ সমস্ত নৈতিকতাই শ্ৰেণী-নৈতিকতা ; কিন্তু গান্ধীজীৰ মনত এই কথা খেলোৱা নাছিল, নৈতিক বচনবিলাক তেওঁ সাৰ্বজনীন বুলি ভাবিছিল । গান্ধীজী এজন নিভাঁজ মানৱ প্ৰেমী আছিল সঁচা, কিন্তু মানৱ-কল্যাণৰ পদ্ধতি সম্পৰ্কে তেওঁৰ কোনো স্পষ্ট ধাৰণা নাছিল । মাৰ্ক্স-এংগেল্‌চে তেওঁলোকৰ 'জাৰ্মান ভাৱাদৰ্শ' গ্ৰন্থৰ পাতনিত এটা সাধু কৈছে, "এসময়ত এজন সাহসী মানুহ আছিল । তেওঁ ভাবিছিল যে মানুহ পানীত ডুবে, কাৰণ মহাকৰ্ষণৰ ধাৰাটো মানুহৰ মগজুত নিবদ্ধ : গতিকে এটা কু-সংস্কাৰ বা ধৰ্মীয় চিন্তা বুলি মানুহৰ মগজুৰপৰা এই ধাৰণাটো যদি কিবা প্ৰকাৰে উলিয়াই দিব পৰা যায়, তেতিয়া মানুহৰ পানীৰপৰা আৰু ভয় নাথাকিব । সেয়ে মহাকৰ্ষণৰ কুফল সম্পৰ্কে নানান তথ্য-পাতি উলিয়াই তেওঁ ওৰে জীৱন ইয়াৰ বিৰুদ্ধে যুঁজ কৰি গৈছিল । বৰ্তমান জাৰ্মানীৰ তথাকথিত বৈপ্লৱিক দাৰ্শনিকসকলো হ'ল এনেজাতীয় বীৰ।

গান্ধীজীৰ বিষয়েও ঠিক একে কথাই কব পাৰি । য'ৰ পৰা অনৈতিকতাৰ উৎপত্তি হৈছে, সেই শিপাডাল কাটি নেপেলাই তেওঁ শূন্যত তৰোৱাল ঘূৰাই আছিল ।

০ ০ ০

পৃথিৱীৰ কোনো নৈতিক বিধানেই অলৰ-অচৰ নহয়। 'সঁচা কৰা,' 'হিংসা নকৰিবা' আদি বাণীবিলাক যে অতি মূল্যবান আৰু সামাজিক শান্তি প্ৰতিষ্ঠাত যে সিবিলাকৰ এক গুৰুত্বপূৰ্ণ ভূমিকা আছে, ই এক নিৰ্ঘাত সত্য। কিন্তু ইবিলাক জীৱনৰ ব্যৱহাৰিক পৰিস্থিতিসমূহৰ উৰ্ধ্বত নহয়, ইবিলাক প্ৰযোজ্য জীৱনৰ স্বাভাৱিক পৰিস্থিতিতহে, সকলো পৰিস্থিতিতে নহয়। বায়ু এবিধ গেছ বা লোহা এবিধ গোটা পদাৰ্থ বুলি ঘপৰাই কোৱা যিদৰে ভুল (কাৰণ বায়ু এবিধ গেছ বা লোহা এবিধ গোটা পদাৰ্থ স্বাভাৱিক উষ্ণতা আৰু চাপতহে, উষ্ণতা আৰু চাপ সলনি কৰি বায়ুকো জুলীয়া আৰু লোহাকো গেছ কৰিব পাৰি), সেইদৰে নৈতিক বিধানবিলাকো সত্য স্বাভাৱিক পৰিস্থিতিতহে, সকলো পৰিস্থিতিতে নহয়। সঁচা কোৱা ভাল, কিন্তু এটা ডকাইতে এজন নিৰীহ লোকক হত্যা কৰিব খুজি মানুহজন ক'ত আছে বুলি সুধিলে ডকাইতটোক কিজানি মিছা কোৱাহে ভাল! সাধাৰণ অৱস্থাত মানুহক আঘাত কৰা অনুচিত; কিন্তু ৰোগ ভাল কৰিবৰ বাবে এজন ৰোগীক বেজী দিয়াটো আকৌ নৈতিক কাম। সেইদৰে প্ৰেম, অহিংসা আদি গুণবিলাকৰো এটা বাস্তৱ ভিত্তি থাকে, সেই ভিত্তিৰ অবিহনে মানুহক প্ৰেমিক বা অহিংস কৰি ৰখা টান হৈ পৰে।

সৰহভাগ (স্মৰণীয়, সৰহভাগ—সমস্ত নহয়) নৈতিক বিধানেই সৰ্বকাল অযোগ্য। ইহঁতৰ পাৰ্থিৱ উৎস আছে আৰু সেয়ে ইহঁত পৰিৱৰ্তনশীল। গতিকে ফলাফলৰ কথা অকণো চিন্তা নকৰাকৈ, তাৰ ঔচিত্য-অনৌচিত্য বিচাৰ নকৰাকৈ সকলো পৰিস্থিতিতে চিৰন্তন বুলি ভৰা কেতবোৰ নৈতিক বিধান যিজনে বিনা বিচাৰে যান্ত্ৰিকভাৱে পালন কৰি যায়, তেওঁ এজন নৈতিক পুৰুষ নহয়, বৰং নৈতিক দায়িত্ব বুজি নোপোৱা তেওঁ এজন মূৰ্খহে। জন লুইছে এঠাইত এই কথা সুন্দৰকৈ কৈছে,

"নৈতিক হোৱাৰ অৰ্থ বহিঃকৰ্তৃত্বৰ আদেশ পালন নহয়, তাৰ অৰ্থ তেনে আদেশক নৈতিকভাৱে বিচাৰ কৰাটোহে। এয়াই হৈছে নৈতিক স্বাধীনতা, আৰু কাণেট কোৱাৰ দৰে, য'ত মুক্ত বিচাৰ (autonomous judgement) নাই, সি কেতিয়াও নৈতিক সিদ্ধান্ত হ'ব নোৱাৰে।" ('মাৰ্ক্সিজিম এণ্ড দি অপেন মাইণ্ড')।

নৈতিকতাৰ কোনো স্থিৰ-নিশ্চল নিৰিখ নাই; সেয়ে নৈতিক সমস্যা সমাধানৰ বাবে নীতি-শাস্ত্ৰৰ কোনো প্ৰশ্নোত্তৰজাতীয় কিতাপ থাকিব নোৱাৰে। নীতি-শাস্ত্ৰ এনে এখন গ্ৰন্থ হ'ব নোৱাৰে য'ত স্কুলীয়া পাটিগণিতৰ দৰে জীৱনৰ সমস্ত নৈতিক সমস্যাৰ সমাধান কিতাপখনৰ পিছফালে স্পষ্টকৈ দিয়া থাকে। জীৱনৰ বিভিন্ন পৰিস্থিতিত উদ্ভৱ হোৱা নৈতিক সমস্যাবিলাকৰ সমাধান প্ৰতিজন মানুহে নিজেই কৰিব লাগিব। এই অৰ্থত প্ৰতিজন ব্যক্তিৰে এটা গধুৰ নৈতিক দায়িত্ব থাকে।

উপায় আৰু উপেয়ৰ (means and ends) সনাতন প্ৰশ্নও এইখিনিতে আহি পৰে। গান্ধীবাদত কোনো এটা কাৰ্যৰ পৰিণামতকৈও কাৰ্যসিদ্ধিৰ উপায়টোৰ ওপৰতহে অধিক জোৰ দিয়া হয়। কোৱা হয়, এটা কাম কৰাৰ ভাল উপায়ে কামটোৰ পৰিণামৰ ওপৰত এনে এক আলোকসম্পাত কৰে যে তাৰ ফলত পৰিণাম ভাল নহৈ নোৱাৰে। চমুকৈ, গান্ধীবাদত উপায়ে উপেয়ক নাৰ্য্যতা দিয়ে (means justifies the end)।

নৈতিক বিধানসমূহৰ উৎস যিহেতু পাৰ্থিৱ, সেয়ে উপায় ভাল হলেই পৰিনামো ভাল হব বুলি যিকোনো বিধানকে সকলো সময়তে অন্ধভাৱে মানি যোৱা টান। এজন ৰোগীক সযতনে প্ৰতিপাল কৰিলেই তেওঁৰ বেমাৰ ভাল হৈ নাযায়; তিতা হ'লেও আমি তেওঁক ঔষধ খুৱাব লাগিব, দুখ পালেও তেওঁক বেজী দিয়াব লাগিব আৰু দৰকাৰ হ'লে তেওঁৰ অস্ত্ৰোপচাৰো কৰাব

লাগিব। এতেকে, উপায় ভাল হ'লেই পৰিণামো ভাল হ'ব বুলি আঁকোৰ গোঁজালি মাৰি আমি ধৰি ল'ব নোৱাৰোঁ; কোনো বিশেষ পৰিস্থিতিত হয়তো এই কথা সঁচা হ'ব পাৰে, কিন্তু সেই-বুলিয়েই এই 'বিশেষ' বিলাকক সাধাৰণীকৃত কৰি ইয়াক এটা শাশ্বত সত্যত পৰিণত কৰি তোলা ভুল। অনেক সময়ত তথাকথিত 'বেয়া' উপায়েৰেও ভাল ফল লাভ কৰা সম্ভৱ, আৰু ভাল ফল লাভ কৰাটোৱেই যদি আমাৰ শেষ লক্ষ্য হয়, তেন্তে বেয়া উপায় বাক্যাংশৰ, কবলৈ গ'লে, কোনো অৰ্থই নাই: কাৰণ যি উপায়ৰ পৰিনাম ভাল, সি কেতিয়াও বেয়া উপায় হ'ব নোৱাৰে।

পক্ষান্তৰত, উপায় আৰু উপেয়ৰ সম্পৰ্ক যিহেতু দ্বান্দ্বিক, সেয়ে উপায়ে পৰিনামৰ ওপৰত তাৰ প্ৰতিক্ৰিয়া নেপেলোৱাকৈও নাথাকে, গতিকে ভাল ফল লাভ কৰিবলৈ যাওঁতে উপায়ৰ প্ৰতিও আমি অহৰ্নিশ চকু ৰাখিব লাগিব। এটা বেয়া কাম ভাল হয় কিছুমান অসাধাৰণ পৰিস্থিতিতহে, যিকোনো পৰিস্থিতিতে নহয়, গতিকে যিকোনো উপায়ৰ দ্বাৰা ভাল ফল পালেই সেই উপায় সৰ্বকালৰ বাবে ভাল হৈ নাযায়। এনে উক্তি সুবিধাবাদীৰ উক্তি। তদুপৰি যিকোনো উপায়েৰে ভাল ফল লাভ কৰিবলৈ যোৱা পথ অতিশয় পিচল। উদাহৰণ, ভাল পৰিণামৰ কথা ভাবি মিছা কোৱা। সৎ উদ্দেশ্যেৰে হলেও এবাৰ মিছা কোৱা আৰম্ভ কৰিলে সি অভ্যাসত পৰিণত হোৱাৰ পদে পদে সম্ভাৱনা থাকে। সেইদৰে হিংস্ৰতাক উপায় হিচাপে লোৱা অভ্যাস কৰিলে অৱশেষত হিংস্ৰতাই উপেয় হৈ পৰিবগৈ পাৰে।

গতিকে উপায়ৰ কথা সম্পূৰ্ণ পাহৰি গৈ কেৱল ভাল ফল লাভ কৰাটোৱেই আমাৰ শেষ লক্ষ্য হ'ব নোৱাৰে। ভাল ফল লাভ কৰিবলৈ যাওঁতে উপায়ৰ প্ৰতিও আমি সৰ্বদা সজাগ হৈ থাকিব লাগিব। পৰিণাম ভাল হ'লে যিকোনো উপায়েই ভাল বুলি ঘপৰাই কৈ পেলোৱাটো এটা নৈতিক দায়িত্ব এৰাই যোৱা

কথা। নৈতিকতা সম্পৰ্কে গান্ধীবাদে আমাক দিয়া ই এটা ডাঙৰ শিক্ষা।

০ ০ ০

কোৱা বাহুল্য, গান্ধীজী আছিল এগৰাকী স্বপ্নবিলাসী সমাজ-বাদী ( Utopian socialist ); সমাজ পৰিবৰ্তনৰ ধাৰা সম্পৰ্কে তেওঁৰ কোনো স্পষ্ট ধাৰণা নাছিল। সমাজৰ হিতৈষণাই সামাজিক হিতৰ কাৰক বুলি অতি সৰলভাৱে তেওঁ বুজিছিল। নৈতিক প্ৰমূল্যসমূহ তেওঁৰ মানত আছিল স্বাশ্ৰয়ী; বাস্তৱতাৰ ওপৰত ইহঁতৰ নিৰ্ভৰতাৰ কথা তেওঁ একেবাৰেই জনা নাছিল। সমাজ-কল্যাণৰ পদ্ধতি হিচাপে গান্ধীবাদ গোটে-পাতে গ্ৰহণ-যোগ্য নিশ্চয় নহয়; কিন্তু লোভ আৰু হিংসাৰে পৰিপূৰ্ণ মানৱ-সমাজক ত্যাগ আৰু অহিংসাৰ, চাৰিত্ৰিক শক্তিৰ প্ৰচুৰ সম্ভাৱনা ন-কৈ উন্মুক্ত কৰি দেখুওৱা ব্যক্তি হিচাপে গান্ধীজী মানৱ জাতিৰ চিৰ-নমস্য হৈ থাকিব।

( ১৯৭২ )

—x—

# মাৰ্ক্স আৰু নীতিবোধ

মাৰ্ক্সৰ লেখনি নীতিবোধ উদাসীন, বস্তুত : ই নৈতিকতাৰ পৰিপন্থী- এনে অভিযোগ সততে শুনা যায়। কিন্তু মাৰ্ক্সৰ লেখনি নৈতিক চেতনাৰ দ্বাৰা সঁচাকৈয়ে উদ্বুদ্ধ নহয়নে? এটা কথা অৱশ্যে সঁচা,— মাৰ্ক্স তথাকথিত নীতিবাগীশ নাছিল; বৰং নিজে ঘিঁউ ভাত খাই আনক কৰ্কৰা খাবলৈ উপদেশ দিয়া, বাওঁহাতখন ক'লাবজাৰীৰ কান্ধত ৰাখি সোঁহাতেৰে দুৰ্নীতিৰ বিৰুদ্ধে আঙুলি জোকৰা নীতিবীৰসকলক তেওঁ ভীষণ সন্দেহৰ চকুৰে চাইছিল। শঠতাৰে পূৰ্ণ সমাজত সততাৰ বক্তৃতা দিলেই যে মানুহ সৎ হৈ নপৰে, এই কথা তেওঁ হাড়ে হিমজুৰে বুজিব পাৰিছিল। তেওঁ জানিছিল যে দুৰ্নীতিপৰায়ণ সমাজত নীতিৰ উপদেশ কিতাপৰ পাতৰ বস্তুহে; সেয়ে মুখেৰে কেৱল নৈতিকতাৰ ফুলজাৰি মৰাতকৈ হাতে-কামে সমাজত নৈতিক পৰিস্থিতিৰ সৃষ্টি কৰাতহে তেওঁ বেছি জোৰ দিছিল। মাৰ্ক্স নীতিবাগীশ নাছিল ঠিকেই, কিন্তু তেওঁৰ পৰম শত্ৰুৱেও স্বীকাৰ কৰিব যে তেওঁৰ নৈতিক-চেতনা আছিল অতিশয় তীব্ৰ। আনহাতে নৈতিক বিধান-সমূহ প্ৰয়োগ কৰাৰ পৰিস্থিতি সমাজত নাথাকিলে কেৱল নৈতি-কতাৰ বক্তৃতাই মানুহক নৈতিক নকৰে বুলি তেওঁৰ গভীৰ বিশ্বাস আছিল। ব্যক্তিগতভাৱে প্ৰতিজন নাগৰিকৰ 'আত্মা'ৰ সংস্কাৰৰ দ্বাৰা সমাজ-সংস্কাৰ কৰিব খোজা নীতিবাগীশসকলৰ যি প্ৰচেষ্টা, সি সৎ হলেও নিষ্ফল বুলি তেওঁ বুজিব পাৰিছিল। পৰিস্থিতিয়ে যিহেতু মানুহ গঢ়ি তোলে, গতিকে পৰিস্থিতিক প্ৰথমে মানৱীয় কৰি গঢ়িব লাগিব— তেওঁ কৈছিল।

মাৰ্ক্স কোনো বিশদ নৈতিক তত্ত্বৰ উদ্ভাৱক হয়তো নহয়, কিন্তু তেওঁৰ প্ৰতিটো লেখনিতে নীতিবোধ প্ৰচ্ছন্ন। তেওঁ

ভাবিছিল যে মানুহৰ নৈতিক গুণবোৰনো কি, সহজাত প্ৰবৃত্তিৰেই তাক বুজিব পাৰি ; তাৰ বাবে গুৰু-গম্ভীৰ নৈতিক তত্ত্বৰ সৃষ্টি নিষ্প্ৰয়োজন। সৎ জীৱন যাপন, নিষ্পেষিত মানৱৰ প্ৰতি প্ৰেম, নিৰ্যাতিতসকলৰ উদ্ধাৰৰ চেষ্টা— মাৰ্ক্সৰমতে এইবিলাক হ'ল সাধাৰণ নৈতিক কাম ; ইহঁতক নৈতিক বুলি যুক্তিৰে প্ৰমাণ কৰাৰ প্ৰয়োজন তেওঁ অনুভৱ কৰা নাছিল। তেওঁ নিজেও এক আদৰ্শ নৈতিক জীৱন যাপন কৰিছিল। 'পাৰ্থিৱ বস্তুৰ বাবে কৰা হীন প্ৰয়াসে জ্ঞান-সাধনা বিফল কৰে'— জ্ঞানৰ বিনিময়ত দৰিদ্ৰতাক সাৱটি লোৱাৰ এই যি ইংগিত স্কুলীয়া কালৰ ৰচনা এখনতে তেওঁ দিছিল, পৰৱৰ্তী জীৱনতো এই আদৰ্শৰ পৰা তেওঁ কণমানো চ্যুত হোৱা নাছিল। ( মাৰ্ক্সৰ জীৱনৰ এই দিশটোৰ কথা বাণীকান্ত কাকতিয়ে তেওঁৰ 'নীৰৱ-সাধনা' নামৰ ৰচনা খনত উল্লেখ কৰিছে।) একেখন ৰচনাতে তেওঁ লেখিছিল, "মানৱ জাতিৰ সৰ্বাত্মক মঙ্গলৰ পথকে যদি আমি জীৱনৰ উদ্দেশ্য হিচাপে বাছি লওঁ, তেন্তে আত্মাকেন্দ্ৰিক বিনোদন আৰু আমাৰ উপভোগ্য হৈ নাথাকে, কাৰণ আমাৰ সুখ-আনন্দ, সকলো তেতিয়া বিলীন হয় কোভাৰজনৰ মাজত, মানুহৰ চিৰ উপকাৰী হৈ আমাৰ কাৰ্যাৱলী তেতিয়া বৈ যায়, আৰু আমাৰ কাৰ্য সিক্ত হয় মহৎ ব্যক্তিৰ তপ্ত অশ্ৰুৰে।"

মানৱ-প্ৰেমৰ এনে উচ্ছ্বাসপূৰ্ণ ৰচনা অৱশ্যে মাৰ্ক্সৰ পৰৱৰ্তী লেখনিত নাই, কাৰণ তেওঁৰ মানৱ-প্ৰেম অনুকম্পাৰ নামান্তৰ নাছিল। দুখীয়াৰ দুখ আঁতৰোৱাৰ ব্যৱহাৰিক প্ৰয়াস নকৰি তেওঁলোকৰ দুখত মাথোন কাউচি জোৰা উদাৰ নৈতিক নীতিবাগীশসকলক তেওঁ ভণ্ড বুলি গণ্য কৰিছিল। ('দৰ্শনৰ দাৰিদ্ৰ্য' নামৰ গ্ৰন্থখনৰ এঠাইত এইজাতীয় নীতিবাগীশসকলক কঠোৰ ভাষাৰে তেওঁ সমালোচনাও কৰিছে।) তেওঁৰ মতে বুৰ্জোৱাৰ প্ৰতি বুৰ্জোৱাৰ প্ৰেম বা সৰ্বহাৰাৰ প্ৰতি বুৰ্জোৱাৰ

অনুকম্পা মানৱতাবাদ নহয়; সৰ্বহাৰাৰ সঁতে এক গভীৰ একাত্ম-বোধ ব্যতিৰেকে কোনেও নিজকে প্ৰকৃত মানৱতাবাদী বুলি পৰিচয় দিব নোৱাৰে।

করুণাৰ ভাষাৰে মানৱ-মুক্তিৰ বাণী প্ৰচাৰ নকৰা বাবে মাৰ্ক্স এজন কঠোৰ চিত্তৰ লোক আছিল বুলি বহুতৰে ধাৰণা। ধাৰণাটো আপাতত সত্যহে। সৰ্বহাৰাৰ উদ্ধাৰৰ প্ৰতি, সমাজবাদ স্থাপনৰ প্ৰতি এক প্ৰচণ্ড আবেগেৰে উদ্বুদ্ধ হৈ থকা সত্বেও উদাৰনৈতিক মানৱতাবাদীসকলৰ নিচিনাকৈ মাৰ্ক্সে দুখীয়াৰ দুখৰ কথাকে হয়তো ফেনেকি থকা নাছিল। কিন্তু নিৰ্যাতিত জনগণৰ প্ৰতি যিসকলৰ হৃদয় গভীৰ অনুভূতিৰে সিক্ত, অনুভূতিৰ তৰল প্ৰকাশৰপৰা নিজকে আঁতৰাই ৰাখিব জানে কেৱল সেইসকল লোকেহে। ব্যক্তিগতভাৱে মাৰ্ক্স আছিলএজন নৈষ্ঠিক চিত্তৰ মানৱ-দৰদী। "অপৰাধৰ বাবে মানুহক শাস্তি দিয়াৰ পৰিৱৰ্তে যি সামাজিক পৰিস্থিতিয়ে অপৰাধৰ জন্ম দিছে, সেই পৰিস্থিতিক নিৰ্মূল কৰা দৰকাৰ"— তেওঁ কৈছিল। অপৰাধীক মৃত্যুদণ্ড দিয়া অনুচিত বুলিও তেওঁ এখন ৰচনাত লেখি থৈ গৈছে। "ঘাতকক– যাৰ কাৰ্যই ন ন অপৰাধীৰ যোগানৰ পথ সুচল কৰে,— তেওঁক মহিয়ান কৰি তোলাতকৈ যি ব্যৱস্থাই অপৰাধৰ জন্ম দিছে, সেই ব্যৱস্থাকে সলনি কৰিবলৈ গভীৰ চিন্তাৰ প্ৰয়োজন নাইনে?"— তেওঁ কৈছিল। ইয়াতকৈ ভাল মানৱ-দৰদী তথা নৈতিকউক্তি আৰু কি হব পাৰে?

সমগ্ৰ জীৱন জুৰি মাৰ্ক্সে পুঁজিবাদৰ যিসমালোচনা কৰি গৈছিল, সিও আছিল, ক'বলৈ গলে, তেওঁৰ গভীৰ নৈতিক চেতনাৰদ্বাৰা অনুপ্ৰাণিত। 'কেপিটেল' গ্ৰন্থক দলিতসকলৰ প্ৰতি তেওঁৰ গভীৰ প্ৰেমৰ এক নিদৰ্শন বুলি কলেও বঢ়াই কোৱা নহব। তেওঁ দেখিছিল যে, পুঁজিবাদী ব্যৱস্থাত মানুহৰ মানৱত্ব জোখা হয় ধনৰযোগেদিহে, তেওঁৰ স্বকীয় ব্যক্তিত্বৰ যোগেদি নহয়; ইয়াত মানুহে ধনক নহয়, ধনেহে মানুহক নিয়ন্ত্ৰণ কৰে। এই ব্যৱস্থাই মানুহক নৈতিকতাৰ

মুখা পিন্ধি অ-নৈতিক হ'বলৈ শিকায়, ব্যক্তিগত সঞ্চয়ৰ আকাংক্ষা জগাই তুলি ই সমাজত ভেদ ভাৱৰ সৃষ্টি কৰে। মাৰ্ক্সে কৈছিল যে, পাৰিপাৰ্শ্বিকতাই মানুহৰ চৰিত্ৰ গঢ়ি তোলে; গতিকে যি পাৰিপাৰ্শ্বিকতাই কাৰোবাক শোষক আৰু কাৰোবাক শোষিত হ'বলৈ বাধ্য কৰাইছে, সেই পাৰিপাৰ্শ্বিকতাক আমি আঁতৰোৱা উচিত আৰু এনে এখন সমাজ গঢ়ি তোলা উচিত য'ত মানুহৰ পৰিচয় কেৱল মানুহ হিচাপেহে,—ধনৰ তুলাচনীৰে নহয়, শাষক বা শোষিত, দাস বা গৰাকী হিচাপে নহয়। 'পৱিত্ৰ পৰিয়াল' গ্ৰন্থত তেওঁ লেখা কিছু কথা এই সন্দৰ্ভত উল্লেখ্য :

"মানুহে যিহেতু তাৰ সমস্ত জ্ঞান, সংবেদনা ইত্যাদি অভিজ্ঞতাৰ জগতৰপৰা আহৰণ কৰে, এতেকে অভিজ্ঞতাৰ জগতখন এনেদৰে সজাব লাগিব যাতে ই প্ৰকৃততে মানৱীয় বুলি, নিজকে মানুহ বুলি মানুহে বুজিব পাৰে। ···পাৰিপাৰ্শ্বিকতাই যিহেতু মানুহক গঢ় দিয়ে, গতিকে পাৰিপাৰ্শ্বিকতাক আমি মানৱীয় কৰি তুলিব লাগিব।"

উদাৰনৈতিক নীতিবাগীশসকলৰ লগত সুৰ মিলাই মাৰ্ক্সে মিঠা মিঠা শব্দৰ নৈতিক বক্তৃতা দিয়া নাছিল; বৰং সমাজত নৈতিক পৰিবেশ সৃষ্টি কৰাতহে তেওঁ অধিক যত্নপৰ হৈছিল।

মাৰ্ক্সৰ শ্ৰেণী-সংঘৰ্ষৰ তত্ত্বই উৎকট ৰূপ ধাৰণ কৰি সমাজত যে মাজে মাজে এক অ-নৈতিক পৰিৱেশৰ সৃষ্টি কৰিব খোজে, নিৰপেক্ষ পৰ্যবেক্ষকৰ পক্ষে এই কথা নুই কৰা অৱশ্যে কঠিন। কিন্তু সমাজত নৈতিকতাৰ মুখা পিন্ধা ভণ্ডামিবিলাক উদঙাই দেখুওৱাত মাৰ্ক্সৰ যি অৱদান, দলিত জনতাক সমাজৰ পেৰেকণিৰ পৰা উদ্ধাৰ কৰিবলৈ তেওঁৰ যি তীব্ৰ আকাংক্ষা, বাৰে-ভচহু কথাৰ ফুলজাৰিতকৈ কামৰ ওপৰত তেওঁৰ যি গুৰুত্ব—এই সকলোবিলাকে সমাজৰ অন্ততঃ এচাম মানুহক যে সদায় নৈতিক প্ৰেৰণা দি আহিছে আৰু আগলৈও দি থাকিব—এই কথা নুই কৰাৰ মানে হ'ল বাস্তৱক অস্বীকাৰ কৰা।

(১৯৭৪)

——

# ॥ চাত্ৰ্ আৰু তেওঁৰ অস্তিত্ববাদ ॥

জা পল চাত্ৰ্-অৰ নাম আমাৰ দেশত এক জাতীয় বৌদ্ধিক কপটতাৰে পৰিমণ্ডলিত। আমাৰ এচাম উন্নাসিক বুদ্ধিজীৱীয়ে সদৰ্পে ঘোষণা কৰে চাত্ৰ্ সম্পৰ্কে তেওঁলোকৰ 'গভীৰ' অধ্যয়নৰ কথা। কিন্তু চাত্ৰ্ এ যেতিয়া কয়, 'শ্ৰমিক শ্ৰেণীৰ ভাগ্যৰ স'তে সাহিত্যৰ ভাগ্য বিজড়িত', বা 'নিজৰ যুগৰ কাৰণে লেখাৰ অৰ্থ যুগটোৰ মাথোন প্ৰতিফলন নহয়, লগতে ইয়াৰ পৰিবৰ্তনৰ প্ৰয়াসো,'—তেতিয়া তেওঁলোকে অস্বস্তি অনুভৱ কৰে কাৰণ ইবিলাকত তেওঁলোকে গোন্ধ পায় সামাজিক দায়বদ্ধতাৰ, 'ইনভলভ্‌মেণ্ট'ৰ।

অসমত চাত্ৰ্ তথা তেওঁৰ অস্তিত্ববাদৰ প্ৰভাৱ দুৰ্বল। ই এক অৰ্থত স্বাভাৱিক কথাও; কিয়নো আন সকলোবিলাক দৰ্শনৰ নিচিনাকৈ অস্তিত্ববাদো হ'ল এক বিশেষ ধৰণৰ সামাজিক পৰিস্থিতিয়ে জন্ম দিয়া এবিধ ভাবাদৰ্শ, আৰু অনুৰূপ পৰিস্থিতি ব্যতিৰেকে এই ভাবাদৰ্শক আন এখন সমাজত জোৰকৈ জাপি দিব নোৱাৰি। পশ্চিমীয়া দেশবিলাকৰ যি সামাজিক পৰিবেশত অস্তিত্ববাদৰ জন্ম, বা যি সামাজিক পৰিবেশত ই আজিও লালিত, তেনে পৰিবেশ অসমত এতিয়াও হোৱা নাই। অস্তিত্ববাদ সম্পূৰ্ণৰূপে পুঁজিবাদী সমাজৰ ভাবাদৰ্শ। আনহাতে অসমত পুঁজিবাদৰ পূৰ্ণ বিকাশ নঘটাত অস্তিত্ববাদী মানুহৰ যি তীব্ৰ আত্মকেন্দ্ৰিকতা, নিঃসংগতা আৰু ন্যক্কাৰবোধ, সিবিলাক অনুভূত হ'ব পৰা অৱস্থা অসমে আজিও পোৱাহি নাই। ফলত অস্তিত্ববাদী গল্প বা নাটক ইয়াত যি দুই এখন প্ৰকাশ পাইছে, সিবিলাক পশ্চিমৰ যান্ত্ৰিক অনুকৰণ-সদৃশ হৈ থাকিবলৈ বাধ্য হৈছে।

অসমত অস্তিত্ববাদৰ প্ৰভাৱ দুৰ্বল হোৱা বাবে অসমীয়া সাহিত্যৰ সামন্তবাদী জড়তা এতিয়াও আঁতৰা নাই বুলি বুৰ্জোৱা মানসিকতাৰ কোনো কোনো সমালোচকে হয়তো আক্ষেপ কৰিব, যদিও চিন্তা-চৰ্চাৰ বাবে সুস্থ পৰিৱেশ বিচৰা বুদ্ধিজীৱীৰ বাবে ই বৰং এটা সৌভাগ্যৰ কথাহে। অস্তিত্ববাদ হ'ল পাস্কেল, দষ্টয়েফ্‌স্কি নিৎচে, কিৰ্কেগাৰ্ড প্ৰমুখ্য এচাম প্ৰতিভাশালী অথচ আধিগ্ৰস্ত লোকৰ হাতত লাহে লাহে গঢ় লৈ উঠা এবিধ অস্বস্থ, বিষণ্ণ দৰ্শন; সুস্থ বিচাৰবোধ, জীৱনৰ প্ৰতি এক সবল দৃষ্টিভংগী এই দৰ্শনত অনুপস্থিত। এই দৰ্শন ইতিহাস-উদাসীন, সমাজ উদাসীন, মানুহৰ সামাজিক সত্তাৰ প্ৰতি অনীহ, আত্মকেন্দ্ৰিক অথচ আভিজাত্য বঞ্চিত এই দৰ্শন। সেয়ে এই দৰ্শন নিৰ্বেদ প্ৰিয়, জীৱন বিবমিষু, আনকি নিনংক্ষু হবলৈ বাধ্য।

স্বীকাৰ্য, মানৱ—কেন্দ্ৰিকতা, মানুহৰ কৰ্ম প্ৰচেষ্টাৰ ওপৰত সুগভীৰ আস্থা আদি কেতবোৰ মহৎ গুণেৰে অস্তিত্ববাদী দৰ্শন মহিয়ান। কিন্তু বিপদ ইয়াতেই যে এই দৰ্শনত মানুহ এটা সামাজিক জীৱ নহয়; ইয়াত মানুহ হ'ল নিঃসংগ, নিৰ্জন দ্বীপৰ ৰবিঞ্চন ক্ৰুছ'। অস্তিত্ববাদী মানুহে সমাজক এটা পৰকীয় সত্তা ( alien being ) বুলি ভাবে; ই সমাজক উপেক্ষা কৰে আৰু এক নিঃসংগ, পৰিত্যক্ত জীৱন যাপন কৰে। অস্তিত্ববাদী দৰ্শনৰ মানত মানুহৰ চৈতন্য জগত-খনৰ পাৰিপাৰ্শ্বিকতা বিচ্ছিন্ন, স্বাশ্ৰয়ী। মানৱীয় চেতনাক এক নিৰালম্ব স্থানলৈ নি ইতিহাসৰ বস্তুধৰ্মী শক্তিসমূহক উপেক্ষা কৰাত এই দৰ্শন যত্নপৰ,—যদিও ই স্বয়ং ঐতিহাসিক শক্তিসমূহৰে এক সৃষ্টি।

অস্তিত্ববাদৰ উৎস বিচাৰি চক্ৰেটিছৰ 'know thy self' আৰু উপনিষদকাৰৰ 'আত্মানং বিদ্ধি' পৰ্যন্ত পিছুৱাই যাব পাৰি; কিন্তু এক বিশিষ্ট, দাৰ্শনিক পদ্ধতি হিচাপে ইয়াক গঢ়ি তোলে উনৈশ শতিকাৰ শেহভাগত ডেনমাৰ্কৰ স্তোৰেন কিৰ্কেগাৰ্ডে। ( কিৰ্কেগাৰ্ডে 'অস্তিত্ববাদ' পৰি ভাষাটো ব্যৱহাৰ কৰা নাছিল। ১৯২৯ চনত জাৰ্মানীৰ নব্য কাণ্টিয় দাৰ্শনিক এফ হাইনমেনে এই পৰিভাষাটো

উদ্ভাৱন কৰে।) কিৰ্কেগাৰ্ডৰ লেখনি বহুদিনলৈকে নাতিবিশ্ৰুত হৈয়েই আছিল; কুৰি শতিকাৰ প্ৰথম দশককেইটাতহে তেওঁৰ মতবাদ ইউৰোপত জনপ্ৰিয় হৈ উঠে। এই কালছোৱাত য়ুৰোপত পৰিপক্ব হৈ উঠা পুঁজিবাদী অৰ্থব্যৱস্থাই সৰ্বসাধাৰণক জুৰুলা কৰি তুলিছিল, দুখনকৈ হোৱা বিশ্বযুদ্ধৰ বিষময় পৰিণতিবিলাকেও মানুহক তাৰ নিজৰ বিষয়ে নকৈ ভাবিবলৈ বাধ্য কৰাইছিল। ওঠৰ শতিকাৰ ফৰাচীৰ বুদ্ধিজীৱীসকলৰ তীব্ৰ ধীমত্তা (কছোক অৱশ্যে বাদ দি) তেওঁলোকৰ মনত শুকান যেন লাগিছিল, আনহাতে বিজ্ঞানৰ যুগত ধৰ্ময়ো তেওঁলোকক আশ্ৰয় দিব পৰা নাছিল। মানুহৰ চিৰন্তন প্ৰমূল্যসমূহৰ ওপৰত এচাম বুদ্ধিজীৱীৰ আস্থা হেৰাই গৈছিল, তেওঁলোক যেন ছিন্নমূল হৈ পৰিছিল:

We are dismembered
Into a myriad broken shadows,
Each to himself reflected in a splinter of that glass.

—তেওঁলোকে অনুভৱ কৰিছিল।

পুঁজিবাদৰ পংগু সমাজখনে তেওঁলোকক এইদৰে চিন্তা কৰিবলৈ বাধ্য কৰাইছিল—দাৰিদ্ৰ্য, সংশয় আৰু অশান্তিৰে ভৰা এই যুগটোত মানৱতাবোধ, সভ্যতা আদিৰ অৰ্থ কি? প্ৰেম, প্ৰীতি, মানুহ আৰু মানুহৰ মাজত ভ্ৰাতৃত্ববোধ-চিৰন্তন বুলি এতিয়ালৈকে ভাবি অহা মানৱীয় প্ৰমূল্যসমূহৰ এই যুগত অন্ত পৰিলনেকি? কেৱল যুক্তিৰ শুকান পোহৰেৰে আত্মাৰ এন্ধাৰ আলোকিত কৰা সম্ভৱ জানো? মানুহ ইতিহাসৰ ভৰা খেলখনৰ কিছুমান নিঃসহায়, নিষ্প্ৰাণ গুটিহে নে? নে ইতিহাসৰ বিৰুদ্ধে যাব পৰা ক্ষমতাও মানুহৰ আছে? সমাজৰ পৰা শান্তি আৰু নিৰাপত্তা কাঢ়ি লৈ যোৱা ঐতিহাসিক শক্তিসমূহৰ হাতৰ পুতলা হবলৈ অমান্তি হোৱাৰ পৰিণাম স্বৰূপে, অনিয়ন্ত্ৰিত যেন লগা ঐতিহাসিক বা-মাৰলিবোৰৰ বিৰুদ্ধে কৰা এক নিষ্ক্ৰিয়,

ৰোমাণ্টিক বিদ্রোহ হিচাপে মানবীয় শক্তিৰ ওপৰত অসীম আস্থা ৰখা সমাজ উদাসীন, অযৌক্তিক এইবিধ দৰ্শনৰ জন্ম হয়। এই দৰ্শনৰ তীব্ৰ আত্মকেন্দ্ৰিকতা কেৱল নিজক লৈয়েই ব্যস্ত পুঁজিবাদী সমাজখনৰ আৰু এই দৰ্শনে মানুহৰ ওপৰত আৰোপ কৰা অসীম স্বাধীনতা পুঁজিবাদৰ 'স্বাধীন' অৰ্থনৈতিক প্ৰতিযোগিতাৰ ভাৱাদৰ্শী প্ৰতিফলন।

অস্তিত্ববাদ এটা নিকপকপীয়া দাৰ্শনিক পদ্ধতি নহয়; ইয়াৰ প্ৰসিদ্ধিও থাইকৈ এটা সাহিত্যিক আন্দোলন হিচাপেহে। অস্তিত্ব-বাদীসকলৰ মাজত হবেক ৰকমৰ দল আছে, আৰু তেওঁলোকৰমাজত মতানৈক্যও যথেষ্ট। তদুপৰি এই দৰ্শনৰ প্ৰৱক্তাসকলৰ বহুতেই নিজকে অস্তিত্ববাদী বুলি চিনাকি দিবলৈ টান পায়। তথাপি, অস্তিত্ববাদীসকলক 'ধৰ্মীয়' আৰু 'অধৰ্মীয়'—এই দুটা বহল ভাগত ভগাব পাৰি। গ্ৰেব্ৰিয়েল মাচেল, কাৰ্ল জেচপাৰ্চ, নিকোলাই বাৰ্ডিয়েভ, মাৰ্টিন বুবাৰ আদি লোকসকল ধৰ্মীয় দলটোৰ অন্তৰ্ভুক্ত। আনহাতে মাৰ্টিন হাইডেগাৰ, এডমাণ্ড হুচাৰ্ল, জাঁ পল চাৰ্ত্ৰ, আলবেয়াৰ কেমু আদি আনটো দলত পৰে।

আধুনিক অস্তিত্ববাদী দাৰ্শনিকসকলৰ ভিতৰত চাৰ্ত্ৰ-অৰ জন-প্ৰিয়তা সৰ্বাধিক, কাৰণ অস্তিত্ববাদৰ অলোচনা তেওঁ কেৱল দাৰ্শনিক গ্ৰন্থতেই আবদ্ধ কৰি ৰখা নাই; অসংখ্য গল্প, নাটক আৰু উপন্যাসৰ যোগেদিও তেওঁ তেওঁৰ মতবাদসমূহ প্ৰচাৰ কৰিছে। আমি ইয়াত কেৱল চাৰ্ত্ৰ-অৰ ৰচনা লৈ অস্তিত্ববাদৰ আলোচনাত যত্নপৰ হ'ম।

× × ×

চাৰ্ত্ৰ-অৰ আলোচনা এটা দুৰূহ কাম। ইয়াৰ কাৰণ থাইকৈ দুটা। প্ৰথম, চাৰ্ত্ৰ এজন ফৰাচী লেখক যদিও আগবয়সত হাই-ডেগাৰ প্ৰমুখ্যে জাৰ্মান অস্তিত্ববাদীসকলৰ প্ৰভাৱৰ বাবেই বোধ-কৰোঁ তেওঁৰ দাৰ্শনিক লেখনিসমূহত ফৰাচী সাবলীলতাতকৈয়ো

জাৰ্মান দুৰ্বোধ্যতাহে অধিক প্ৰকট। অস্তিত্ববাদ সম্পৰ্কে তেওঁ লেখা প্ৰসিদ্ধতম দাৰ্শনিক গ্ৰন্থখনৰ (ইংৰাজী) নাম হ'ল 'বিইং এণ্ড নাথিং নেছ: এন এছে অন ফেন'মেন'লজিকেল অন্ট'লজি'। অজস্ৰ দাৰ্শনিক পৰিভাষাৰে ভৰা আৰু বিৰাট কলেৱৰৰ ই এখন অত্যন্ত কঠিন কিতাপ আৰু বিশেষ ধৰণৰ মানসিক প্ৰশিক্ষণ ব্যতিৰেকে ইয়াক বুজা কষ্ট সাধ্য। অৱশ্যে সৌভাগ্যৰ কথা যে অস্তিত্ববাদৰ ওপৰত সহজ ভাৱে লেখা 'অস্তিত্ববাদ এবিধ মানৱতাবাদ' নামৰ তেওঁৰ এখন দীঘলীয়া ৰচনাও আছে। ইয়াৰ উপৰিও চাৰ্ত্ৰ-অৰ দৰ্শন তথা তেওঁৰ সাহিত্য কৰ্মৰ ওপৰত ইংৰাজী ভাষাত লেখা কেইবাখনো গ্ৰন্থ ওলাইছে, সম্প্ৰতি যেনে—মেৰী ৰাৰ্ণৰৰ 'দি ফিলচফি অৱ চাৰ্ত্ৰ,' আই-ৰিচ মাৰ্ডকৰ' চাৰ্ত্ৰ, ৰোমান্টিক ৰেশ্যনেলিষ্ট' 'মৰিচ ক্ৰুষ্টন'ৰ 'চাৰ্ত্ৰ,' টুৱেন্টিয়েথ চেঞ্চুৰী ভিউজ' গ্ৰন্থমালাত য়েল বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা 'চাৰ্ত্ৰ' নামৰ সম্পাদিত গ্ৰন্থখনত, আৰ. এম. আলবেৰেছে লেখা 'ফিল'চফাৰ উইদাউট ফেইথ' নামৰ গ্ৰন্থখন, ইত্যাদি। জন লুইচে তেওঁৰ 'চাৰ্ত্ৰ এণ্ড চোচাইটি' নামৰ ৰচনাখনত আৰু আদাম শ্বাফে তেওঁৰ 'এ ফিল'চফি অৱ মেন' নামৰ কিতাপখন মাৰ্ক্সীয় দৃষ্টি কোণৰপৰা চাৰ্ত্ৰ-অৰ সমালোচনা কৰিছে।

চাৰ্ত্ৰ-অৰ দৰ্শন আলোচনা কৰাৰ দ্বিতীয় অসুবিধাটো হ'ল— হুছাৰ্ল বা হাইডেগাৰৰ নিচিনাকৈ চাৰ্ত্ৰ এজন বিশুদ্ধ অস্তিত্ববাদীয়েই হৈ থকা নাই; পূৰ্বৰপৰাই তেওঁ ফ্ৰান্সৰ কমিউনিষ্ট পাৰ্টিটোৰ সমৰ্থক আছিল যদিও জীৱনৰ শেষৰ ফাললৈ মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি তেওঁ আগতকৈয়ো অধিক গভীৰভাৱে অনুৰক্ত হৈ পৰে। সম্প্ৰতি তেওঁ 'নব্য মাৰ্ক্সবাদ' ( neo marxism ) নামৰ নতুন দাৰ্শনিক আন্দোলন এটাৰ প্ৰৱৰ্তক। দৰ্শন হিচাপে অস্তিত্ববাদৰ অসম্পূৰ্ণতা তেওঁ উপলব্ধি কৰিছে আৰু এই দৰ্শনৰ অন্যতম নেতা হৈয়ো তেওঁ ইয়াক 'এক পৰাশ্ৰয়ী পদ্ধতি' বুলি কবলৈ বাধ্য হৈছে। স্থানান্তৰত মাৰ্ক্স-বাদক 'অন্যতম মানৱ বিজ্ঞান' বুলিও তেওঁ অভিমত প্ৰকাশ কৰিছে।

সেইবুলি চাৰ্ত্ৰ্‌ মাৰ্ক্সবাদৰ পূৰ্ণ সমৰ্থক নহয়; চাৰ্ত্ৰ্‌ মাৰ্ক্সবাদী নহয়, তেওঁ 'মাৰ্ক্সবাদী অস্তিত্ববাদী'হে ( Marxist—Existentialist )। মাৰ্ক্সবাদ আৰু অস্তিত্ববাদৰ মাজত এক সমন্বয় স্থাপন কৰাত তেওঁ সম্প্ৰাতি আগ্ৰহী। চাৰ্ত্ৰ্‌-অৰ মতে মানুহ সম্পৰ্কে মাৰ্ক্সবাদৰ যি ব্যাখ্যা, সি স্থূল আৰু যান্ত্ৰিক। ই মানুহৰপৰাই তাৰ দৰ্শন আৰম্ভ কৰে সঁচা, কিন্তু ই মানুহৰ ব্যাখ্যা দিয়ে মানুহক এটা প্ৰজাতি হিচাপে ধৰি লৈ,—এক সাধাৰণ বিমূৰ্ত সত্তা হিচাপে; প্ৰজাতি মানুহৰ ওপৰতে সমস্ত গুৰুত্ব দি ই ব্যক্তি মানুহক আওকাণ কৰে; সামাজিক দায়িত্বৰ উপৰিও মানুহৰ যে নিজস্ব আশা-আকাংক্ষা আছে, প্ৰেম আছে, সুখ আছে, বিষয়গত বৈচিত্ৰ্য আছে—ইবিলাকৰ প্ৰতি মাৰ্ক্সবাদ উদাসীন। সেয়ে কোনো নিৰ্দিষ্ট পৰিস্থিতিত, এক নিৰ্দিষ্ট ব্যক্তি হিচাপে মানুহৰ ব্যাখ্যা দিবলৈ ই অপাৰগ।

মাৰ্ক্সবাদৰ ওপৰত চাৰ্ত্ৰ্‌-অৰ আন এটা অভিযোগ হ'ল—চেতনাৰ জগত আৰু বাস্তৱ জগতৰ সম্পৰ্ক যন্ত্ৰবৎ বুলি মাৰ্ক্সবাদে ধৰি লয় যাৰ ফলত স্থূল পাৱলবিয়ান মনস্তত্ত্বতেই মাৰ্ক্সীয় মনস্তত্ত্ব আবদ্ধ হৈ থাকিবলৈ বাধ্য হৈছে; কিন্তু দৰাচলতে মানুহৰ মানসিক জগৎখন ইমান বিশাল আৰু বৰ্ণাঢ্য যে পাৱলৰ 'প্ৰতিবৰ্ত তত্ত্ব' (reflection thery) বা এংগেল্‌চৰ 'অভিসৌধ তত্ত্বৰ (super structure theory) দৰে যান্ত্ৰিক তত্ত্বেৰে সেই জগতখন চুকি পাবলৈ নোৱাৰি। ('বস্তুবাদ আৰু বিপ্লৱ' নামৰ ৰচনাখনত চাৰ্ত্ৰ্‌-এ ইয়াৰ এটা বঢ়িয়া উদাহৰণ দিছে। স্পিন'জাৰ দিনত হলেণ্ড কপাহী কাপোৰৰ ব্যৱসায়ৰ বাবে বিখ্যাত আছিল; সেইবুলি স্পিন'জাৰ দৰ্শন হলেণ্ডৰ কাপোৰ ব্যৱসায়ৰ ভাবাদৰ্শ বুলি কলে সি স্পিন'জাৰ প্ৰতিভাৰ প্ৰকৃত মূল্যায়ন হ'বনে ?—তাত তেওঁ এইবুলি প্ৰশ্ন কৰিছে।) চাৰ্ত্ৰ্‌-অৰ মতে মাৰ্ক্সবাদ এক বিশ্ব নিৰীক্ষা বুলি পৰিগণিত হবলৈ হলে নিৰ্দিষ্ট, বিশেষ পৰিস্থিতিত এক নিৰ্দিষ্ট, বিশেষ ব্যক্তি হিচাপে, গভীৰ চেতনাসম্পন্ন এটা প্ৰাণী হিচাপে মানুহৰ ব্যাখ্যা ই দিব পাৰিব

লাগিব আৰু এই কাম সম্পাদন কৰাতেই জীৱনৰ শেষকালচোৱা তেওঁ ব্যয় কৰিছে। দৰ্শনৰ পৰিভাষাত, তেওঁৰ সাম্প্ৰতিক কাম হ'ল 'মাৰ্ক্সীয় চিন্তাৰ অন্তৰংগীকৰণ' ( interiorisation of Marxist thought )।

বহুতো মাৰ্ক্সবাদীয়ে চাত্ৰ্-অৰ এই প্ৰচেষ্টাক এক ব্যৰ্থ প্ৰচেষ্টা বুলি ক'ব খোজে, অস্তিত্ববাদক মাৰ্ক্সীয় দৰ্শনৰ ওপৰত নিৰিষ্ট কৰি তেওঁ মাৰ্ক্সবাদক অস্তিত্ববাদৰ এক নতুন পৰ্যায়লৈ নিৱ খুজিছে বুলি তেওঁলোকে অভিযোগ তোলে। অভিযোগটো বোধকৰোঁ সঁচা; কিন্তু চাত্ৰ্-এ আঙুলিয়াই দেখুওৱা মাৰ্ক্সীয় দৰ্শনৰ সমস্যাবিলাক যে কোনো মাৰ্ক্সবাদীয়ে মাৰ্ক্সীয় পদ্ধতিৰে—অন্ততঃ এতিয়া পৰ্যন্ত—সমাধান কৰিব পৰা নাই, এই কথাও বোধকৰোঁ সঁচা। চাত্ৰ্-অৰ চিন্তাৰ এই শেহতীয়া ধাৰাটো স্পষ্ট হৈ উঠিছে 'দি ক্ৰিটিক অৱ দায়েলেক্টিকেল ৰিজন'—এই ইংৰাজী নামেৰে ১৯৬০ চনত প্ৰকাশ পোৱা এখন কিতাপত। কিতাপখন দেশৰ সৌভাগ্য এই লেখকৰ হোৱা নাই, কিতাপখন পালেও সেইখন বুজা নিশ্চয় সহজ নহ'ব, কাৰণ মেৰী ৱাৰ্ণকৰ ভাষাত, কিতাপখন হ'ল 'অপাঠ্যতাৰ এক দানৱ' ( a monster of unreadability. )।

o o o

অস্তিত্ববাদ, বিশেষকৈ চাত্ৰ্-অৰ অস্তিত্ববাদ—এবিধ মানৱ-কেন্দ্ৰিক দৰ্শন; অতি-মানৱীয় বা অতি-প্ৰাকৃতিক কোনো সত্তাত ই বিশ্বাস নকৰে। সেইবুলি এই দৰ্শন বস্তুবাদী নহয়, কাৰণ বহিঃ-বাস্তৱিক পৰিস্থিতিক মানৱীয় চেতনাৰ নিয়ন্তা বুলি ই ধৰি নলয়। মানুহ সম্পৰ্কে অস্তিত্ববাদীসকলৰ ধাৰণা ভিন্ন আৰু এক অৰ্থত বৈপ্লৱিক। উপনিষদ আৰু প্লেট'ৰ দিনৰপৰা আজি পৰ্যন্ত পৃথিৱীৰ সকলো দাৰ্শনিকে জগতৰ সাৰ-বস্তু ( essence ) বিচাৰি হাবাথুৰি খাই আহিছে; প্লেট'ই ইয়াক বিচাৰি পাইছিল 'ৰূপ'ত (form);

স্পিন'জাই 'সাৰাৎসাৰ'ত (substance); হেগেলে 'পৰম ভাৱ'ত (Absolute Idea), শঙ্কৰাচাৰ্যই 'ব্ৰহ্ম'ত। এই দৰ্শনসমূহে মানুহকে ধৰি জগত অধ্যয়ন কৰে, জগতখনক অধ্যয়নৰ বিষয় হিচাপে ধৰি লৈ; জড় পদাৰ্থসমূহক বুদ্ধিৰে যেনেকৈ জানিব পাৰি, ঠিক তেনেকৈ কেৱল যুক্তিৰ সহায়েৰেই, আগতীয়াকৈ, মানুহক নিৰ্ণয় কৰিব পাৰি বুলি দৰ্শনসমূহত ভবা হয়। অস্তিত্ববাদীসকলে মানুহ সম্পৰ্কে এই ধাৰণাৰ বিৰোধিতা কৰে। তেওঁলোকে কয় যে বিষয় আৰু বিষয়ী ( object and subject )—এই দুটা ভাগত ভাগ কৰি মানুহক জানিব নোৱাৰি; মানুহ সম্পৰ্কীয় যথাৰ্থ দৰ্শন আৰম্ভ হোৱা উচিত বিষয় আৰু বিষয়ীৰ ঐক্যৰপৰাহে আৰু অস্তিত্ববাদীসকলৰ মতে এই ঐক্য হ'ল 'অস্তিত্ব' ( existence )। তেওঁলোকে কয় যে নিষ্প্ৰাণ বস্তুৰ ক্ষেত্ৰত—সম্ভৱতঃ পাৱলভৰ মনস্তত্ত্ব মানি চলা ইতৰ প্ৰাণীবিলাকৰ ক্ষেত্ৰতো—সাৰ-বস্তু অস্তিত্বপূৰ্ণ হয়তো হ'ব পাৰে ( essence may precede existence )। এটা অট্টালিকা সাজিবলৈ লোৱাৰ আগতেই তাৰ সাৰ-বস্তু সম্পৰ্কে অনুমান কৰি ল'বলৈ আমি সক্ষম। সেইদৰে এখন কটাৰী সজাৰ আগতেই, অৰ্থাৎ কটাৰীখনৰ অস্তিত্বৰ পূৰ্বেই কটাৰীখনৰ সাৰ-বস্তু জনা সম্ভৱ। কিন্তু মানুহৰ ক্ষেত্ৰত ই অসাধ্য; কাৰণ এটা অট্টালিকা বা এখন কটাৰীৰ দৰে মানুহ এটা চৈতন্যহীন জড় পদাৰ্থ নহয়, তাৰ এখন বৰ্ণাঢ্য চেতনাৰ জগত আছে যাৰ ফলত সি যি ইচ্ছা সিয়েই হ'বলৈ সক্ষম; মানুহৰ চৰিত্ৰত আগতীয়াকৈ কোনো নিৰ্দিষ্ট চাব্ মাৰিব নোৱাৰি। ( ঠিক এই কাৰণতেই অস্তিত্ববাদীসকলে নিজকে অস্তিত্ব-বাদী বুলি স্বীকাৰ কৰি ল'ব নোখোজে; নিজকে তেনে বুলি স্বীকাৰ কৰি লোৱা মানেই নিজৰ গাত এটা নিৰ্দিষ্ট চাব্ মাৰি লোৱা! ) অস্তিত্ববাদী পৰিভাষাত, অন্ততঃ মানুহৰ ক্ষেত্ৰত, সাৰ-বস্তু অস্তিত্বপূৰ্ণ নহয়, অস্তিত্বহে সাৰবস্তুপূৰ্ণ ( existence precedes essence)। অস্তিত্ববাদীৰ মতে মানুহ প্ৰথমে কেৱল 'থাকে' ('Man simply is');

পিছুৱালহে সি যি ইচ্ছা, সিয়েই হ'বগৈ পাৰে। সেয়ে জীৱনটোৰ a priori অৰ্থ নাই,—মানুহে যিভাবে জীৱনটো গঢ়িব খোজে, জীৱনটো সিয়েই। ঈশ্বৰ বা ইতিহাস নহয়, কোনো বাহ্য শক্তি নহয়, একমাত্ৰ মানুহহে মানুহৰ ভৱিষ্যত গঢ়োঁতা; কোনো অ-মানৱীয় বা অতি-মানৱীয় সত্তাৰদ্বাৰা মানুহৰ ভৱিষ্যত পূৰ্ব্ব-পৰাই পৰিকল্পিত হৈ নাথাকে; মানুহৰ ভৱিষ্যত মুক্ত ( open )। অস্তিত্ববাদীৰ মতে মানৱ-প্ৰকৃতি ধ্ৰুৱ নহয়; প্ৰকৃততে মানৱ-প্ৰকৃতি কোনো প্ৰাক্ অস্তিত্ব থকা অসম্ভৱ; কাৰণ এখন কটাৰীৰ বা এটা অট্টালিকাৰ সাৰ-বস্তু তাৰ অস্তিত্বৰ পূৰ্বেই নিৰ্ণয় কৰিবলৈ যেনেকৈ আছোঁ, আমাৰ ওপৰত এক নিৰ্দিষ্ট সাৰ-বস্তু আগতীয়াকৈ আৰোপ কৰিবলৈ তেনেকৈ ঈশ্বৰ বা আন কোনো অতি মানৱীয় সত্তা নাই। চমুকৈ, অস্তিত্ববাদত একমাত্ৰ মানুহহে মানুহৰ চৰিত্ৰ, ভৱিষ্যত—সকলোৰে গঢ় দিওতা। সামাজিক পৰিস্থিতি, বংশ-পৰম্পৰা, বুৰঞ্জী, ঈশ্বৰ— একোৰেদ্বাৰা মানুহ নিয়ন্ত্ৰিত নহয়; যি ইচ্ছা, মানুহ সিয়েই হ'বলৈ সক্ষম।

'মানুহ আন একো নহয়, সি যি হ'বলৈ ইচ্ছা কৰে মানুহ সিয়েই' অস্তিত্ববাদী দৰ্শনৰ এই দিশটোৱে মানুহৰ কাৰ্য-ক্ষমতাৰ ওপৰত অস্তিত্ববাদীসকলৰ অসীম আস্থাৰ ইংগিত দিয়ে। সঁচা, চাৰ্ত্ৰ্-এ কোৱাৰ দৰে, এটা শিলগুটি বা এখন মেজতকৈ মানুহ অধিক মৰ্যাদাসম্পন্ন। কিন্তু মানুহৰ ক্ষমতা সঁচাকৈয়ে সামাজিক পৰিস্থিতি কিম্বা ঐতিহাসিক শক্তিৰ দ্বাৰা নিয়ন্ত্ৰিত নহয়নে? চাৰ্ত্ৰ্-এ কুৰি শতিকাত জন্ম নলৈ দশম শতিকাত জন্ম লোৱা হ'লে, বা সুদীৰ্ঘ দাৰ্শনিক ঐতিহ্যৰে পুষ্ট ফৰাচী দেশত বাস নকৰি জকাইচুকৰ কোনোবা অখ্যাত গাঁৱত বাস কৰা হলে তেওঁ অস্তিত্ববাদী দৰ্শনৰ এজন মুখ্য প্ৰবক্তা হ'ব পাৰিলেহেঁতেননে? মানুহৰ ধ্যান-ধাৰণা, মানুহৰ প্ৰতিভা,—চমুকৈ, মানুহৰ সমস্ত অন্তৰংগ জীৱন নিয়ন্ত্ৰিত হয় তাৰ বহিৰংগ জীৱনৰদ্বাৰা, সি বাস কৰা বহিৰ্বাস্তৱৰদ্বাৰা। মানুহেই ইতিহাস গঢ়ে সঁচা, আনহাতে মানুহৰ এই ক্ষমতা পুনৰ

ইতিহাসৰদ্বাৰাই সীমিত ; প্ৰতিভা বুৰঞ্জীৰ ঊৰ্ধ্বত নহয়।

পক্ষান্তৰত, অস্তিত্ববাদ কেৱল এক মানৱকেন্দ্ৰিক দৰ্শনেই নহয়, ঠিক মাৰ্ক্সবাদৰ লেখিয়াকৈ নহ'লেও ইও এবিধ এনগেজমেণ্টৰ ( engagement ) দৰ্শন। জেচপাৰ্চ প্ৰমুখ্যে ধৰ্মীয় অস্তিত্ববাদীসকলে এই 'এনগেজমেণ্ট'ক ঈশ্বৰৰ লগত একাত্ম হৈ পৰাটো বুজাইছিল। আনহাতে চাত্ৰ্ প্ৰভৃতি নাস্তিক অস্তিত্ববাদীসকলে ইয়াৰ অৰ্থ কৰিছে কৰ্মময় বাস্তৱ জীৱনৰ লগত নিজকে লিপ্ত কৰি পেলোৱা। চাত্ৰ্-অৰ মতে মানুহ প্ৰথমতে একো নহয়, ই কেৱল 'থাকে' হে; কিন্তু ই সকলো হ'বলৈ সক্ষম, যাথোন ই কি হ'ব সি নিৰ্ভৰ কৰে ই কেনে কাম কৰে তাৰ ওপৰত। আন ভাবাত, মানুহক মানৱত্ব দিয়ে 'এনগেজমেণ্টে'হে ; কৰ্মৰ অবিহনে বাস্তৱতা নাই। নিজক গঢ়াৰ দায়িত্ব যিহেতু সম্পূৰ্ণ মানুহৰেই, গতিকে মানুহে নিজকে এনেদৰে ফাঁকি দিব নোৱাৰে, 'মই প্ৰেম প্ৰদৰ্শন কৰা নাই সঁচা, কিন্তু ইয়াৰ কাৰণ, প্ৰেমৰ পাত্ৰ মই পোৱা নাই' ; বা 'মই কোনো প্ৰতিভাসম্পন্ন কাম কৰা নাই সঁচা, কিন্তু ইয়াৰ কাৰণ সময়ৰ অভাৱ' ; কাৰণ 'প্ৰেমময় কৰ্মবিহীন প্ৰেম' বুলি বা 'প্ৰতিভাসম্পন্ন কাৰ্যবিহীন প্ৰতিভা' বুলি কোনো বস্তু নাই। সেয়ে মানুহ হিচাপে জীয়াই থাকিবলৈ হ'লে মানুহে কাম কৰি দেখুৱাব লাগিব। মাৰ্ক্সবাদ গ্ৰহণ নকৰা সত্ত্বেও ফ্ৰান্সৰ কমিউনিষ্ট পাৰ্টিৰ লগত চাত্ৰ্ লিপ্ত হৈ পৰাৰ কাৰণো ইয়েই। (চাত্ৰ্-এ তেওঁৰ প্ৰথম উপন্যাস 'নাউছিয়া'ত উপন্যাসৰ নায়ক ৰকোৱেন্টিনক এজন এনগেজমেণ্টবিহীন বিষণ্ণ যুৱক হিচাপে চিত্ৰিত কৰিছিল। কিন্তু তেওঁৰ পৰৱৰ্তী উপন্যাস 'আয়ৰণ ইন দি চ'ল'ত উপন্যাসৰ নায়ক মেথিউৱে বহুদিন উদ্দেশ্য-বিহীন জীৱন যাপন কৰাৰ পাছত বাস্তৱ জীৱনৰ লগত লিপ্ত হৈ অৱশেষত জীৱনৰ অৰ্থ বিচাৰি উলিয়ায়গৈ। উপন্যাসখনত মেথিউৱে কোৱা এটা উল্লেখনীয় শাৰী হ'ল, 'মোৰ দৃঢ় প্ৰত্যয় জন্মিছে যে শায়বহুতা এবাব নোৱাৰি। আমি যদি থিলৰ দৰে নিৰ্বাক আৰু নিশ্চল হ'লোহেঁতেন, তেন্তে নিষ্ক্ৰিয়তাই আমাৰ কৰ্ম হ'লহেঁতেন।'

( আমাৰ চাত্ৰ্‌-ভক্তসকলে শাৰীটোৰ মৰ্মাৰ্থ বুজা দৰকাৰ । )

দেখা গ'ল, অস্তিত্ববাদ এবিধ মানৱকেন্দ্ৰিক, আশাবাদী আৰু কৰ্মৰ দৰ্শন। সেইবুলি এই দৰ্শনত বলিষ্ঠতা আৰু উদ্যম বিচাৰিলে হতাশ হ'ব লাগিব। অস্তিত্ববাদীসকলৰ লেখনিত উদ্যমতকৈও বিমৰ্ষতাহে অধিক। ইয়াৰ কাৰণ, ইতিহাস আৰু সামাজিক পৰিস্থিতিৰ বাস্তৱনক সম্পূৰ্ণৰূপে উপেক্ষা কৰি অস্তিত্ববাদীসকলে নিজে গঢ়ি লোৱা 'স্বাধীনতা' ( freedom ) । অস্তিত্ববাদীসকলৰ মতে, মানুহ ঐতিহাসিক বা সামাজিক শক্তিসমূহৰদ্বাৰা নিয়ন্ত্ৰিত বুলি ধৰি লোৱাটো আচলতে মানুহে তাৰ দায়িত্বৰপৰা হাত সৰাৰ এটা অজুহাতহে। দায়িত্ব এৰাই থাকিবৰ বাবেই সৰহভাগ মানুহে নিজৰ ভৱিষ্যত নিজে গঢ়ি ল'বলৈ স্বাধীন নহয় বুলি ধৰি লয়। মানুহৰ এই প্ৰবৃত্তিটো বুজাবলৈ চাত্ৰ্‌-এ 'কু-বিশ্বাস' ( bad faith ) নামৰ এটা পৰিভাষা ব্যৱহাৰ কৰিছে। তেওঁৰ মতে জীৱনৰ মুখামুখি হ'ব খুজিলে মানুহে এই 'কু-বিশ্বাস' বৰ্জন কৰিব লাগিব। মানুহ ইতিহাসৰ ক্ৰীড়নক নহয়, যি ইচ্ছা সিয়েই হ'বলৈ, যি ইচ্ছা তাকে কৰিবলৈ মানুহ স্বাধীন ; কোন পৰিস্থিতিত কি কৰা প্ৰয়োজন বা কেনে ভাও লোৱা দৰকাৰ, সি কেৱল মানুহৰ পছন্দৰ ( choice ) ওপৰত নিৰ্ভৰ কৰে । আনহাতে যিহকে ইচ্ছা তাকে পছন্দ কৰাৰ এই যি স্বাধীনতা, সি মানুহৰ বাবে এটা গধুৰ দায়িত্বও ( responsibility) ; কাৰণ অস্তিত্ববাদী মানুহে নিজৰ কৃতকৰ্মৰ ফল সামাজিক বাতাবৰণৰ ওপৰত, বংশ-পৰম্পৰাৰ ওপৰত বা কোনো অজ্ঞাত সত্তাৰ ওপৰত পেলাব নোৱাৰে ; নিজৰ কৃতকৰ্মৰ বাবে দায়ী মানুহ নিজেই।

এতিয়া, মানুহে নো তাৰ স্বাধীনতা কিদৰে ব্যৱহাৰ কৰা উচিত ? চাত্ৰ্‌-এ তাৰ উত্তৰ দিছে । ব্যক্তি যিহেতু মানৱ জাতিৰ এজন প্ৰতিনিধি, গতিকে কোনো ব্যক্তিৰ কামে সমগ্ৰ মানৱ-জাতিৰ কামৰে প্ৰতিনিধিত্ব কৰে ; এজন ব্যক্তিৰ অশুভ কাম সমগ্ৰ মানৱ-জাতিৰেই কলংক স্বৰূপ। গতিকে কোনো এটা কাম আৰম্ভ কৰাৰ

আগতে আমি প্ৰত্যেকেই এইদৰে ভাবি চাব লাগিব—'মই যি কৰিব খুজিছোঁ, বিশ্বৰ প্ৰতিজন ব্যক্তিয়ে যদি তাকে কৰে, তেন্তে তাৰ পৰিণতি কি হ'ব ? সি সঁচাকৈয়ে মানৱ-জাতিৰ কল্যাণকৰ হ'বগৈ নে ?' চাত্ৰ্‌-অৰ মতে মানৱীয় স্বাধীনতাত বিশ্বাসী কোনো ব্যক্তিয়ে নিজকে ফাঁকি নিদিয়াকৈ এনে প্ৰশ্নৰ হাত সাৰিব নোৱাৰে। গতিকে মানুহে তাৰ স্বাধীনতা এনেভাৱে ব্যৱহাৰ কৰিব লাগিব যাতে সি সমগ্ৰ মানৱ-জাতিৰ বাবেই কৰা হয়। এতেকে, যিহকে ইচ্ছা—তাকে কৰাৰ স্বাধীনতা মানুহৰ আছে সঁচা ; কিন্তু স্বাধীনতাৰ এই দায়িত্ব বহন কৰা সহজ কাম নহয়, কাৰণ আমাৰ ব্যক্তিগত দায়িত্বৰ প্ৰশ্নই সমগ্ৰ মানৱ-জাতিকে সাঙুৰি লয়। দায়িত্ব পালনত সামান্য হেৰফেৰ হ'লেই ব্যক্তিগত সুবিধাবাদত পৰিণত হ'বলৈ ইয়াৰ সৰহপৰ নালাগে। সেয়েহে, স্বাধীনতা অস্তিত্ববাদীসকলৰ বাবে এটা বৰ নোৱাৰা বোজাৰ দৰে, ই সিন্ধবাদ নাবিকৰ কান্ধত উঠি ফুৰা সেই বুঢ়াজনৰ দৰে যাক কঢ়িয়াবলৈও টান, অথচ কান্ধৰপৰা নমোৱাও টান।—(এই অৰ্থতে অস্তিত্ববাদীসকলে 'crushing responsibility', 'dizziness of freedom', 'condemned to be free' আদি পৰিভাষাবিলাক ব্যৱহাৰ কৰে।)

অস্তিত্ববাদত স্বাধীনতাৰ প্ৰশ্নটো নৈতিকতাৰ লগত সাঙোৰ খাই থাকে। অস্তিত্ববাদী নৈতিকতাৰ লগত কাণ্টিয় নৈতিকতাৰ বহুখিনি সাদৃশ্য আছে। 'নিজক গঢ়ি মই মানুহক গঢ়োঁ' ( 'In fashioning myself, I fashion man' )- চাত্ৰ্‌-অৰ এই উক্তিয়ে তৎক্ষণাত কাণ্টৰ ক্লাচিক প্ৰৱচনটোলৈ আমাক মনত পেলাই দিয়ে, 'এনেভাৱে কাম কৰা যাতে তোমাৰ কৰ্মনীতি এটা বিশ্বজনীন সূত্ৰত পৰিণত হয়গৈ।' অস্তিত্ববাদী নৈতিকতাৰ বিতং আলোচনা আমাৰ উদ্দেশ্য নহয় ; আমাৰ বক্তব্য এয়ে যে, এই জাতীয় নৈতিকতাৰ সংবেদনশীল এচাম মানুহক অসৎ পথে নাযাবলৈ প্ৰেৰণা হয়তো দিয়ে ; কিন্তু কৰ্তব্য-সচেতন, সংবেদনশীল মানুহ পৃথিৱীত আছে কেইজন ?

কৰ্তব্য-চেতনাৰদ্বাৰা অনুপ্ৰাণিত হৈ সৰ্বসাধাৰণ মানুহে কাম নকৰে; পৰিস্থিতিয়ে তেওঁলোকক যি কৰিবলৈ বাধ্য কৰায়, তেওঁলোকে তাকে কৰে। নৈতিক প্ৰমূল্যসমূহ বহুলাংশে বাস্তব পৰিস্থিতি নিৰ্ভৰ; ইয়াৰ এটা বস্তুগত বাস্তব ভিত্তি আছে। কিন্তু অস্তিত্ববাদী নৈতিকতাই এই কথা বিবেচনা নকৰে যেন লাগে।

দ্বিতীয়তে, অস্তিত্ববাদত নৈতিক বিধিসমূহ পালন কৰাতকৈ নৈতিক বিধি কোনবিলাক, তাক থিৰাং কৰাটোৱেই এটা ডাঙৰ সমস্যা। সমগ্ৰ মানৱ-জাতিয়ে কৰ্মপন্থা অনুসৰণ কৰিলে ভৱিষ্যত কিধৰণৰ হ'বগৈ, তাক নজনাকৈ অস্তিত্ববাদী মানুহে কাম আৰম্ভ কৰিব নোৱাৰে (অস্তিত্ববাদী পৰিভাষাত 'এনগেজমেণ্ট' সম্ভৱ নহয়)। গতিকে তেওঁ বিষণ্ণ হৈ থাকিবলৈ বাধ্য হয়। ভাষান্তৰত, অস্তিত্ববাদীয়ে নিজে গঢ়ি লোৱা স্বাধীনতা আৰু তাৰ পৰিণামস্বৰূপে তেওঁ বহন কৰিবলগীয়া হোৱা গধুৰ দায়িত্ব তেওঁৰ বেদনাৰ (anguish) উৎস দেখ্‌দেখ্‌কৈ, অস্তিত্ববাদীৰ এই বেদনা সমাজৰ বাস্তব পৰিস্থিতিৰপৰা উদ্ভূত বেদনা নহয়, ই তেওঁৰ নিজে সৃষ্টি কৰা নৈতিক সমস্যাৰপৰা,—মানুহৰ একান্তভাৱে ব্যক্তিগত পৰিস্থিতিৰ অস্তিত্ববাদী ব্যাখ্যাৰপৰা—উদ্ভৱ হোৱা এক মেটা-ফিজিকেল বেদনাহে। নিজে সৃষ্টি কৰা আত্মিক বেদনাত তেওঁ এনেভাৱে নিমজ্জিত হৈ থাকে যে জনগণই ভোগ কৰা জ্বালা-যন্ত্ৰণাবিলাকে অস্তিত্ববাদীক চুই নিদিয়েগৈ। সেয়ে তেওঁলোকৰ বেদনাৰ সামাজিক মূল্য নাই। দৰ্শনৰ ধূসৰ পোছাক খুলি পেলালে এই কথা পৰিষ্কাৰ হৈ পৰিব যে অস্তিত্ববাদীসকলৰ স্বাধীনতা আচলতে বুৰ্জোৱা আত্মকেন্দ্ৰিকতাৰ নামান্তৰ, আৰু সেই স্বাধীনতাই সৃষ্টি কৰা বিষণ্ণতা বুৰ্জোৱা আত্মকেন্দ্ৰিকতাৰ অৱশ্যম্ভাৱী ফলশ্ৰুতি।

জীৱনবীক্ষা হিচাপে অস্তিত্ববাদৰ এটা ডাঙৰ ত্ৰুটি হ'ল—ইয়াৰ সমাজ-উদাসীন চৰিত্ৰ। মাৰ্ক্সবাদৰ নিচিনাকৈ অস্তিত্ববাদো হেগেলীয় দৰ্শনোদ্ভূত; গতিকে হেগেলীয় বিচ্ছিন্নতা অস্তিত্ববাদী-

সকলেও স্বীকাৰ কৰে। কিন্তু তেওঁলোকৰ বাবে বিচ্ছিন্ন সত্তাবিলাক ধন, ব্যক্তিগত সম্পত্তি বা ঈশ্বৰ নহয়, তেওঁলোকৰ বিচ্ছিন্ন সত্তা হ'ল সমাজ। আত্মকেন্দ্রিক দর্শনৰ মেৰজালত বন্দী অস্তিত্ববাদীয়ে বুজিব নোৱাৰে যে 'সমাজ' বুলি ব্যক্তিৰপৰা বিচ্ছিন্ন এটা স্বকীয়া সত্তা নাই। ব্যক্তিৰ সমষ্টিয়েই হ'ল সমাজ; সমাজ ব্যক্তিৰ বিৰোধী নহয়, বৰং ব্যক্তিকহে তাৰ সামাজিক সম্পৰ্কবিলাকৰ এটা গোট বুলি ক'ব পাৰি। সমাজক ব্যক্তিৰপৰা বিচ্ছিন্ন এটা স্বকীয়া গোট বুলি নাভাবিবলৈ মাৰ্ক্সেও আমাক তাহানিতে সঁকিয়াই থৈ গৈছে। ("What is to be avoided above all is the re-establishing of 'society' as an abstraction vis-a-vis the individual. The individual is the social being."—'১৮৪৪ চনৰ অৰ্থনীতি আৰু দৰ্শন বিষয়ক পাণ্ডুলিপি') ।কিন্তু অস্তিত্ববাদী-সকলে সমাজক ব্যক্তিৰপৰা বিচ্ছিন্ন এটা বিমূৰ্ত, পৰকীয় সত্তা বুলি ভাৱে; তেওঁলোকৰ বাবে সমাজখন হ'ল—The Other.

অস্তিত্ববাদীসকলে সমাজখনক এনেদৰে গণ্য কৰাৰ কাৰণ কি? পূৰ্বেই কোৱা হৈছে, অস্তিত্ববাদীসকল মানুহক পৰ্যবেক্ষণৰ বা অধ্যয়নৰ এটা নিষ্ক্ৰিয় বিষয় কৰাৰ ঘোৰ বিৰোধী। কিন্তু তেওঁলোকৰ ইচ্ছাৰ বিপৰীতে মানুহৰ পৰিচয় হয় সদায় সমাজৰ যোগেদিহে; এজন মানুহে নিজৰ বিষয়ে কি বুলি ভাৱে সি ব্যক্তিৰ পৰিচয় নহয়; সমাজে তেওঁৰ বিষয়ে কি বুলি ভাৱে সিহে তেওঁৰ প্ৰকৃত পৰিচয়। সেয়ে ব্যক্তিয়ে এনেভাৱে কাম কৰিব লগাত পৰে যেন সমাজে তেওঁৰ ওপৰত অনবৰতে খবৰদাৰী কৰি আছে! সমাজখন যেন তেওঁৰ পৰিপন্থী এটা স্বকীয়া সত্তা! অস্তিত্ববাদী মানুহৰ বাবে ই এটা অস্বস্তিজনক পৰিস্থিতি।

অস্তিত্ববাদত মানুহৰ ভৱিষ্যত যিহেতু মানুহৰ হাতত, গতিকে মানুহে ইয়াত নিজকে অতিক্ৰম ক'ৰি গৈ থাকে (depassement), আৰু এইদৰে ই সদায় নিজৰ 'বাহিৰ'ত বাস কৰে। অস্তিত্ববাদী

এজন বিচ্ছিন্ন মানুহ ; কিন্তু এই বিচ্ছিন্নতাৰপৰা মুক্ত বিচৰাৰ কোনো ধৰণৰ প্ৰচেষ্টা তেওঁৰ নাই ।তেওঁ সদায় ‘বাহিৰ’ত থাকে— নিজৰ বাহিৰত, পৰিয়ালৰ বাহিৰত, বন্ধুবৰ্গৰ বাহিৰত। জীৱনে, সমাজে, ব্যক্তি–সংসৰ্গই তেওঁৰ মনত এক বমিৰ ভাব ( nausea ) উদ্রেক কৰে । অতি বিষাদেৰে তেওঁ বিচ্ছিন্নতাক আঁকোৱালি ধৰি থাকে । তেওঁ নিঠৰুৱা আৰু পৰিত্যক্ত (forlorn, abandoned) ; তেওঁৰ প্ৰিয় পৰিস্থিতিবিলাক হ’ল—মৃত্যু, যন্ত্ৰণা, আতংক, অতৃপ্তি, পাপ, ভয়, ইত্যাদি । তেওঁ জীয়াই আছোঁ বুলি নকয় ; কয়, ‘জীৱনটো আমি সহ্য কৰিছোঁ’ ( stand life, endure life ) । জগতত বাস কৰিছোঁ বুলি তেওঁ নকয়, কয়,—‘জগতলৈ আমাক নিক্ষেপ কৰা হৈছে’ ( thrown into the world )। অৱক্ষয়মান বুৰ্জোৱা সমাজৰ কৰ্কশ ভূমিৰপৰা জীৱনৰ সাৰ আহৰণত ব্যৰ্থ হৈ অস্তিত্ববাদীয়ে জীৱনটোকে অসাৰ আৰু অৰ্থশূণ্য বুলি ভুল কৰে ; জীয়াই থকাৰ, কোনো প্ৰকাৰৰ মানৱীয় প্ৰচেষ্টাৰ অৰ্থ নাই বুলি তেওঁলোকে ধৰি লয়, আৰু এক বিষণ্ণ জীৱন যাপন কৰে । তেওঁ- লোকে কয়, ‘জগতৰ সকলো বস্তু জন্মে বিনা কাৰণত, চলি থাকে দুৰ্বলভাৱে আৰু মৰে দুৰ্ঘটনাত । ……… অৰ্থহীন আমাৰ জন্ম, অৰ্থহীন আমাৰ মৃত্যু’ । ( জীৱনৰ প্ৰতি এনে মনোভাৱ কেৱল অস্তিত্ববাদীসকলৰেই নহয়, প্ৰায়বোৰ বুৰ্জোৱা চিন্তাবিদেই এনে মনোভাৱৰদ্বাৰা আচ্ছন্ন । এলিয়টৰ ‘ৱেষ্টলেণ্ড’ সৰ্বজনবিদিত । ৰাছেলেও তেওঁৰ ‘মুক্ত মানৱৰ উপাসনা’ নামৰ ৰচনাখনত জীৱনৰ প্ৰতি এনে নৈৰাশ্যপূৰ্ণ মনোভাৱ অতি মৰ্মস্পৰ্শী ভাষাৰে প্ৰকাশ কৰিছে ) ।

অস্তিত্ববাদী দৰ্শন এক তীব্ৰভাৱে ব্যক্তি কেন্দ্ৰিক দৰ্শন । ব্যক্তিৰ কোনো প্ৰকাৰৰ সাধাৰণীকৰণ এই দৰ্শনে স্বীকাৰ নকৰে। এই দৰ্শনৰ মতে পৃথিৱীৰ প্ৰতিজন ব্যক্তিয়েই একো একোটা স্বতন্ত্ৰ, অপূৰ্ব সত্তা ; প্ৰতিজনৰে সমস্যা, অভিজ্ঞতা, জীৱনবোধ স্বকীয়া স্বকীয়া ;

এজন ব্যক্তিৰ চিন্তা-চৰ্চাৰ লগত আন এজন ব্যক্তিৰ চিন্তা-চৰ্চাৰ মিল থকা সম্ভৱ নহয়। সেয়ে এই দৰ্শনত মানুহ নিঃসংগ হবলৈ বাধ্য। অস্তিত্ববাদী মানুহ সদায় অকলশৰীয়া আৰু তেওঁৰ মন বিষাদেৰে পৰিপূৰ্ণ। শূণ্যতাৰ ( nothingness ) বাহিৰে জগতত তেওঁ আন একো দেখা নাপায়। প্ৰেম, প্ৰীতি, সামাজিক প্ৰগতি—এই সকলোবিলাক তেওঁৰ মনত নিৰৰ্থক শব্দ মাথোন; যি অৰ্থপূৰ্ণ, সি হৈছে শূণ্যতা। তেওঁৰ উচ্চাৰিত বাক্যসমূহ হ'ল এনে ধৰণৰ: 'শূণ্যতাতকৈ বাস্তৱ আৰু একো নাই;' মানুহৰ অস্তিত্বৰ নায্যতা দিয়ে শূণ্যতাই, মাথোঁ শূণ্যতাই, ইত্যাদি।

নাগাৰ্জুনৰ শূণ্যবাদৰ দৰে অস্তিত্ববাদেও শূণ্যতাক এইদৰে এটা বাস্তৱ সত্তা কৰি তুলিছে, আৰু এইদৰেই ই এবিধ এবচাৰ্ড দৰ্শনত পৰিণত হৈছেগৈ। অস্তিত্ববাদী নাটক আৰু উপন্যাসবোৰ পঢ়িলে অদ্ভুত অভিজ্ঞতা লাভ কৰা যায়। মানৱীয় অস্তিত্ব, মানৱীয় স্বাধীনতা ৰক্ষাৰ বাবে এনেবোৰ নাটক আৰু উপন্যাসৰ নায়কে আত্মহত্যা কৰে, প্ৰেয়সীৰ প্ৰেম প্ৰত্যাখ্যান কৰে, আনকি খুনো কৰে! মৰমী মাকৰ মৃত্যুত অস্তিত্ববাদী উপন্যাসৰ নায়কে এজনী অচিন তিৰোতাৰ প্ৰতি থকা উদাসীনতাৰে কয়, 'এজনী তিৰোতাৰ মৃত্যু হ'ল।' 'আমাৰ বিয়াৰ ক্ষেত্ৰত কি সিদ্ধান্ত ললা' বুলি নায়িকাই যদি অস্তিত্ববাদী নাটকৰ নায়কক সোধে, তেতিয়া নায়কে উত্তৰ দিয়ে এনে ধৰণে; 'সিদ্ধান্ত মই এতিয়াও লোৱা নাই। কিন্তু কেইটামান সিদ্ধান্তৰ কথা বিবেচনা কৰি আছোঁ; যেনে—'মই আত্মহত্যা কৰিম।' (আজি-কালি এনে ধৰণৰ এবচাৰ্ড চিনেমাও ওলাইছে। 'ব্লু' আপ' নামে এখন ইংৰাজী চিনেমা চোৱা মনত পৰে। তাৰ এটা দৃশ্যত শূণ্যতাক বাস্তৱতাৰ পৰ্য্যায়লৈ লৈ যাবলৈ চেষ্টা কৰা হৈছিল এনে ধৰণে; কেইজনমান মানুহে টেনিচ খেলি আছে, কিন্তু কোৰ্ট আৰু নেটখনৰ বাহিৰে তেওঁলোকৰ হাতত বল বা বেট একোৱেই নাই!)

এইদৰে মূলতে এবিধ মানৱকেন্দ্ৰিক দৰ্শন হোৱা সত্বেও তীব্ৰ

আত্মকেন্দ্ৰিকতাৰ বাবেই অস্তিত্ববাদ যেন অৱশেষত গৈ এবিধ উন্মাদৰ দৰ্শনত পৰিণত হবলৈ বাধ্য হৈছেগৈ।[৩] মনৰ যে এটা অযৌক্তিক, আনুভূতিক দিশ আছে, তাক অস্বীকাৰ কৰা টান। জীৱনৰ প্ৰতিটো খোজতে যুক্তিৰ প্ৰতি ভক্তিৰ পৰাকাষ্ঠা প্ৰদৰ্শন কৰিবলৈ মানুহৰ মনটো এটা কম্পিউটাৰ বা বৈদ্যুতিক গণনা-যন্ত্ৰ নহয়। সেইবুলি মনৰ অযৌক্তিক দিশটোকেই মহিমামণ্ডিত কৰি যদি ইয়াৰ যৌক্তিক দিশটোক অৱহেলা কৰা যায়, তেনেহলে উন্মাদনা ইয়াৰ পৰিণতি হবলৈ বাধ্য,—আৰু অস্তিত্ববাদী দৰ্শনো বহু সময়ত সেয়ে হৈ পৰা দেখা যায়।

অস্তিত্ববাদসকলৰ এটা বুজন চামে প্ৰগতিক অস্বীকাৰ কৰিব খোজে আৰু সমাজখন যেনেভাৱে আছে তেনেভাৱেই মানি লয়। গতিকে আচৰিত নহয় যে তেওঁলোকৰ আদৰ্শ পুৰুষ হ'ল গ্ৰীক উপকথাৰ চিচিফাছ। (কেমুৱে তেওঁৰ এখন গ্ৰন্থত মানুহৰ জীৱনটোক চিচিফাছৰ জীৱনৰ লগত তুলনাও কৰিছে)। কিন্তু যি সকলে জীৱনটো এটা প্ৰত্যাহ্বান হিচাপে লয় আৰু পৰিৱৰ্তন সম্ভৱ বুলি ভাবে, তেওঁলোকৰ বাবে আদৰ্শ পুৰুষ হোৱা উচিত চিচিফাছ নহয়, প্ৰমিথিউছহে, মানৱ-কল্যাণৰ বাবে যি নিজে নিষ্পেষিত হৈয়ো নিষ্পেষণকাৰী দেৱতাক সদৰ্পে কব পাৰিছিল,

Fiend ! I defy thee ! with a calm and fixed mind,
All that thou canst inflict I bid thee do ;
Foul tyrant both of Gods and Humankind
Only one being thoushalt not subdue.

(১৯৭৪)

—x—

# লোকায়ত চিন্তা

মানুহৰ মাজত যি প্ৰচলিত ('লোকেষু আয়তঃ') সিয়েই হ'ল লোকায়ত। কোনো কোনোৱে আকৌ এই অৰ্থও কৰে যে লোকায়ত হ'ল ইহলোকৰ ভেঁটি ('লোকস্য আয়তনঃ')। ইহলোকৰ ভেঁটিনো কি? বিভিন্ন পণ্ডিতে ইয়াৰ বিভিন্ন উত্তৰ দিয়। কোনোবাই কব প্ৰেম আৰু নৈতিকতা, কোনোবাই কব জ্ঞান আৰু চিন্তা, কোনোবাই আকৌ কব ধৰ্ম আৰু ভগৱৎ-প্ৰীতি। কিন্তু ৰাস্তাৰে গৈ থকা এজন সাধাৰণ নাগৰিকক যদি সোধা যায়, তেওঁ দিব ইয়াৰ সহজ অথচ সঠিক উত্তৰ—ইহলোকৰ ভেঁটি হ'ল, দুবেলা দুমুঠি খাই সুখ আৰু আনন্দত জীয়াই থকা।

সন্দেহ নাই, মানুহ প্ৰকৃতিৰ মহত্তম প্ৰাণী আৰু ইতৰ প্ৰাণীৰ নিচিনাকৈ ইয়াৰো জীৱনৰ মৌলিক লক্ষ্য হ'ল খাদ্য সংগ্ৰহ। অৱশ্যে ইতৰ প্ৰাণীৰ নিচিনাকৈ মানুহে খাদ্য কেৱল সংগ্ৰহেই নকৰে, ই খাদ্য উৎপাদনো কৰে। খাদ্য সংগ্ৰহ আৰু উৎপাদনৰ বাবে প্ৰয়োজন হয় পাৰস্পৰিক সহযোগিতাৰ, আৰু এইদৰেই গঢ়ি উঠে এখন মানৱ সমাজ। জ্ঞান-বিজ্ঞানৰ বিভিন্ন জটিল তত্ত্বসমূহ আজি ব্যৱহাৰিক পাৰ্থিৱ জীৱনৰ বহু ঊৰ্দ্ধত যেন লাগিলেও এসময়ত কিন্তু এই সকলোবিলাকৰে উদ্ভৱ হৈছিল মানুহৰ খাদ্য উৎপাদনৰ সঁজুলিসমূহ উন্নততৰ কৰাৰ চেষ্টাৰ পৰাই। আন নালাগে, বিজ্ঞানৰ বিশুদ্ধতম শাখা যেন লগা গণিত আৰু জ্যামিতি-য়েও এসময়ত জন্ম লাভ কৰিছিল মানুহৰ এনে ব্যৱহাৰিক চিন্তাৰ ফলতেই। দিন-বাৰৰ উপৰিও উৎপাদিত খাদ্যৰ হিচাব-পত্ৰ

বথাৰ আগ্ৰহে গণিতৰ, আনফালে খাদ্য উৎপাদনৰ থলী,—পথাৰৰ জোখ-মাখে জ্যামিতিৰ ( Geo-metry!= earth measurement ) জন্ম দিছিল ।

আদিম সমাজত খাদ্য উৎপাদনৰ প্ৰণালী আছিল সহজ-সৰল । খাদ্য বাহি নহৈছিল ; শ্ৰমৰ পৰিণামত যিখিনি খাদ্য পোৱা হৈছিল, তাক সকলোৱে ভগাই লওঁতেই শেষ হৈছিল । কিন্তু লাহে লাহে উৎপাদনৰ সঁজুলি উন্নততৰ হৈ আহিল, উৎপাদিত খাদ্য বাহি হবলৈ ধৰিলে । ফলত মানুহৰ মনত প্ৰথম বাৰৰ বাবে ‘সঞ্চয়’ৰ প্ৰশ্ন জাগিল আৰু ইয়েই মানুহক ব্যক্তিকেন্দ্ৰিক কৰি তুলিলে । নিজৰ সুবিধা অনুযায়ী এই বাহি খাদ্য এজনে আন এজনৰ লগত সাল-সলনি কৰিবলৈ ধৰিলে ( যদিও প্ৰথম অৱস্থাত এই বিনিয়োগ প্ৰক্ৰিয়া আৰম্ভ হৈছিল গোষ্ঠীসমূহৰ মাজতহে ) । এইদৰেই উদ্ভৱ হ’ল ‘পণ্য দ্ৰব্য’ৰ (commodity) । আৰম্ভণিতে, চিনাকি চুবুৰীয়াৰ মাজতে পণ্যদ্ৰব্যৰ বিনিয়োগ আবদ্ধ হৈ আছিল । কিন্তু লাহে লাহে পণ্যদ্ৰব্যসমূহ দূৰৈৰ অচিনাকি মানুহৰ হাতলৈয়ো যাবলৈ ধৰিলে ; বিনিয়োগ আৰু বিতৰণৰ নিয়মসমূহ জটিল হৈ আহিল । এই জটিলতাই জন্ম দিলে ‘মুদ্ৰা’ৰ আৰু ‘বজাৰ’ৰ ; বজাৰে জন্ম দিলে ‘বনিক’ নামৰ এটা নতুন সামাজিক শ্ৰেণীৰ । উৎপাদনৰ বৃদ্ধিয়ে সমাজত এইদৰে শ্ৰম-বিভাজনৰ সৃষ্টি কৰিলে ; সৃষ্টি কৰিলে শ্ৰেণী বিভাজনৰো । সমাজখন প্ৰকৃত উৎপাদনকাৰী আৰু উৎপাদনৰ বিতৰণকাৰী—এই দুটা প্ৰধান শ্ৰেণীত ভাগ হৈ পৰিল । উৎপাদন আৰু বিতৰণৰ নিয়ম ক্ৰমাৎ এনে জটিল হৈ আহিল যে নিজৰ উৎপাদিত দ্ৰব্যৰ ওপৰত প্ৰকৃত উৎপাদনকাৰীৰ নিয়ন্ত্ৰণ হেৰাই গ’ল । বিতৰণৰ অসুবিধাৰ পৰা উৎপাদনকাৰীক ৰেহাই দিয়াৰ অজুহাত লৈ উৎপাদনৰ বিতৰণকাৰীয়েই কালক্ৰমত হৈ পৰিল সৰ্বেসৰ্বা, সমাজৰ প্ৰকৃত শাসক ।

উৎপাদন-সঁজুলিৰ উন্নতিৰ-লগে লগে মানুহে উৎপাদন কৰিবলৈ লৈছিল কেৱল নিজৰ ক্ষুৎবৃত্তি নিবাৰণৰ বাবেই নহয়, বৰং বিতৰণ আৰু সঞ্চয়ৰ বাবেও। ইয়েই সমাজত সৃষ্টি কৰিলে 'সম্পত্তি'ৰ ধাৰণা। ইয়াৰ পৰিণামত যেমনৰ মন্দিৰ হৈ পৰিল মানুহৰ প্ৰধান পূজ্যপীঠ। (ইজিপ্ত, বেবিলন আদি মানৱ সভ্যতাৰ আদি স্থানসমূহত মঠ-মন্দিৰবিলাক সঁচাকৈয়ে ব্যৱসায়ৰ কেন্দ্ৰ আছিল।) মানুহৰ বাবে খাদ্য আৰু বেছিদিন লখিমী হৈ নাথাকিল, লখিমী হৈ পৰিল সম্পত্তি আৰু এওঁ বাস কৰিবলৈ ললে পথাৰত নহয়, বাণিজ্যতহে ('বাণিজ্যে বসতি লক্ষ্মী:...')।

সম্পত্তিৰ আদি ৰূপটো আছিল জনজাতীয় (tribal)। মাছ মাৰি, চিকাৰ কৰি, গৰু-ছাগলী পুহি, খুব বেছি কিছু শুকান খেতি কৰি মানুহে সম্পত্তি সঞ্চয় কৰিছিল। কিন্তু এই সম্পত্তিৰ পৰিমাণ আছিল নিচেই তাকৰ যাৰ ফলত সেই সময়ত মানুহৰ মনত সোমাইছিল অহং ভাৱৰ বীজহে মাত্ৰ—তাৰ বিকাশ ঘটা নাছিল। সম্পত্তিৰ দ্বিতীয় প্ৰধান ৰূপটো হ'ল সামন্ত-ধৰ্মী (feudal)। লোহাৰ নাঙল আদিৰ উদ্ভৱ হোৱাত সামন্ত যুগত বিস্তৃতভাৱে আৰ্দ্ৰ খেতি কৰাৰ সুচল ওলাইছিল। ব্যৱসায়-বাণিজ্য এই যুগত আছিল, তথাপি সম্পত্তি আছিল ঘাইকৈ মাটিৰ ৰূপত। জনজাতীয় সমাজৰ তুলনাত এই সমাজ বৃহত্তৰ আছিল; কিন্তু খেতিয়েই প্ৰধান হোৱা বাবে গাওঁ আৰু চহৰৰ ভেদাভেদ তেনেকৈ হোৱা নাছিল।

কিন্তু পঞ্চদশ শতিকাত য়ুৰোপত দেখা দিয়া নৱন্যাস আন্দোলনৰ পিছত সম্পত্তিৰ যি ৰূপ সমাজত উদ্ভৱ হ'ল, সি হল 'পুঁজি' (capital)। ধনেই হৈ পৰিল সমাজৰ প্ৰধান চালিকা শক্তি। আধুনিক বিজ্ঞানে জন্ম দিলে শিল্পৰ (industry), আৰু আগৰ সামন্ত-যুগীয় বাণিজ্য নহয়, আধুনিক শিল্প-জড়িত বাণিজ্যহে হৈ পৰিল সম্পত্তি সঞ্চয়ৰ মুখ্য উপায়। গাওঁ আৰু চহৰৰ ভেদাভেদ এই

যুগত সম্পূর্ণ হ'ল ; বজাৰ হৈ পৰিল আন্তৰ্জাতিক, আৰু পৃথিৱীৰ অনুন্নত দেশবোৰে এতিয়া নিৰ্ভৰ কৰিবলৈ ললে শিল্প-বাণিজ্যত চহকী পৃথিৱীৰ উন্নত দেশবোৰৰ ওপৰত । ইয়েই জন্ম দিলে আধুনিক সাম্ৰাজ্যবাদৰ ।

পুঁজিবাদে কৃষি আৰু শিল্পৰ শ্ৰমিকসকলক কৰি তুলিলে শ্ৰমৰ ভৰত পংগু, ভগ্নকায়, ভগ্নোদ্যম কিছুমানে জন্তুৰ দৰে, কিম্বা এটা যন্ত্ৰৰ নিষ্প্ৰাণ অংগৰ দৰে ; আনহাতে পুঁজিদাৰসকলক ই কৰি তুলিলে এওঁলোকৰ শ্ৰমেৰে ই স্ফীতকায় আৰু স্ফীতোদ্যম কিছুমান পৰম ক্ষমতাশীল প্ৰাণীত ; পুঁজিদাৰৰ শিল্পোদ্যোগসমূহ নিয়াৰিকৈ চলাই নিবৰ বাবে শ্ৰমিক আৰু শ্ৰম-নিয়ন্তাসকলৰ উপৰিও এই যুগত উদ্ভৱ হ'ল এক নতুন মধ্যশ্ৰেণীৰ ( petty bourgeoisie )। এওঁলোকে নিজৰ সুবিধা অনুযায়ী প্ৰায়েই পুঁজিদাৰৰ ফালে, কেতিয়াবা শ্ৰমিকৰ ফালেও, মাত মাতিবলৈ ললে ।

এই নৱ গঠিত সমাজখনত বজাৰেই হ'লগৈ মুখ্য আৰু লাভেই হ'লগৈ সকলোৰে একমাত্ৰ লক্ষ্য । সকলো,—আনকি কলা-সাহিত্যৰ দৰে মানৱ হৃদয়ৰ বিশুদ্ধতম নিৰ্য্যাসো-এই সমাজত পণ্য দ্ৰব্যৰ তুল্য হৈ পৰিল । জনজাতীয় সমাজত মানুহৰ মনত অহংবোধৰ যি বীজ অংকুৰিত হৈছিল, এই সমাজত তাৰ পূৰ্ণ বিকাশ ঘটিল । স্বাৰ্থই, নিৰ্লজ্জভাৱে নাঙঠ স্বাৰ্থই—সমাজৰ প্ৰতিজন ব্যক্তিকে এতিয়া উন্মাদৰ দৰে দৌৰাই ফুৰাবলৈ ধৰিলে ।

ৰাষ্ট্ৰ—আইন আৰু ৰাজনীতিৰ—উদ্ভৱ হৈছিল জনজাতীয় সমাজৰ অৱসানৰ প্ৰায় লগে লগেই । যাইকৈ শোষণ সুচাৰু কৰাৰ অৰ্থে, সামাজিক শৃংখলা ৰক্ষাৰ অৰ্থেও, শাসকগোষ্ঠীয়ে ইবিলাকৰ জন্ম দিছিল । তদুপৰি ৰাষ্ট্ৰৰ লগতে উদ্ভৱ হৈছিল ধৰ্মৰ । ( উল্লেখনীয় যে সভ্যতাৰ আদি অৱস্থাত শাসক আৰু পুৰোহিতৰ মাজত ভেদাভেদ নাছিল ; ৰাষ্ট্ৰৰ পুৰোহিতেই আছিল ৰাষ্ট্ৰৰ শাসকো। ) অৰ্থনীতিৰ জটিল নিয়ম বুজিব নোৱাৰি

উৎপাদনকাৰী শ্ৰমিকে ভাবিছিল—পুৰাৰপৰা গধূলিলৈকে খাটিও আমি দেখোন ভালকৈ নাপাওঁ; ইয়াৰ নিশ্চয় কিবা এটা কাৰণ থাকিব লাগিব। পূৰ্বজন্মত আমি নিশ্চয় কিবা বেয়া কাম কৰিছিলো, সেয়ে ইহজন্মত ঈশ্বৰে আমাক শাস্তি দিছে; ইহজন্মৰ দুখ যদি আমি নিৰবে সহ্য কৰি যাব পাৰোঁ, তেন্তে অহা জনমটো আমাৰ বাবে নিশ্চয় সুখৰ নন্দন-কানন হৈ পৰিব! ঈশ্বৰ আৰু পৰজন্মৰ এনে ধাৰণাৰে শোষিতসকলে লভিছিল মানসিক শান্তি। আনহাতে সামাজিক অন্যায়ৰ বিৰুদ্ধে কৰা বিদ্ৰোহৰ প্ৰতিষেধক হোৱা বাবে শোষক শ্ৰেণীৰ পক্ষেও এই ধাৰণাবিলাক আদৰণীয় আছিল। তদুপৰি শোষিত শ্ৰেণীৰ দয়াত শোষকসকলে দেখিছিল—আমি দেখোন যি বিচাৰোঁ, তাকে পাওঁ; যি পদাৰ্থকে মনত কল্পনা কৰোঁ, বাস্তৱত সেই পদাৰ্থকে দেখোন লাভ কৰোঁ! গতিকে তেওঁলোক এই সিদ্ধান্তলৈ আহিছিল যে পদাৰ্থ আচল নহয়, মনহে আচল; বস্তু-জগত সত্য নহয়, সত্য ভাৱ-জগতহে। এইদৰেই উদ্ভৱ হৈছিল ভাৱবাদী দৰ্শনৰ (মন কৰিবলগীয়া যে আদিম সমাজবিলাকত ভাৱবাদ নাছিল, আছিল বস্তুবাদহে; ভাৰতৰ ঋগবৈদিক দৰ্শন বা গ্ৰীচৰ প্ৰাক-চক্ৰেটিক দৰ্শন আছিল ঘাইকৈ বস্তুবাদী। সামাজিক শ্ৰেণী বিভাজন কটকটীয়া হোৱাৰ পিছতহে সমাজত ভাৱবাদৰ উৎপত্তি হয়। গ্ৰীচত ইয়াৰ উৎপত্তি হৈছিল প্লেট'ৰ দিনৰপৰা, ভাৰতত উপনিষদকাৰসকলৰ দিনৰপৰা।)

খৃষ্টীয় ওঠৰ শতিকা পৰ্যন্ত পৃথিৱীৰ প্ৰায়বোৰ চিন্তাবিদেই ভাবিছিল যে সমাজখন চালনা কৰে কেৱল চিন্তাই আৰু সেয়ে কেৱল চিন্তাৰদ্বাৰাই, কিছুমান সৎ নীতি-বাক্যৰদ্বাৰাই, সমাজখন সৎ আৰু নৈতিক কৰি তুলিব পাৰি। কিন্তু ঊনৈশ শতিকাত অভ্যুত্থান ঘটিল এবিধ বিজ্ঞান সন্মত, নতুন লোকায়ত দৰ্শনৰ। এই দৰ্শনে প্ৰচাৰ কৰিলে যে 'চিন্তা সমাজৰ চালিকা শক্তি'—

এই ধাৰণা ভ্ৰান্ত, কৰ্মৰ পৰা জ্ঞানৰ বিচ্ছেদেই হ'ল এই ভ্ৰান্তিৰ উৎস। সমাজখন পৰিচালনা কৰে জ্ঞানে নহয়, ধৰ্মই নহয়, নৈতিকতাই নহয়; সমাজ পৰিবৰ্তনত ইবিলাকৰ ভূমিকা গৌণ। সমাজৰ প্ৰকৃত ভেঁটি হ'ল অৰ্থনীতিহে; সেয়ে সকলোবিলাক সামাজিক সমস্যাৰ মূল আমি বিচাৰিব লাগিব মানুহৰ হৃদয়ত, মানুহৰ মগজুত নহয়; বৰং বহিৰ্বাস্তৱতহে,—সমাজত ক্ৰিয়া কৰা অৰ্থনৈতিক সূত্ৰসমূহৰ মাজতহে। নতুন লোকায়ত দৰ্শনৰ প্ৰবক্তা সকলৰ মতে উৎপাদন পদ্ধতিৰ, উৎপাদন আৰু বিতৰণৰ বিষয় সমূহৰ পৰিবৰ্তনৰ লগে লগে, মানুহে প্ৰায় কৰ নোৱাৰাকৈয়ে, সমাজখন পৰিবৰ্তিত হৈ গৈ থাকে; কলা-সাহিত্য, ধৰ্ম-নৈতিকতা, দৰ্শন-ৰাজনীতি—এই সকলোবোৰ আচলতে সমাজৰ মূল অৰ্থনৈতিক গাঁঠনিটোৰ কিছুমান ওপৰ গাঁঠনিহে (super structure)। সেয়ে সমাজৰ মূল গাঁঠনিটো উপেক্ষা কৰি ইবিলাকৰ বিজ্ঞানসম্মত আলোচনা অসম্ভৱ।

ভাৰতৰ আদিম লোকায়তিকসকল আছিল ভোগবাদী; ধাৰ কৰি হলেও ঘিউ খাবলৈ তেওঁলোকে মানুহক উপদেশ দিছিল। কিন্তু আধুনিক লোকায়ত দৰ্শনৰ লক্ষ্য ব্যক্তিগত ভোগ আৰু বিলাস নহয়, বৰং সমূহীয়া আনন্দ আৰু শান্তিহে। আজিৰ লোকায়তিক আগ্ৰহী এনে এখন সমাজ স্থাপনতহে, য'ত কেৱল শ্ৰমকাৰী আৰু কেৱল শ্ৰমৰ উপভোগকাৰী বুলি দুটা শ্ৰেণী নাথাকে, থাকিব মাথোন এক মানৱ শ্ৰেণীহে; য'ত উৎপাদনৰ বিতৰণ আৰু বিনিয়োগ নিয়ন্ত্ৰণ কৰা হব একোজন ব্যক্তিৰ কিবা একোটা গোষ্ঠীৰদ্বাৰা নহয়, বৰং সমাজৰদ্বাৰা যাতে উৎপাদনৰ ফল সবল-দুৰ্বল, বুদ্ধিমান-বুদ্ধিহীন সকলোৱে সমানে উপভোগ কৰিব পাৰে। 'From each according to his ability to each according to his need'—এয়েই হ'ল আজিৰ লোকায়ত দৰ্শনৰ বীজমন্ত্ৰ। ১৯৮১

—×—

# আদিম কলা

মানুহৰ ধ্যান-ধাৰণা, তাৰ চিন্তা-ভাৱনা সমাজৰ উৎপাদিকা শক্তিসমূহৰ লগত ঘনিষ্ঠভাৱে জড়িত। সেয়ে উৎপাদিকা শক্তি-সমূহৰ বিকাশৰ লগে লগে, সমাজ বিৱৰ্তনৰ লগে লগে মানুহৰ ধ্যান-ধাৰণাৰো পৰিৱৰ্তন ঘটে। ধৰ্ম বা বিজ্ঞান বুলিলে আমি যেনেদৰে বুজোঁ, আমাৰ পৰা হেজাৰ বছৰৰ আগৰ পিতৃ পুৰুষসকলে ঠিক তেনেদৰে বুজা নাছিল। কলাৰ বিষয়েও একে কথা কব পাৰি। কলা বুলিলে আধুনিক চিন্তাৰে পুষ্ট আমাৰ মনলৈ যি ভাৱ আহে, তেনে ভাৱেৰে আমাৰ আদিম পূৰ্ব পুৰুষসকলে কলাক গণ্য কৰা নাছিল। আজিৰ যুগৰ নিচিনাকৈ আদিম যুগত 'বিশুদ্ধ কলা' নামৰ কোনো 'পদাৰ্থ' নাছিল। আদিম যুগৰ শ্ৰমবিভাজনহীন সমাজত কলা বা বিজ্ঞান বা ধৰ্মৰ মাজত আজিৰ দৰে কোনো স্পষ্ট সীমাৰেখা নাছিল; আদিম মানুহৰ সৰল মানসিকতাত কলা, বিজ্ঞান, ধৰ্ম— এই সকলোবিলাক আছিল ইটোৰ লগত সিটো এৰাব নোৱাৰাকৈ অঙ্গীভূত। আদিম যুগৰ মানুহে সচেতনভাৱে সৌন্দৰ্যবোধৰ তাড়নাত কলাৰ সৃষ্টি কৰা নাছিল। বস্তুতঃ নিজৰ অস্তিত্ব ৰক্ষাত অহৰ্নিশ ব্যস্ত আদিম মানুহ সৌন্দৰ্যৰ প্ৰতি আও-কণীয়া আছিল। গানেই হওক বা নৃত্যই হওক বা চিত্ৰকলাই হওক— আদিতে এই সকলোবিলাক আছিল মানুহৰ জীৱন সংগ্ৰামৰ হাতিয়াৰ স্বৰূপ।

এই কথা অনুমান কৰা টান নহয় যে আদিম মানুহৰ অৱস্থা আজিৰ মানুহৰ দৰে নাছিল। প্ৰকৃতিৰ প্ৰবল শক্তিসমূহৰ তুলনাত

আদিম মানুহ সকলো বিষয়তে নিশকতীয়া আছিল। তাৰ নাছিল ঘৰ, নাছিল অস্ত্ৰ, নাছিল বস্ত্ৰ। প্ৰকৃতিৰ অন্যান্য প্ৰাণীসমূহৰ দৰে সিও আছিল কবলৈ গলে এটা বনবীয়া জন্তু। তেন্তে কিহৰ বলত মানুহ তাৰ বান্দৰ সদৃশ বন্য প্ৰজাতিৰ পৰা আঁতৰি আহিবলৈ সমৰ্থ হ'ল ? মানুহলৈ উন্নীত হোৱাত তাক সহায় কৰিলে কিহে ? বিভিন্ন বিজ্ঞানীয়ে ইয়াৰ বিভিন্ন উত্তৰ আগবঢ়াইছে। কিন্তু এটা কথা ঠিক যে যিবিলাক কাৰণৰ ফলত মানুহে তাৰ ইতৰ পূৰ্বপুৰুষৰ ওপৰত স্থান পাইছিল, তাৰ ভিতৰত মুখ্যতম আছিল তাৰ শ্ৰম। মানুহৰ আদিম পিতৃপিতামহসকল আছিল বান্দৰৰ দৰেই প্ৰায় চোঁঠেঙীয়া। যাতায়তৰ সময়ত অৰণ্যৰ ডাল পাতবোৰত খামোচ মাৰি ধৰাৰ বাহিৰে অন্যান্য কামত হাত দুখনৰ ব্যৱহাৰ সি নাজানিছিল। কিন্তু হাব বননি কমি অহাৰ পৰিণামস্বৰূপে তাৰ হাত দুখন লাহে লাহে মুক্ত হৈ পৰিল ; সি থিয় হৈ খোজ কাঢ়িবলৈ শিকিলে আৰু ইয়াৰ ফলত হাত দুখন সি বিভিন্ন কামত খটুৱাব পৰা হ'ল। হাতৰ এই ব্যৱহাৰ মানৱ প্ৰগতিৰ এক গুৰুত্বপূৰ্ণ পদক্ষেপ আছিল (এংগেল্‌চ্‌ৰ ভাষাত 'the dicisive step in the transition from ape to man') ইয়াৰ আগলৈকে মানুহে প্ৰকৃতিক ঠিক যেনেভাৱে আছে, তেনেভাৱেহে মাথোন ব্যৱহাৰ কৰিব পাৰিছিল ; হাত দুখন মুকলি হোৱাৰ ফলত সি তাৰ নিজৰ সুবিধা অনুযায়ী প্ৰকৃতিক কিছু পৰিমাণে নিয়ন্ত্ৰণ কৰিবলৈও সমৰ্থ হ'ল। হাতৰ সহায়েৰে মানুহে যাঠী-জাং, দা-কুঠাৰ, জাল তাঁত আদি বিভিন্ন সাজ-সঁজুলি তৈয়াৰ কৰি লবলৈ শিকিলে ; এই সঁজুলিবিলাকেৰে সি জীৱ-জন্তু চিকাৰ কৰিব পৰা হ'ল, মাছ মাৰিব পৰা হ'ল, ঘৰ-দুৱাৰ, নাও-গাড়ী আদি সাজিব পৰা হ'ল, জাৰৰ পৰা বস্ত্ৰেৰে নিজক ৰক্ষা কৰিব পৰা হ'ল— যাৰ ফলত প্ৰকৃতিৰ ওপৰত মানুহৰ নিৰ্ভৰতা বহুখিনি কমি আহিল। এটা সময় আহিল যেতিয়া প্ৰকৃতি হৈ পৰিল, মাৰ্ক্সৰ ভাষাত, 'মানুহৰ

ক্রিয়া কৰ্মৰ এটা অঙ্গস্বৰূপ।' তদুপৰি ইয়াৰ আগলৈকে মানুহ খাদ্য সংগ্ৰহকাৰী হৈয়েই আছিল। এসময়ত মানুহে উৎপাদন কৰিবলৈও শিকিলে। মানবত্বলৈ উঠাৰ পথত মানুহৰ এই নৱলব্ধ উৎপাদন ক্ষমতা আন এটা বিৰাট বিপ্লৱ আছিল। কবলৈ গলে, উৎপাদনৰ ফলতে মানুহে তাৰ সামাজিক সত্তা লাভ কৰিলে। কাৰণ "উৎপাদন কাৰ্যত মানুহে কেৱল প্ৰকৃতিৰ ওপৰতেই ক্রিয়া নকৰে, ইজনে সিজনৰ ওপৰতো ক্রিয়া কৰে। উৎপাদন সম্ভৱ হয় বিশেষ সহযোগিতাৰ আৰু কাৰ্যাৱলীৰ পাৰস্পৰিক বিনিময়ৰ সহায়ত। উৎপাদন কৰিব লাগিলে মানুহ ইজনে সিজনৰ নিৰ্দিষ্ট সম্পৰ্কলৈ আহিব লাগিব আৰু এই সম্পৰ্ক বিলাকৰ মাজেদিহে প্ৰকৃতিৰ ওপৰত মানুহৰ ক্রিয়া সম্পাদিত হয়, আন ভাষাত উৎপাদন সম্ভৱ হয়।" (মাৰ্ক্স —'মজুৰী, শ্ৰম আৰু পুঁজি)

উৎপাদনৰ বাবে প্ৰয়োজন হৈছিল প্ৰকৃতিৰ লগত মানুহৰ উপৰিও মানুহৰ লগত মানুহৰ সহযোগিতাৰ। এই সহযোগিতাই এখন মানৱ সমাজ গঢ় দিছিল, আদিম মানুহে ইজনে সিজনৰ লগত বাৰ্তা বিনিযোগৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। ইয়াৰ ফলত মানুহৰ বাক যন্ত্ৰৰ উন্নতি হৈছিল, মানুহে কথা কবলৈ শিকিছিল। কথা কব পৰা ক্ষমতাই মানুহক জান্তৱ প্ৰাণীৰ পৰা সম্পূৰ্ণৰূপে আঁতৰাই আনিছিল, কাৰণ প্ৰাণীজগতত এই বিশেষ ক্ষমতাৰ অধিকাৰী আছিল একমাত্ৰ মানুহহে। বাক্ ক্ষমতাই সৃষ্টি কৰিলে ভাষাৰ। ভাষাই মানুহক চিন্তা কৰিবলৈ শিকালে; কাৰণ ভাষাৰ অবিহনে মানুহৰ সহজাত প্ৰবৃত্তিহে থাকে, চিন্তাশক্তি নাথাকে। (সেয়েই মাৰ্ক্সে ভাষাক তেওঁৰ 'জাৰ্মান আইডিওলজি' গ্ৰন্থত 'the immediate actuality of thought' আখ্যা দিছে।) গতিকে ভাষাৰ উৎপত্তিৰ লগে লগে মানুহে চিন্তা কৰিবলৈ সমৰ্থ হ'ল।

আদিম মানুহৰ ভাষাও আছিল আদিম। উপযুক্ত শব্দৰ অভাৱত ভাব প্ৰকাশ এটা কঠিন কাম আছিল। গতিকে আদিম

মানুহৰ ভাষা আছিল স্বভাৱতেই উচ্ছাসপূৰ্ণ, কাব্যময়, আৰু শৰীৰৰ অঙ্গী ভঙ্গীৰ সৈতে বিজড়িত। ভাব বিনিময়ৰ উপৰিও প্ৰকৃতিক যেতিয়া তেওঁলোকে নিজৰ উদ্দেশ্যৰ লগত খাপ খোৱা কৰি তুলিব খুজিছিল, তেতিয়া ভাষা হৈ পৰিছিল অধিক উচ্ছাসপূৰ্ণ, অধিক কাব্যময় আৰু শৰীৰৰ অংগ চালনাৰ সৈতে অধিকভাৱে জড়িত। প্ৰকৃতিক বশীভূত কৰাৰ বৈজ্ঞানিক কৌশল আদিম মানুহৰ জনা নাছিল। গতিকে তেওঁলোকে প্ৰকৃতিক বশ কৰিব খুজিছিল প্ৰকৃতিক কল্পনাতে নিয়ন্ত্ৰণ কৰাৰ ভাও ধৰিলে বাস্তৱতো সি নিয়ন্ত্ৰিত হব বুলি ভৰা এক অলৌকিক ধাৰণাৰে। নৃবিজ্ঞানৰ পৰিভাষাত ই 'যাদু' বা 'ইন্দ্ৰজাল' বা 'মেজিক' নামেৰে জনাজাত। মেজিক আছিল আদিম মানুহৰ অভিলাষ পূৰণৰ তীব্ৰ আকাংক্ষাসঞ্জাত মানসিক ভাৱ নিঃসৰণৰ এবিধ অলৌকিক উপায়। প্ৰকৃতিক নিয়ন্ত্ৰণ কৰাৰ যি প্ৰচণ্ড আবেগ তেওঁলোকৰ মনত জন্মিছিল, তাক তেওঁলোকে ক্ষৰণ কৰিছিল প্ৰকৃতিৰ অনুসৰণকাৰী নৃত্য, গীত, নাট আদিৰ সহায়েৰে। (এৰিষ্টটোল প্ৰমুখ্য গ্ৰীক কান্তিবিদ সকলে কলাক mimesis আৰু catharsis আখ্যা দিয়া কথাটো এই সন্দৰ্ভত মন কৰিবলগীয়া।)

আদিম মানুহৰ ভাষা আছিল কাব্যিক আৰু কাব্য আছিল ঐন্দ্ৰজালিক। আনহাতে কাব্য মানেই তেওঁলোকে বুজিছিল গান, যাৰ সহায়েৰে বাস্তৱতাৰ ওপৰত অলৌকিকতা আৰোপন কৰিব, প্ৰকৃতিৰ অলৌকিক পৰিৱৰ্তন সাধিব পাৰি। প্ৰাচীন কবি আজিৰ দৰে সমাজ বিচ্ছিন্ন নীৰৱ কাব্য ৰচক নাছিল, তেওঁ আছিল সমাজৰ লগত পোনপটীয়াকৈ জড়িত, সমাজৰ কল্যাণকামী এগৰাকী জ্ঞানী পুৰুষ। ('কবি' শব্দৰ ব্যুৎপত্তিগত অৰ্থয়ো ইয়াকৈকে আঙুলিয়ায়।) সমাজৰ মংগলদায়ক কামবিলাক, যেনে— বৰষুণ অনোৱা, খেতি ভাল কৰা, যুদ্ধত জয়ী হোৱা— আদি কাম বিলাক সমাধান কৰাৰ তীব্ৰ আবেগে তেওঁক উদ্দীপ্ত কৰি ৰাখিছিল, আৰু

এই আবেগ মুক্তিৰ বাট তেওঁ বিচাৰি উলিয়াইছিল গান আৰু কৱিতাত। কিন্তু এই গান কৱিতাবিলাক লিখিত নাছিল। এই বিলাক মুখে মুখেই ৰচিত হৈছিল আৰু মুখে মুখেই সিবিলাকৰ প্ৰচাৰো ঘটিছিল। কৱিতাবিলাক সুৰ লগাই গোৱাৰ সময়ত উদ্দেশ্য সিদ্ধিৰ তীব্ৰ অভিলাষে আদিম কৱিক উত্তেজিত কৰি ৰাখিছিল আৰু অতি সহজেই তেওঁ আত্ম-বিস্মৃত হৈ পৰিছিল। প্লেট'ই তেওঁৰ 'আয়ন' গ্ৰন্থত কৱিৰ যি সংজ্ঞা দিছে ("The poet is a light and winged and hoiy thing and there is no invention in him until he has been inspired and is out of his senses and the mind is no longer in him ; when he has not attained to this state, he is powerless and unable to utter his oracles." ), তাৰ পৰাই আদিম কৱিৰ চৰিত্ৰ সম্পৰ্কে আমি কিছু আভাস পাওঁ।

খেতিৰ সময়ত, মাছ মৰা সময়ত, চিকাৰ কৰাৰ সময়ত, সূতা কটাৰ সময়ত, যুদ্ধলৈ যোৱাৰ সময়ত, আদিম মানুহে গীত গাইছিল। এই গীতবিলাক আছিল তেওঁলোকৰ অভিলাষ পূৰণৰ গীত। যেনে— খেতিৰ সময়ত তেওঁলোকে গাইছিল—

হেৰা গোৱাং দেৱতা,
আমাক প্ৰচুৰ শস্য দিয়া,
আমাৰ পথাৰ আৰু নাৰীক
কৰুণা কৰা ;
হেৰা গোৱাং দেৱতা,
পুৰুষে যেনেকৈ নাৰীক সাবটে,
পৃথিবীক সাবটক সৃষ্টিৰ বীজে।

( কন্যাক নগাৰ গীত ; উদ্ধৃত, হেম বৰুৱা : 'এই গাওঁ এই গীত' )

খৰাং বতৰত বৰষুণ বিচাৰিলে তেওঁলোকে গাইছিল—

বঢ়িয়াকৈ বৰষুণ দিব, আই,

পৃথিবীখন সেউজীয়া হব, বৰষুণ দিব।
বেজীৰ দৰে উজ্জ্বল হৈ
গাওঁখন সেউজীয়া হব, বৰষুণ দিব।
কড়িৰ দৰে উজ্জ্বল হৈ
হাবিখন সেউজীয়া হব, বৰষুণ দিব। ইত্যাদি।
(তামিল লোকগীত, পূৰ্বোক্ত গ্ৰন্থ)

ফচল ভাল কৰাত বা বৰষুণ দিয়াত এই গীতবিলাকে তেওঁলোকক সহায় কৰিছিল নে? সূতা কটা গীত সম্পৰ্কে জৰ্জ টমচনে কৰা এষাৰ মন্তব্যৰে ইয়াৰ উত্তৰ দিব পাৰি: "এই গীতবিলাকৰ কাম হ'ল— শ্ৰমোৎপাদনৰ ওপৰত এক লয়পূৰ্ণ, সম্মোহক চৰিত্ৰ আৰোপ কৰি তাক খৰতকীয়া কৰি তোলা। সূটা কাটোঁতাই গীত গায় এই উদ্দেশ্যৰে যাতে তেওঁৰ গীতে যঁতৰটো ঘূৰাই ৰাখে; আৰু গীতে যিহেতু তেওঁক যঁতৰ ঘূৰাবলৈ মনত বল দিয়ে, গতিকে ই সঁচাকৈয়ে তেওঁক যঁতৰ ঘূৰোৱাত সহায় কৰে।" ('প্ৰিহিষ্টৰিক এজিয়ন'; উদ্ধৃত, 'মাৰ্ক্সিষ্ট্‌চ অন লিটাৰেচাৰ', ডেভিদ ক্ৰেইগ সম্পাদিত,) গীত মাতসমূহে খেতি ভাল কৰাত, মাছ বা চিকাৰ পোৱাত, যুদ্ধত জয়ী হোৱাত মানুহক বল দিছিল আৰু এইদৰেই শ্ৰম সাৰ্থক হোৱাত মানুহক প্ৰকাৰান্তৰে সহায় কৰিছিল। মাছ মৰা গীত, শইচ তোলা গীত, যুদ্ধৰ গীত, যঁতৰৰ গীত, নাওখেলৰ গীত— আদি বিভিন্ন লোকগীতসমূহত শ্ৰমৰ লগত সংগীতৰ ঘনিষ্ঠ সম্পৰ্ক সহজেই চকুত পৰে। আন নালাগে, দিন হাজিৰা কৰা বনুৱাই কোনো গধুৰ বস্তু ওপৰলৈ তুলিলে 'আউৰ থেলো, হেইছোঁ' বুলি সুৰ লগাই যিবিলাক কথা কয়, তাৰ পৰাই শ্ৰমৰ লগত যে গানৰ এসময়ত অতি ওচৰ সম্পৰ্ক আছিল এই কথা অতি সহজে বুজিব পাৰি।

আধুনিক অৰ্থত কবিতাৰ জন্ম হ'ল যেতিয়া শ্ৰম-বিভাজনৰ পৰিণাম স্বৰূপে সংগীত শ্ৰমৰ পৰা বিচ্ছিন্ন হৈ পৰিল। আদিম যুগৰ দৰে পোনপটীয়া ঐন্দ্ৰজালিক উদ্দেশ্য আজিৰ কবিতাত নাই। সেই

বুলি আজিৰ কৰিতা মেজিকৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত নহয়। কৰিতাত শব্দৰ ঐন্দ্ৰজালিক মহিমাৰ কথা বাদ দিলেও কৰিতা আজিও ঘাইকৈ আবেগ অনুভূতিৰ সতেই জড়িত। আজিও কৰিৰ কাম গদ্য লেখকৰ দৰে নিৰ্মোহভাৱে চিন্তা কৰা নহয়; তেওঁৰ কাম হ'ল, টি, এচ, এলিয়টৰ ভাষাত, "তেওঁৰ যুগে যি চিন্তা কৰে, তাক মাথোন প্ৰগাঢ় অনুভূতিসহ প্ৰকাশ কৰা।"

আদিম মানুহৰ গীত-মাতৰ লগত অংগ চালনা জড়িত হৈ আছিল বুলি আমি পূৰ্বেই কৈছোঁ। ইয়েই হ'লগৈ নৃত্যৰ আৰম্ভণি। আদিম নৃত্যসমূহ আছিল ঘাইকৈ প্ৰকৃতিৰ অনুকৰণ। প্ৰকৃতিৰ এটা ঘটনা বাস্তৱত লাভ কৰাৰ ঐন্দ্ৰজালিক উদ্দেশ্য লৈ আদিম মানুহে সেই বিশেষ ঘটনাটো অনুকৰণ কৰিছিল। বৰষুণ বিচাৰিলে তেওঁলোকে কোনো অদৃশ্য দেৱতাৰ ওচৰত প্ৰাৰ্থনা নজনাইছিল, তেওঁলোকে পথাৰত বৰষুণৰ নাচ নাচিছিল; শস্য ভাল হোৱাৰ আশাত তেওঁলোকে দেৱতাৰ শৰণ নলৈছিল, বৰং তেওঁলোকে পথাৰত প্ৰজনন-মূলক নৃত্য কৰিছিল; সেইদৰে ভাল চিকাৰ পোৱাৰ আশাত তেওঁলোকে পথাৰলৈ যোৱাৰ আগতে চিকাৰী নাচ নাচি লৈছিল। গীতৰ দৰে নৃত্যও আদিম যুগৰ প্ৰতিটো অনুষ্ঠানৰে অপৰিহাৰ্য অংগ আছিল; ই আছিল আদিম মানুহৰ অভিলাষ পূৰণৰ কিছুমান ঐন্দ্ৰজালিক উপায়। জৰ্জ টমচনে লেখিছে যে অনুকৰণশীল নাচ গানবোৰত আত্মবিস্মৃত হৈ দুৰ্দম গতিৰে কৰা অংগ সঞ্চালনৰ দ্বাৰা প্ৰকৃতিৰ শক্তিত ভীত, ভোকাতুৰ আদিম মানুহে, "express their weakness in the face of nature by a hysterical act of extreme mental and physical intensity, in which they lose conciousness of the outer world as it really is, and plunge into the subconcious, the inner world of fantasy, the world as they long for it to be. By a supreme effort of will, they strive to impose illusion on reality." ( পূৰ্বোক্ত গ্ৰন্থ, )

নৃত্যৰ ঐন্দ্ৰজালিক প্ৰকৃতিৰ উদাহৰণ হিচাপে টমচনে য়ুৰোপ

আৰু আফ্ৰিকাৰ কেতবোৰ নৃত্য গীতৰ কথা উল্লেখ কৰিছে। অসমতো এনে উদাহৰণৰ অভাৱ নাই। যেনে—গাৰোসকলৰ মাজত 'মি গৈ অ' নামে এটা ভূঁইৰোৱা নৃত্য আছে। কঠিয়া কেনেকৈ সিঁচা হয় আৰু পথাৰত ভূঁই কেনেকৈ ৰোৱা হয়, তাৰ অনুকৰণত এই নৃত্য কৰা হয়। ইয়াত নাচনীবিলাকে ওখকৈ জাপ মাৰে যাতে শস্যও ওখ হয়। ইয়াৰ উপৰিও মিচিংসকলৰ 'আলি আই লিগাং', খাচীৰ 'নংক্ৰেম', মণিপুৰীসকলৰ 'লাই হাৰাওবা', গাৰোসকলৰ 'ৰংচুগালা', 'ৱাংগালা', কুকিসকলৰ 'লাসগ', 'অনল', জয়ন্তীয়াৰ 'বে দেইন খাম', মিজোৰ 'পলকূট', কাৰ্বিসকলৰ 'চমাংকান', আবৰৰ 'উঞ্চিং', ভৈয়ামৰ বিহুনাচ আদিও মূলতে হ'ল প্ৰকৃতিক নিয়ন্ত্ৰন কৰিব খোজা কেতবোৰ ঐন্দ্ৰজালিক অনুষ্ঠান।

নাচ গানৰ লগতে নাটকৰ কামো আদিতে ঐন্দ্ৰজালিক আছিল। ই আজিৰ দৰে অভিনয় নাছিল, ই আছিল প্ৰকৃতিৰ অনুকৰণ ( "The original meaning of natya is precisely miming, not acting in the modern sense"—ডি, ডি, কোশাম্বী, মিথ এণ্ড ৰিয়েলিটি )। কোনো এটা ঘটনা বাস্তৱত লাভ কৰাৰ আশাৰে কৰা আদিম যুগৰ ধৰ্মীয় ঐন্দ্ৰজালিক অনুষ্ঠানসমূহৰ লগত ই জড়িত হৈ আছিল। দৃষ্টান্তস্বৰূপে, ঋগ্বেদত উৰ্বশী আৰু পুৰুৰবাৰ যি নাটকীয় কথোপকথন পোৱা যায় ( আৰু যাক নাট্যবিদসকলে পৃথিৱীৰ আদিতম নাট্যৰূপ বুলি অভিহিত কৰিছে, ) সি আছিল আচলতে সমাজৰ হিতাৰ্থে কৰা বৈদিক যজ্ঞৰ এটা অংশ। এই কাহিনীৰে আলম লৈ পৰৱৰ্তী কালত কালিদাসে তেওঁৰ 'বিক্ৰমোৰ্বশীয়ম্' নাট ৰচনা কৰে। ইস্কাইলাছ প্ৰমুখ্যে গ্ৰীক নাট্যকাৰসকলেও একেদৰে অতীতৰ জনজাতীয় ঐন্দ্ৰজালিত অনুষ্ঠান সমূহৰ পৰাই তেওঁলোকৰ নাট্যৰ সমল গোটাইছিল। এতেকে দেখা গ'ল যে তাহানিৰ

নাট আৰিব দৰে আজৰি পৰৰ আনন্দ বিলাস নাছিল, ই আছিল বাইকৈ মানুহৰ জীৱন সংগ্ৰামৰ আহিলা ; নিজ নিজ গোষ্ঠীৰ খাদ্যসামগ্ৰী যোগান ধৰাৰ তীব্ৰ আকাংক্ষাৰ ফলশ্ৰুতি ৰূপে এই নাটসমূহৰ জন্ম হৈছিল। ( জেন হেৰিছনৰ ভাষাত এইবিলাক "arose straight out of evolution towards food supply"—এনচিয়েণ্ট আৰ্ট এণ্ড 'ৰিচুৱেল'

আদিম যুগত শিল্পকলাও আছিল মূলতঃ প্ৰকৃতিক নিয়ন্ত্ৰণ কৰিব খোজা এক অলৌকিক কৌশল। আদিম মানুহে কাঠত, শিলত, পৰ্বতৰ গুহা আদিত ছবি আঁকিছিল বা মূৰ্তি কাটিছিল নিচক সৌন্দৰ্যৰ প্ৰেৰণাত নহয়, বৰং জীৱন ধাৰণৰ বাবে লগা আহিলাসমূহ ঐন্দ্ৰজালিক উপায়েৰে সংগ্ৰহ কৰাৰ অৰ্থে। তেওঁলোকে পৰ্বতৰ গাত কাঁড়বিদ্ধ হৰিণাৰ ছবি আঁকিছিল সৌন্দৰ্যত ভোলগৈ নহয়, পিছদিনা চিকাৰৰ সময়ত তাত জীৱন্ত হৰিণা পোৱাৰ আশাৰেহে। তেওঁলোকে শৰীৰত চৰাই চিৰিকতিৰ ছবি আঁকি লৈছিল নিজৰ দেহশ্ৰী বঢাবৰ বাবে নহয়, বৰং খাদ্য হিচাপে চৰাই চিৰিকতি পোৱাৰ আশাত। যাদুকৰি শক্তি বৃদ্ধি কৰাৰ উদ্দেশ্যে আদিম মানুহে ছবিবিলাকত নানা প্ৰকাৰৰ জেজাল বং আৰু কাঁড়, বৰ্শা আদি বিভিন্ন প্ৰকাৰৰ সাংকেতিক চিহ্ন ব্যৱহাৰ কৰিছিল। স্পেইনৰ আল্টামিৰা গুহাত, ফ্ৰান্সৰ লে ট্ৰই ফ্ৰেঁৰেত, দক্ষিণ ভাৰতৰ বেলাড়ীত, মধ্য ভাৰতৰ শিংগানপুৰত, উত্তৰ ভাৰতৰ মিৰ্জাপুৰ আৰু বান্দা—ইত্যাদি পৃথিৱীৰ বিভিন্ন ঠাইত আহত হৰিণা, ধাবমান ঘোঁৰা আৰু বাইচন আদিৰ যিবোৰ আদিম চিত্ৰ পোৱা গৈছে, সেই সকলোবিলাকতে মেজিকৰ স্পষ্ট প্ৰভাৱ পণ্ডিত সকলে ধৰা পেলাইছে মনকৰিবলগীয়া যে তেওঁলোকে ধৰিব খোজা জীৱ-জন্তুবিলাকৰ লগত তেওঁলোকে অঁকা ছবিৰ সাদৃশ্যত আদিম মানুহে যথেষ্ট জোৰ দিছিল, কাৰণ 'The greater the likeness, the greater the efficacy of

the image believed to be." ( আর্নষ্ট্ ফিশ্বাৰ, দি নেচেচিটি অব আর্ট')। আনহাতে শিলত তেওঁলোকে যিবিলাক নাৰীৰ মূৰ্ত্তি খোদাই কৰিছিল (যেনে—ভিলেনডৰ্ফৰ ভেনাচ, লেপুৰ ভেনাচ, লাউখেলৰ ভেনাচ ইত্যাদি ), সিবিলাকৰ প্ৰজনন অংগসমূহ তেওঁলোকে বেছ স্পষ্ট আৰু বৰ্দ্ধিত কৰি দেখুৱাইছিল। ইয়াৰ কাৰণো আছিল ঐন্দ্ৰজালিক। নাৰীৰ লগত পৃথিৱীৰ সাদৃশ্য আদিম মানুহে দেখা পাইছিল। গতিকে নাৰীৰ প্ৰজনন অংগসমূহ বৰ্দ্ধিত কৰি দেখুৱালে পৃথিৱীৰ প্ৰজনন অৰ্থাত শক্তিও বৃদ্ধি হব বুলি তেওঁলোকে বিশ্বাস কৰিছিল।

ওপৰোক্ত আলোচনাৰ পৰা এই কথা স্পষ্ট হৈ পৰে যে আদিম মানুহে কলাক কেৱল কলাৰ বাবেই গ্ৰহণ কৰা নাছিল। জীৱন ধাৰণৰ বাবে প্ৰয়োজনীয় সামগ্ৰীসমূহৰ সংগ্ৰহ আৰু সংৰক্ষণৰ দ্বাৰা জীৱনটো সুখময় আৰু আনন্দময় কৰিব পৰা যায় এনে উদ্দেশ্যেৰে তেওঁলোকে কলা সৃষ্টিত হাত দিছিল। কিন্তু সমাজ বিৱৰ্তনৰ লগে লগে কলাই তাৰ নিছক ব্যৱহাৰিক উদ্দেশ্য ক্ৰমাৎ ত্যাগ কৰিলে। অৱশেষত এনে এটা সময় পালেহি যেতিয়া কলাৰ যে সমাজৰ প্ৰতি কিবা দায়িত্ব থাকিব পাৰে—কলাকাৰসকলে এই কথা সম্পূৰ্ণৰূপে পাহৰি পেলালে। সকলোৱে একবাক্যে ঘোষণা কৰিলে—'কলা কেৱল কলাৰ বাবেই।' কোৱা বাহুল্য, এই ঘটনাৰ অন্তৰালত আছিল আধুনিক অৰ্থ ব্যৱস্থাই কলাকাৰৰ মনত জন্ম দিয়া নিঃসংগতা আৰু বিচ্ছিন্নতাবোধ। এনে ব্যৱস্থাই সমাজক এটা পৰকীয় সত্তা বুলি ভাবিবলৈ আৰু ভ্ৰাতৃ মানুহৰ পৰা আঁতৰি আৰ্টৰূপী হৰ্ম্যৰ অন্তৰ্বাসী হবলৈ তেওঁলোকক প্ৰণোদিত কৰায়। এতেকে এনে সমাজৰ যেতিয়া অন্ত পৰিব, মাথোন তেতিয়াহে কলাকাৰসকলে তেওঁলোকৰ বিচ্ছিন্নতাবোধ তথা উচ্চমন্যতা সমূলঞ্চে ত্যাগ কৰিব পাৰিব আৰু উপলব্ধি কৰিব পাৰিব ৰবীন্দ্ৰনাথৰ সুৰত—'সম্মানেৰে চিৰনিৰ্বাসনে, সমাজেৰ উচ্চ মঞ্চে বসেছি সংকীৰ্ণ বাতায়নে।' (১৯৮০)

—x—

# মাৰ্ক্স্, এংগেল্চ আৰু সাহিত্য

মাৰ্ক্স্-এংগেল্চে সাহিত্য বিষয়ক কোনো ধৰণৰ গ্ৰন্থ, এনেকি পূৰ্ণাংগ প্ৰবন্ধও লেখি থৈ যোৱা নাই কিন্তু তেওঁলোকৰ ৰচনাৱলীত ইতস্ততঃভাৱে সিঁচৰিত বিভিন্ন মতামতসমূহৰ পৰাই সাহিত্য সম্পৰ্কে তেওঁলোকৰ মনোভাৱ কেনে আছিল, তাৰ এটা স্পষ্ট ধাৰণা কৰিব পাৰি। সাহিত্যক অন্যান্য চিন্তাৱলীৰ পৰা নিলগাই ইয়াৰ বিচাৰ কৰাৰ তেওঁলোক পক্ষপাতী নাছিল। বস্তুতঃ সামাজিক চিন্তাৰ পৰা আঁতৰত 'সাহিত্য' নামৰ স্বকীয়া কিবা থাকিব পাৰে বুলি কলা-কৈৱল্যবাদীসকলৰ লেখিয়াকৈ তেওঁলোকে কাহানিও ভৱা নাছিল। সাহিত্য আছিল তেওঁলোকৰ বাবে বিশাল আৰু বৰ্ণাঢ্য ঐতিহাসিক বস্তুবাদৰে এটা অংগ। গতিকে স্বভাৱতেই তেওঁলোকৰ সাহিত্য চিন্তা বিশুদ্ধ নন্দনতাত্বিকসকলৰ চিন্তাৰ পৰিপন্থী হবলৈ বাধ্য হৈছিল।

মাৰ্ক্সবাদ সম্পৰ্কে যৎসামান্য জ্ঞানো যি সকলৰ আছে, তেওঁলোকে জানে যে ঐতিহাসিক বস্তুবাদ অনুসৰি সমাজখনৰ মূল ভেঁটি হ'ল অৰ্থনীতি, আৰু ধৰ্ম-দৰ্শন-ৰাজনীতি আদি বাকী সকলোবোৰ হ'ল ভাৱাদৰ্শ, সমাজৰ অৰ্থনৈতিক ভেঁটিৰ ওপৰত প্ৰতিষ্ঠিত কেতবোৰ অভিসৌধ; অৰ্থনৈতিক ভেঁটিৰ পৰিবৰ্তনৰ লগে লগে এই ভাৱাদৰ্শসমূহৰো পৰিবৰ্তন ঘটে। মাৰ্ক্স্-এংগেল্চে কলা সাহিত্যক ভাৱাদৰ্শৰূপে গণ্য কৰিছিল।

বিশুদ্ধ সাহিত্যৰ প্ৰবক্তাসকলৰ বাবে, সাহিত্যক যিসকলে বাস্তৱ জীৱনৰ পংকিল ভূমিৰ বহু ওপৰৰ কাল্পনিক শৰণ ভূমি বুলি গণ্য কৰে তেওঁলোকৰ বাবে—মাৰ্ক্স্-এংগেল্চৰ সাহিত্য সম্পৰ্কীয় এনে বিচাৰ স্থূল যেন লাগিব পাৰে; কিন্তু বিশ্বৰ সাহিত্য-ইতিহাসত, এনেকি আমাৰ অসমীয়া সাহিত্যৰ ইতিহাসতে এবাৰ চকু ফুৰালেই

তেওঁলোকৰ সাহিত্যিক বিচাৰৰ যাথাৰ্থ্য সহজে প্ৰতীয়মান হয়। আৰ্থ-সামাজিক পৰিবৰ্তনৰ বাবেই লক্ষ্মীনাথ-পদ্মনাথৰ দিনত সাহিত্যৰ ৰূপ যেনে আছিল, শংকৰ-মাধৱৰ দিনত তেনে নাছিল; সেইদৰে প্ৰাক-শংকৰী সাহিত্যও শংকৰী সাহিত্যৰ পৰা পৃথক আছিল। সাহিত্য ভাৱাদৰ্শ হোৱা বাবেই জনজাতীয় কিম্বা সামন্তধৰ্মী সমাজ এখনৰ সাহিত্যত বোডলেয়াৰৰ কবিতা কিম্বা কাফ্‌কাৰ গল্প বিচাৰিবলৈ যোৱাটো পৰ্বতত কাছকণী বিচাৰিবলৈ যোৱাৰ দৰেই কথা। সাহিত্য হ'ল সমাজৰ নিৰ্যাস; ইয়াৰ মূল শিপাডাল সোমাই থাকে সমাজৰ মাজত; সেয়েই অৰ্থনৈতিক পৰিবৰ্তনৰ লগে লগে সমাজখন যেতিয়া সলনি হয়, সাহিত্যৰ ৰূপো তেতিয়া সলনি হৈ গৈ থাকে।

অৱশ্যে লগতে এই কথাও মনত ৰখা অত্যন্ত বাঞ্ছনীয় যে মাৰ্ক্স্‌ এংগেল্‌চে সাহিত্যক ভাৱাদৰ্শৰূপে গণ্য কৰিলেও তেওঁলোকে ইয়াক সমাজৰ এক সৰল প্ৰতিফলন, এক নিৰ্জীৱ আলোকচিত্ৰ বুলি কাহানিও ভৰা নাছিল। বস্তুবাদী দ্বন্দ্ববাদত বিশ্বাসী মাৰ্ক্স-এংগেল্‌চে ভালদৰেই বুজিছিল যে সাহিত্যৰ লগত সমাজৰ সম্পৰ্ক সৰলৰৈখিক নহয়; এই সম্পৰ্ক অতিশয় জটিল, গতিশীল আৰু আঁকোৰা-পকোৰা। সাহিত্য সমাজৰেই নিৰ্যাস হলেও ইয়াৰো এক স্বকীয় অস্তিত্ব আছে আৰু ই কেৱল অন্যান্য ভাৱাদৰ্শসমূহৰ ওপৰতে নহয়, আনকি সমাজৰ অৰ্থনৈতিক ভেঁটিৰ ওপৰতো প্ৰতিক্ৰিয়া কৰে। এইচ, ষ্টাৰ্কেনবাৰ্গ বোলা এজন ব্যক্তিলৈ লেখা এখন চিঠিত এংগেল্‌চে স্পষ্টকৈ কৈছে, 'ৰাজনীতি, আইন, দৰ্শন, ধৰ্ম্ম, সাহিত্য, কলা আদি সকলোৰে বিকাশ অৰ্থনৈতিক বিকাশৰ ওপৰত নিৰ্ভৰশীল। কিন্তু ইবিলাকৰ প্ৰতিটোৰে ইটোৰে সিটোৰ ওপৰত, আনকি অৰ্থনৈতিক ভেঁটিৰ ওপৰতো প্ৰতিক্ৰিয়া কৰে। অৰ্থনৈতিক পৰিস্থিতিয়েই একমাত্ৰ সক্ৰিয় কাৰণ আৰু বাকীসকলোবোৰ ইয়াৰ নিষ্ক্ৰিয় প্ৰতিক্ৰিয়া— এনে কেতিয়াও হব নোৱাৰে।" আন এখন চিঠিতো তেওঁ লেখিছে যে যদি

এয়ে হয়, অর্থাৎ সাহিত্য প্রমুখ্যে ভাবাদর্শসমূহ যদি দেশৰ অর্থনৈতিক ভেটিৰ সমতল দাপোনস্বৰূপ হয়, তেন্তে "ইতিহাসৰ যিকোনো যুগতে এই তত্ত্বৰ প্রয়োগ এটা সৰল একমাত্ৰ সমীকৰণৰ সমাধানতকৈয়ো সহজ হৈ পাৰে।" (জুল ব্লখলৈ লেখা চিঠি)

সাহিত্যক মার্ক্স-এংগেলচে সমাজৰ সৰল প্রতিচ্ছবি বুলি কাহানিও গণ্য কৰা নাছিল ; সাহিত্য সমাজ-নির্ভৰ বুলি কোৱাৰ পিছতো ইয়াৰ আপেক্ষিক স্বকীয়তা, ইয়াৰ সৃজনশীল ক্ষমতা' ইয়াৰ বিশাল বৰ্ণাঢ্যতা তেওঁলোকে অকুণ্ঠচিত্তে স্বীকাৰ কৰি লৈছিল। গ্রীক সাহিত্যৰ উদাহৰণ দি মার্ক্সে স্পষ্টকৈ ঘোষণা কৰিছিল যে অৰ্থনৈতিক বিকাশৰ সমান্তৰালভাৱে কলা-সাহিত্যৰ বিকাশ নঘটে ("As regards art, it is recognised that specific flourishing periods hardly conform to the general development of society, that of the material base, the skeleton so to speak, which produces them."—'এ কন্ট্রিবুশ্যন টু দি ক্রিটিক অৱ পলিটিকেল ইকনমি')। এনেকুৱা ৰচনাতে তেওঁ আৰু কৈছিল যে অর্থনীতিৰ লগত সাহিত্যৰ বিকাশ অসমান হোৱা যাবেই কেনে ধৰণৰ সমাজত ঠিক কেনে ধৰণৰ সাহিত্যৰ সৃষ্টি হব, তাক আগতীয়াকৈ কোৱাৰ কোনো সাধাৰণ নিয়ম উলিয়াব নোৱাৰি ; কিন্তু কোনো বিশেষ যুগৰ বিশেষ সমাজৰ পৰিস্থিতি বিশ্লেষণ কৰিলে ইয়াৰ সমাধান তেনেই সহজ হৈ পৰে।

পৰিস্থিতিক চালিজাৰি নাচাই আন দেশৰ পৰা সঘনাই তুলনা টানি কেতবোৰ বিমূর্ত সাধাৰণ সূত্রৰ জৰিয়তে এখন দেশৰ সাহিত্যৰ তথা সাহিত্যিকৰ মূল্যায়ন কৰাৰ মার্ক্স-এংগেলচ বিৰোধী আছিল। ১৮৯০ চনত লেখা এখন চিঠিত জাৰ্মান মধ্যবিত্তৰ লগত নৰৱেৰ মধ্যবিত্তৰ তুলনা টানি ইবচেনক এজনমধ্যবিত্ত সাহিত্যিক বুলি হেয় কৰা দোষত পল আর্ণষ্টক এংগেলচে সমালোচনা

কৰিছিল। তেওঁ কৰিয়াই দেখুৱাইছিল, ইবচেনৰ যুগৰ নৰৱেৰ মধ্যশ্ৰেণীটো জাৰ্মান মধ্যবিত্তসকলৰ পৰা কিদৰে 'অসমভাৱে পৃথক'; কিদৰে নৰৱেৰ মধ্যবিত্তৰ জীৱনীশক্তি জাৰ্মান মধ্যবিত্তৰ দৰে নিঃশেষিত নহয়, আৰু সেয়েই কিদৰে 'এজন মধ্যবিত্ত নাট্যকাৰ' বুলিলেই সাহিত্য জগতখনে ইবচেনৰ অৱদানক কিঞ্চিতো উপেক্ষা কৰিব নোৱাৰি। তেওঁ কৰা এটা উক্তিও এই সন্দৰ্ভত অভিধেয়— "I prefer to make a thorough study of such things before condemning them."

সাহিত্যৰ লগত সমাজৰ কেনে ঘনিষ্ঠ সম্পৰ্ক, সমাজভেদে সাহিত্যৰ ৰূপ কিদৰে সলনি হয়—ইবিলাকৰ ইংগিত মাৰ্ক্স্ এংগেল্‌চৰ লেখনিত বিদ্যমান। অকল সেয়ে নহয়, সাহিত্যৰ শাশ্বত আধাৰ নো কি, অতীতৰ বুকুত জাহ যোৱা, আজি যুগৰ লগত খাপ নোখোৱা প্ৰাচীন সমাজ এখনৰ সাহিত্যই কিহৰ বলত নো আজিও আমাক আনন্দ দিয়ে—এই সম্পৰ্কেও মাৰ্ক্সৰ চিন্তা কৰাৰ উদাহৰণ আছে। ইতিপূৰ্বে উল্লেখিত ৰচনাখনত মাৰ্ক্সে লেখিছিল, "গ্ৰীক কলা আৰু মহাকাব্যসমূহ কিদৰে বিকাশৰ কেতবোৰ ৰূপৰ সৈতে জড়িত, অসুবিধা তাত নহয়; অসুবিধা হ'ল, সিবোৰে আজিও আমাক কিয় নান্দনিক আনন্দৰ খোৰাক যোগায়,— এই কথা বুজোতহে।" দুখৰ বিষয়, গ্ৰীক সমাজখন আছিল 'মানৱতাৰ স্বাভাৱিক শৈশৱ'—মাত্ৰ এইবুলি কোৱাৰ বাহিৰে মাৰ্ক্সে সাহিত্যতত্ত্বৰ এই জটিল প্ৰশ্নটোৰ সবিশেষ উত্তৰ দি থৈ নগ'ল। লীঅৰ্গ লুকাচ্চে, আৰ্ন্‌ষ্ট ফিশ্বাৰ প্ৰমুখ্যে মাৰ্ক্সবাদী নন্দনতত্ত্ববিদ সকলে মাৰ্ক্সৰ এই উক্তিৰ সূত্ৰ ধৰি সম্প্ৰতি ইয়াৰ বিভিন্ন উত্তৰ আগবঢ়াইছে।

কোৱা বাহুল্য, মাৰ্ক্স্-এংগেল্‌চৰ সাহিত্য তত্ত্বৰ মূল আছিল বাস্তৱবাদ (realsm)। তেওঁলোকৰ মতে সাহিত্য হ'ল বাস্তৱৰ প্ৰতিফলন। সেইবুলি বাস্তৱৰ খুঁতি-নাতি বিৱৰণ

সম্বলিত নির্জীৱ আলোকচিত্ৰক অথবা ৰূপায়নক তেওঁলোকে মহৎ সাহিত্যৰূপে গণ্য নকৰিছিল আৰু সেয়ে প্ৰকৃতিবাদৰ ( naturalism ) প্ৰবক্তা এমিল জোলাক তেওঁলোকে সাহিত্যিক-ৰূপে উচ্চ স্থান দিব খোজা নাছিল। তেওঁলোকৰ প্ৰিয় সাহিত্যিক আছিল গ্ৰীক মহাভাগসকলৰ উপৰিও ডান্টে, শ্বেক্সপীয়েৰ, গ্যেটে, চাৰ্ভেন্টিচ, স্কট, ফিল্ডিং, আৰু বিশেষকৈ ফৰাচী সাহিত্যিক বালজাক। বালজাকক তেওঁলোকে ভাল পাইছিল, কাৰণ বালজাকে দেখুৱাব পাৰিছিল সাহিত্যগুণ অকণো হ্ৰাস নোহোৱাকৈয়ে তেওঁৰ যুগৰ ফৰাচী সমাজখনৰ সমস্ত দিশ এক অখণ্ডময়, গতিশীল ৰূপত। এংগেলচে এবাৰ বাস্তৱবাদৰ সংজ্ঞা এইদৰে দিছিল যে ই হ'ল সমাজৰ খুঁতি-নাতি বিৱৰণৰ উপৰিও বিশেষ পৰিস্থিতিত বিশেষ চৰিত্ৰৰ শুদ্ধ ৰূপায়ন ( "In addition to the accuracy of detail, realism means, in my opinion, the faithful repieseatetion of tyricel characters in tyrical circumstances"— মাৰ্গেৰেট হাৰ্ক-নেচলৈ লেখা চিঠি )।

চৰিত্ৰসমূহৰ শুদ্ধ ৰূপায়নেই বাস্তৱবাদ বুলি কোৱাৰ অৰ্থ এইটো নহয় যে সাহিত্যৰ যি মন্ময় চৰিত্ৰ, ইয়াত নিহিত যি সৃজনশীলতা, তাক বৰ্জন কৰাৰ মাৰ্ক্স-এংগেলচ পক্ষপাতী আছিল। তেওঁলোকে কৰা বালজাকৰ প্ৰশংসা আৰু জোলাৰ সাহিত্য-কৃতিৰ সমালোচনাই ইয়াৰ প্ৰমাণ। সাহিত্যত বাস্তৱ এক উচ্চতৰ পৰ্যায়ত ৰূপান্বিত হোৱাটো তেওঁলোকে বাঞ্ছা কৰিছিল। 'ফ্ৰাঞ্জ ফন চিকিংগেন' নামৰ নাটখন সমালোচনা কৰি ইয়াৰ ৰচয়িতা ফাৰ্ডিনাণ্ড লছোললৈ মাৰ্ক্সে এবাৰ চিঠিত লেখিছিল যে তেওঁৰ নাটখনিৰ আটাইতকৈ ডাঙৰ ত্ৰুটি হ'ল সিহঁত যুগৰ কিছুমান সৰল মুখপাত্ৰলৈ চৰিত্ৰসমূহৰ ৰূপান্তৰ; শিলাৰকৰণতকৈয়ো শ্বেক্সপীয়েকৰণত অধিক গুৰুত্ব দিয়া উচিত বুলি মাৰ্ক্সে চিঠিখনত মন্তব্য কৰিছিল

( "you might have permited even the most modern ideas to come forth on a much higher level and in their purest form ....... you would have had to Shakespear-ize more. I reckon your Schillar-izing, your transfomation of your characters into smble mouth-pieces of their time, to be your gravest shortcoming." ) ।

মাৰ্ক্স্-এংগেল্‌চ প্ৰচাৰধৰ্মী সাহিত্যৰ বিৰোধী নাছিল ; বৰং মাৰ্গাৰেট হাৰ্কনেচলৈ লেখা চিঠিত এংগেল্‌চে ফঁহিয়াই দেখুৱাইছিল ইস্কাইলাচ, এৰিষ্টফেনিচৰ পৰা আৰম্ভ কৰি ডাণ্টে, চাৰ্ভেণ্টিচ আৰু শ্বিলাৰলৈকে, কছিয়া আৰু নৰ্‌ৱেৰ ঔপন্যাসিৰ সকলৈবে—পৃথিৱীৰ বিখ্যাত সাহিত্যিকসকলৰ সৃষ্টি মহৎ হৈয়ো কিদৰে প্ৰচাৰধৰ্মী। তেওঁ কৈছিল যে প্ৰচাৰধৰ্মিতা মহৎ সাহিত্যৰ লক্ষণসমূহৰে এটা। কিন্তু লগতে তেওঁ এই কথাও সঁকিয়াই দিছিল যে প্ৰচাৰধৰ্মী হবলৈ গৈ সাহিত্যিকে যাতে তেওঁৰ বক্তব্য জোৰকৈ বা খাপচাৰাভাৱে তেওঁৰ সাহিত্য-কৰ্মত সুমুৱাই নিদিয়ে। সাহিত্য যিহেতু সমাজৰ সৰল প্ৰতিফলন নহয়, দুয়োটাৰে মাজত যিহেতু এক দ্বান্দ্বিক সম্পৰ্ক বিদ্যমান, সেয়ে সাহিত্যত বক্তব্যৰ প্ৰচাৰ হোৱা উচিত স্বাভাৱিক আৰু স্বতঃস্ফূৰ্তভাৱে, এক কলাগত ৰূপত ; পাঠকক পথ দেখুওৱা বা তেওঁক কোনো সামাজিক সমস্যাৰ সমাধান দিয়া সৃষ্টিশীল সাহিত্যৰ কৰ্ম নহয় ( " I think that tendency must arise out of the situation and the action without having to be revealed explicitly; and the poet is not required to produce a pat solutiou to the historical conflicts be de;cribes, for the reader."—হাৰ্কনেচলৈ লেখা চিঠি ) । একেখন চিঠিতে এংগেল্‌চে আনকি ইমানলৈকে কৈছিল যে সাহিত্যত সাহিত্য-কৰ্তাৰ বক্তব্য যিমানে উহ্য হৈ থাকে, সাহিত্যৰ বাবে সি

সিমানেই শুভ ( "The more the opinions of the author remain hidden, the better for the work of art". ) ।

ইয়াৰ অৰ্থ নিঃসন্দেহে এইটো নহয় যে মাৰ্ক্স এংগেল্‌চে সামাজিক দায়বদ্ধতাৰ পৰা সাহিত্যিকৰ মুক্তি বিচাৰিছিল। দেখদেখকৈ, তেওঁলোকে সমৰ্থন কৰা সামাজিক বাস্তৱবাদত সমাজৰ প্ৰতি সাহিত্যিকৰ, সজ্ঞাতেই হওঁক বা অজ্ঞাতেই হওঁক, এক দায়িত্ববোধ অবিহনে সাহিত্য সৃষ্টিয়েই অবাস্তৱ । তেওঁলোকে মাথোঁ ইয়াকে কব খুজিছিল যে মহৎ সাহিত্যৰ সৃষ্টিৰ বাবে কোনো বিশেষ ধৰণৰ ৰাজনৈতিক বা সমাজনৈতিক আদৰ্শৰ প্ৰতি সাহিত্যিক গৰাকীৰ আনুগত্য অত্যাৱশ্যক নহয় । মহৎ সাহিত্যৰ মূলধন হ'ল এক গভীৰ মানৱতাবোধ, দম্ভ-অহংকাৰ শূণ্য সততা আৰু সমাজখনক নিৰ্মোহভাৱে নিৰীক্ষণ কৰিব পৰা সাহিত্যিকগৰাকীৰ বস্তুনিষ্ঠা । সাহিত্যিকগৰাকী যদি সঁচাকৈয়ে সৎ আৰু বস্তুনিষ্ঠ হয়, তবল আবেগত উটি বুৰি নুফুৰি তেওঁ যদি সমাজখন নিৰাবেগভাৱে পৰ্যবেক্ষণ কৰিব পাৰে, তেন্তে তেওঁৰ সৃষ্টিত তেওঁৰ ইচ্ছাৰ বিপৰীত হলেও সামাজিক বাস্তৱ ফুটি উঠিবলৈ বাধ্য ( "Reality must crop out even in spite of author's opinions"—এংগেলচ, পূৰ্বোক্ত চিঠি ) তাৰবাবে তেওঁ এগৰাকী সমাজবাদী কিম্বা প্ৰগতিবাদী হোৱা অপৰিহাৰ্য নহয় । ৰাজনৈতিকভাৱে প্ৰতিক্ৰিয়াশীল হৈয়ো সাহিত্যিক কিদৰে মহৎ সাহিত্যৰ ৰচয়িতা হব পাৰে, তাৰ নিদৰ্শনস্বৰূপে এংগেল্‌চে আঙুলিয়াইছিল বালজাকলৈ । ৰাজনৈতিক ভাৱে, বালজাকৰ সহানুভূতি আছিল তৎকালীন ফৰাচী সমাজৰ ডা-ডাঙৰীয়াসকলৰ প্ৰতিহে, কৃষক বা শ্ৰমিকসকলৰ প্ৰতি নহয় ; কিন্তু তেওঁৰ সততা আৰু বস্তুনিষ্ঠাৰ গুণতেই তেওঁৰ উপন্যাস সমূহে আপোনা-আপুনি ফুটি উঠিছিল তেওঁৰ প্ৰিয় শ্ৰেণীটোৰ নিৰন্তৰ অৱক্ষয়ৰ ছাবি । ইয়াকে 'সাহিত্যত বাস্তৱবাদৰ চৰম

বিজয় আৰু বৃদ্ধ বাল্জাকৰ অন্যতম মহৎ সাফল্য' বুলি এংগেল্‌চে মন্তব্য কৰিছিল। এনেয়ে মাক্স্‌-এংগেল্‌চৰ আন যিসকল প্ৰিয় লেখক (যেনে—শ্বেক্সপীয়েৰ, গ্যেটে ইত্যাদি), তেওঁলোকৰ কোনো এজনো ৰাজনৈতিকভাৱে অন্ততঃ প্ৰগতিবাদী নাছিল।

সাহিত্যত সামাজিক সমস্যাৱলীৰ স্পষ্ট পথ নিৰ্দেশ বিচৰা, কিম্বা সাহিত্যিকগৰাকী বামপন্থী ৰাজনীতিৰ প্ৰতি উদাসীন হলেই তেওঁৰ সাহিত্যকৰ্মও পেলনীয়া হব বুলি আগতীয়াকৈ ধৰি লোৱা আমাৰ অতি-প্ৰগতিবাদী সাহিত্য-সমালোচকসকলে মাৰ্ক্স্‌-এংগেল্‌চৰ সাহিত্য সম্পৰ্কীয় মতসমূহ পুনৰায় এবাৰ চালি-জাৰি চোৱা উচিত হব।

(১৯৮১)

—x—

# ॥ সাহিত্য আৰু সামাজিক দায়বদ্ধতা ॥

আমাৰ সমাজত এনে লেখকৰ অভাৱ নাই যিসকলে অকৃত্ৰিমভাবে বিশ্বাস কৰে যে সাহিত্য হ'ল মানুহৰ কোলাহলময় কৰ্মজীৱনৰ পৰা বহু আঁতৰৰ এক নৰ্মস্থল; ই যেন হ'ল, কবিতাৰ ভাষাত, 'বিতপীৰ কোমল ছায়াৰে নিৰ্জন এক মঞ্জুল বন.' য'ত আধুনিক যুগৰ সদা-ব্যস্ত মানুহে ক্ষণিকৰ বাবে হলেও নিৰ্জলা শান্তি বিচাৰে, মানৱাত্মাই য'ত আপোনাৰ মুখামুখি হৈ নিবিড়ভাবে সু-আবাৰ গোপন কথা পতাৰ সুবিধা পায়। এই সাহিত্যিকবৃন্দই অৱশ্যে নাজানে— তেওঁলোকে জানিবও নোখোজে— যে কেৱল সাহিত্যই নহয়, সাহিত্য সম্পৰ্কে তেওঁলোকৰ এই পৰম্পৰাগত ধাৰণাও তেওঁলোকে বাস কৰা সমাজখনৰে এক ভাৱাদৰ্শী পৰিণাম। ধনতন্ত্ৰৰ দ্বাৰা চালিত সমাজত মানুহৰ লগত মানুহৰ সম্পৰ্ক কেনে শোচনীয় ভাব ক্ষীণ— এই সত্যক কাকো চকুত আঙুলি দি দেখুওৱাৰ প্ৰয়োজন নাই। এনে সমাজত বিৰাজ কৰে এক আৰ্তিময় নিঃসংগতা; ইয়াত কেৱল ব্যক্তিয়েই যে সহচৰহীন এনে নহয়, জনতাও ইয়াত 'নিঃসংগ জনপুঞ্জ' মাথোন। সম্পৰ্কহীনতাৰ নিকৰুণ বলি, সমাজ-অচেতন এই সাহিত্যিকবৃন্দই ভাবে যে তেওঁলোক যিদৰে সমাজৰ পৰা ছিন্নমূল একো একোজন ৰবিঙ্কন ক্ৰুছ,' ঠিক তেনেদৰে তেওঁলোকৰ সাহিত্য কৰ্মও হ'ল জন-সমুদ্ৰৰ উত্তাল ঢৌৰে সহজে স্পৰ্শ কৰিব নোৱাৰা অনাবিল সৌন্দৰ্যৰ এক বিজন-দ্বীপ। সমাজ সম্পৰ্কে, সাহিত্য সম্পৰ্কে, এনে ভ্ৰান্ত ধাৰণাৰ ফলত তেওঁলোকে নিজৰ সমস্ত প্ৰতিভা ব্যয় কৰিবলৈ প্ৰবৃত্ত হয় তুষাৰশুদ্ধ সাহিত্য ৰচনাত, ৰহস্যবাদী অতীন্দ্ৰিয় সৌন্দৰ্য তত্ত্বৰ উদ্ভাৱনত, অসংযমী উদ্ভট কল্পনাত, মায়াময় শব্দৰ খেলাত।

সমাজৰ লগত সাহিত্যৰ সম্পৰ্ক নিছক সখিত্বৰ নহয়; সমাজ

সাহিত্যৰ স্বয়ং মাতৃ আৰু ধাত্ৰী ; সমাজ অবিহনে সাহিত্যৰ অস্তিত্ব নাই। আনকি সাহিত্যৰ ৰূপো নিৰ্ণীত হয় সমাজৰ দ্বাৰা । সমাজ-বিন্যাসৰ পৰিবৰ্তনৰ কাৰণেই ৰামায়ণী সাহিত্য আজিৰ যুগত অচল, যিদৰে ৰামায়ণী যুগত অচল হ'লহেঁতেন আজিৰ ৰবীন্দ্ৰ কাব্য। ঠিক একে কাৰণতে ৰবীন্দ্ৰ কাব্যও আজি হৈ পৰিছে অৰ্প-স্বয়মান আৰু তাৰ ঠাই লব ধৰিছে এক নতুন সমাজবাদী সাহিত্যই।

মানুহ যিহেতু এটা সামাজিক জীৱ, এটা প্ৰজাতি সত্তা, আৰু সাহিত্য যিহেতু মানৱীয় সমাজ-সঞ্জাত এক ভাৱদৰ্শী প্ৰক্ৰিয়া, সেয়ে সাহিত্যিকৰ সামাজিক দায়বদ্ধতা, কবলৈ গলে, এক স্বতঃ-সিদ্ধ। সাহিত্য যদি উন্মাদৰ প্ৰলাপ হব নোখোজে, তেন্তে সম-কালীন সমাজ ইয়াত বিম্বিত হব লাগিব ; মেহনতী, মূক জনতাৰ সুখ-দুখ, তেওঁলোকৰ আশা-আকাংক্ষা, তেওঁলোকৰ ধ্যান ধাৰণা, ইয়াত উপস্থাপিত হব লাগিব, —আৰু ই সম্ভৱপৰ হব তেতিয়াহে যেতিয়া সাহিত্যিক হয় সমাজৰ প্ৰতি সচেতনভাবে দায়বদ্ধ। জ্যোতিপ্ৰসাদে লেখিছে, "যি জনতাই নিজৰ বুকুৰ তেজ যুগে যুগে দিও সংস্কৃতিক জীয়াই ৰাখি দুষ্কৃতিৰ পৰা সিইতৰ যাউতিযুগীয়া দুখ কষ্ট গুচাই জীৱনৰ হাঁহি ফুলাব বুলি বাট চাই আছে, আজিৰ শিল্পীয়ে প্ৰথমেই সকলো ভয়, দুৰ্বলতা, ভ্ৰান্তি গচকি থচকি সুকুমাৰ কলাৰ অস্ত্ৰ লৈ সেই দুৰ্ভগীয়া জনতাৰ মাজতেই থিয় হব লাগিব।"

আচলতে, নিষ্ঠাবান কোনো সাহিত্যিকেই সামাজিক দায়বদ্ধ-তাৰ পৰা আঁতৰি থাকিব নোৱাৰে,— আনকি যিসকলে ইয়াক প্ৰকাশ্যে অস্বীকাৰ কৰে তেওঁলোকেও নোৱাৰে। কবিগুৰু ৰবীন্দ্ৰ-নাথ ইয়াৰ জলন্ত নিদৰ্শন। ৰবীন্দ্ৰনাথে ভাবিছিল,— যি প্ৰয়োজনৰ অতিৰিক্ত, খোৱা-পিন্ধা আদি পাৰ্থিব চিন্তাৰ উৰ্ধৰ যি মানস-ভূমি-সিয়েই কাব্য, সিয়েই সাহিত্য ; কাজেই, সাহিত্যত সামাজিক দায়-বদ্ধতাৰ চেকা লগাব নোৱাৰি। কিন্তু স্বয়ং তেওঁৰ লেখনি এই চেকাৰ পৰা মুক্ত নে ? তেওঁৰ 'গোৰা' উপন্যাসখন, কবলৈ গলে,

ধৰ্মীয় কুসংস্কাৰৰ বিৰুদ্ধে কৰা এক সংগ্ৰাম নহয় জানো? 'ঘৰে-বাইৰে' উপন্যাসত জাতীয়তাবাদ স্পষ্টকৈ পৰিস্ফুট হৈ উঠা নাইনে? তেওঁৰ 'নিষ্কৃতি' নামৰ কবিতাটো বা 'দেনা-পাওনা' নামৰ তেওঁৰ গল্পটো পুৰুষ-শাসিত সামন্তবাদী সমাজৰ প্ৰতি কৰা এক তীব্ৰ ব্যংগৰ বাহিৰে আৰু কি? এইখিনিতে উল্লেখ কৰিব পাৰি যে সামাজিক দায়বদ্ধতাৰ প্ৰতি আপাত-উদাসীন এই ৰবীন্দ্ৰনাথেই তেওঁৰ লেখনিয়ে জনগণক স্পৰ্শ কৰিব নোৱাৰিলেগৈ বুলি বৃদ্ধ বয়সত আক্ষেপ কৰিছিল—

আমাৰ কবিতা, জানি আমি,
গেলেও বিচিত্ৰ পথে হয় নাই সে সৰ্বত্ৰগামী।

সামাজিক দায়বদ্ধতাৰ পৰা আঁতৰি থাকি ভৱিষ্যতৰ কবিয়ে যাতে তেওঁৰ দৰে 'সম্মানেৰ চিৰ-নিৰ্বাসন' ভোগ নকৰে, তাৰ বাবে তেওঁ আগামী কবিক অনুৰোধ জনাই থৈও গৈছে—

সাহিত্যেৰ ঐকতান সঙ্গীত সভাই
একতাৰা যাহাদেৰ তাৰাও সম্মান যেন পায়—
মূক যাৰা দুঃখে সুখে,
নতশিৰ স্তব্ধ যাৰা বিশ্বেৰ সম্মুখে,
ওগো গুণী,
কাছে থাকে দূৰে যাৰা তাহাদেৰ বাণী যেন শুনি।
তুমি থাকো তাহাদেৰ জ্ঞাতি,
তোমাৰ খ্যাতিতে তাৰা যেন পায় আপনাৰই খ্যাতি—
আমি বাৰংবাৰ,
তোমাকে কৰিব নমস্কাৰ।

মহৎ সাহিত্য যে তাৰ স্বভাৱ গুণেৰেই সমাজৰ প্ৰতি দায়বদ্ধ, অসমত তাৰ দেখ দেখ উদাহৰণ হ'ল, আমাৰ প্ৰাচীন শংকৰী সাহিত্য। শংকৰ-মাধৱে 'কেৱল সাহিত্যৰ বাবেই সাহিত্য' ৰচনা কৰা নাছিল; তেওঁলোকে কাপ-মৈলাম হাতত লোৱাৰ এক স্পষ্ট

আৰু নিশ্চিত উদ্দেশ্য আছিল। সাহিত্যক তেওঁলোকে সামাজিক বৈষম্য আৰু দুৰাচাৰৰ বিৰুদ্ধে জেহাদ চলোৱাৰ এপাত অস্ত্র হিচাপে লৈছিল। সুখৰ বিষয় যে, আধুনিক অসমৰ পৰম বৰেণ্য লেখক লক্ষ্মীনাথ বেজবৰুৱাও কেৱল সাহিত্যৰ বাবেই সাহিত্য কৰা 'বিশুদ্ধ' সাহিত্যিক নাছিল। বেজবৰুৱা আছিল সন্দেহাতীত ভাবে আধুনিক অসমৰ ভল্টেয়াৰ। সমকালীন সমাজৰ ভণ্ডামিৰ বিৰুদ্ধে তেওঁৰ যি শাণিত লেখনি, তালৈ লক্ষ কৰিলে মেথিউ আৰ্ণল্ডে গেটেৰ বিষয়ে তাহানিতে কৰা বিখ্যাত উক্তিটোলৈ আমাৰ চিধাই মনত পৰে—

Physician of the Iron Age,
Goethe has done the pilgrimage.
He took the suffering human race,
He read each wound, each weakness clear—
He struck his finger on the place,
And said—Thou ailest here and here.

পশ্চিমীয়া সাহিত্যলৈ চকু ফুৰালে সাহিত্যিকৰ সামাজিক দায়বদ্ধতাৰ অৰ্থ আৰু পৰিষ্কাৰ হৈ পৰে। ৰুছো, ভল্টেয়াৰ দিদ্‌ৰ' হাইনে, শ্বেলী, তলস্তয়, গৰ্কি আদি ওঠৰ-উনৈশ-কুৰি শতিকাৰ য়ুৰোপীয় কবি-সাহিত্যিকসকলে সমাজৰ কুনীতিৰ বিৰুদ্ধে কিদৰে সংগ্ৰাম চলাইছিল, সাহিত্যৰ ছাত্ৰৰ সি অবিদিত নহয়। আধুনিক য়ুৰোপতো পিকাছো, চাত্ৰ', ৰাছেল আদিৰ দৰে সংগ্ৰামী শিল্পী-সাহিত্যিক আৰু চিন্তাবিদৰ উদাহৰণ আমি ভূৰি পাওঁ। ক্ৰিষ্টফাৰ কডবেল, ৰাল্‌ফ ফক্স, লুই আৰাগ,' আৰ্নেষ্ট হেমিংৱে আদি আধুনিক যুগৰ পশ্চিমীয়া লেখকসকলে সামাজিক দায়বদ্ধতাক কেৱল ভাৱাদৰ্শী স্তৰতে আবদ্ধ কৰি ৰখা নাছিল; ফেচিষ্ট ফ্ৰাংকো চৰকাৰৰ বিৰুদ্ধে হোৱা স্পেইনৰ গৃহযুদ্ধত তেওঁলোকে অংশ লৈছিল, আৰু দুই এক তাত মৃত্যুও বৰণ কৰিছিল।

পুঁজিবাদী মাৰ্কিন দেশতো আজি পল ৰবচনৰ দৰে সংগ্ৰামী শিল্পী আৰু এঞ্জেলা ডেভিচৰ দৰে সংগ্ৰামী লেখিকাৰ আবিৰ্ভাৱ নোহোৱাকৈ থকা নাই।

নিষ্ঠাবান কোনো লেখকেই, তেওঁ প্ৰগতিবাদীয়েই হওক কিম্বা প্ৰতিক্ৰিয়াশীলেই হওক, সামাজিক দায়বদ্ধতাৰ পৰা মুৰ পোলোকাদি থাকিব নোৱাৰে। লেখকগৰাকী যদি সঁচাকৈয়ে সৎ হয়, তেন্তে তেওঁৰ অজ্ঞাতে, আনকি তেওঁৰ ইচ্ছাৰ বিপৰীতে হলেও, তেওঁৰ লেখনিত যুগৰ বতৰা প্ৰতিফলিত হবলৈ বাধ্য। এটা উদাহৰণ দিয়া যাওক। আধুনিক ভাৰতৰ অন্যতম শ্ৰেষ্ঠ ঔপন্যাসিক বংকিমচন্দ্ৰ আছিল ইংৰাজৰ পৰম ভক্ত এজন চৰকাৰী কৰ্মচাৰী; কিন্তু তেওঁৰ আনন্দ মঠ'ত তেওঁৰ ইচ্ছাৰ বিৰুদ্ধেই ফুটি উঠিছিল তৎকালীন যুগৰ তীব্ৰ জাতীয়তাবাদ যাৰ ফলত সাম্ৰাজ্যবাদী ইংৰাজ চৰকাৰৰ কোপদৃষ্টিৰ পৰা তেওঁ কোনোমতেহে হাত সাৰিছিল। আমাৰ অসমতো লক্ষ্মীনাথ বেজবৰুৱাই ইংৰাজ-শাসনৰ পৰা ভাৰতৰ মুক্তি বিচৰা নাছিল; তৎসত্বেও তেওঁৰ কাপৰ পৰা অজানিতে ওলাইছিল তেওঁৰ বিখ্যাত ৰস ৰচনা— 'এংলো ইণ্ডিয়ান,' যাৰ বাবে ইয়াৰ প্ৰকাশক পদ্মনাথ গোহাঞিবৰুৱাই ইংৰাজ চৰকাৰৰ ওচৰত জবাবদিহি পৰ্যন্ত কৰিবলগীয়া হৈছিল।

সাহিত্যিকৰ সামাজিক দায়বদ্ধতাৰ কথা কওঁতে অৱশ্যে এটা প্ৰশ্ন মনত জাগে—সমাজৰ প্ৰতি সাহিত্যিকৰ দায়বদ্ধতাৰ স্বৰূপ কেনে হোৱা উচিত? ই জনা কথা যে সমাজখন এটা সৰল monolith নহয়, বৰং এটা জটিল জৈৱদেহৰ স'তেহে ই তুলনীয়। অজস্ৰ শ্ৰেণী, অজস্ৰ স্বাৰ্থ উৎপাদনৰ অজস্ৰ কৌশল, চিন্তাৰ অজস্ৰ ধাৰাই এখন মানৱ-সমাজ গঢ়ি তোলে। গতিকে কোনো লেখক সামাজিকভাৱে দায়বদ্ধ বুলিলে আমি প্ৰশ্ন কৰিব লাগিব—সমাজৰ কোনটো শ্ৰেণীৰ প্ৰতি, সমাজৰ

কোনবিলাক স্বাৰ্থৰ প্ৰতি,—তেওঁ দায়বদ্ধ ? চাফ কথাত, সমাজৰ কোনটো শ্ৰেণীক তেওঁ প্ৰতিনিধিত্ব কৰে ? এই প্ৰশ্ন বিশেষভাবে উত্থাপন কৰিবলগীয়া হ'ল এই বাবেই যে জৰুৰীকালিন অৱস্থাৰ এন্ধাৰ দিনবোৰত দেশৰ চুকে কোনে অসংখ্য 'দায়বদ্ধ' সাহিত্যিক বেঙছটাৰ দৰে গজি উঠিছিল। চৰকাৰী কৃপাদৃষ্টিৰ আশাত কুৰিদফীয়া আঁচনিৰ ওপৰত 'সাহিত্য' ৰচনা কৰিবলৈ আবিৰ্ভাৱ হৈছিল চাটুকাৰ সাহিত্যিকৰ অগণন দল। খেদৰ কথা, পৰিতাপৰ কথা— যে দায়বদ্ধতাক চৰকাৰী কৈতৰবাদৰ নামান্তৰ কৰি লোৱা অমংগলীয়া নিচাত মত্ত হৈছিল বিশুদ্ধ সাহিত্যৰ প্ৰবক্তাৰূপে বহুকাল ধৰি পৰিচিত দুই এক প্ৰতিভাবান সাহিত্যিকো। কিন্তু এনেজাতীয় 'দায়বদ্ধতা' বাঞ্চনীয় নে বৰ্জনীয়, প্ৰশংসনীয় নে নিন্দনীয় ? গতিকেই, সমাজৰ কোনটো চামৰ প্ৰতি সাহিত্যিক দায়বদ্ধ— ই এক বিশেষভাৱে বিচাৰ্য বিষয়।

আজিৰ সাহিত্য ৰজা আৰু মন্ত্ৰীৰ তোষামোদৰ সাহিত্য হব নোৱাৰে, ই চহৰীয়া মধ্যবিত্তৰ মনোৰঞ্জনৰ সাহিত্যও হব নোৱাৰে ; আজিৰ সমাজবাদ অভিমুখী যুগৰ সাহিত্য হব লাগিব শ্ৰমজীৱী মানুহৰ বাৰ্তা বহনকাৰী সমাজ-ৰূপান্তৰৰ সংগ্ৰামী সাহিত্য। সমাজৰ দলিত, দুঃস্থ শ্ৰেণীৰ আশা-আকাংক্ষা দুখ-বেদনা আজিৰ সাহিত্যত পৰিস্ফুট হব লাগিব। গতিকে আজিৰ সাহিত্যকো হব লাগিব সমাজৰ সেই শ্ৰেণীটোৰ প্ৰতিহে দায়বদ্ধ যিটোৱে, মাৰ্ক্সৰ ভাষাত কব খুজিলে— আজি সকলো হেৰুৱাইছে আৰু সেয়ে ভবিষ্যতে যি সকলো হবলৈ সক্ষম। আজিৰ সাহিত্য কেনে হোৱা উচিত ? — ইয়াৰ এক প্ৰাঞ্জল উত্তৰ স্বৰ্গীয় ভৱানন্দ দত্তই তেওঁৰ 'অসমীয়া কবিতাৰ কাহিনী'ত দিছে—

"কৃষক আৰু শ্ৰমিকৰ নিষ্পেষিত জীৱনৰ প্ৰতি সহানুভূতি আৰু সমবেদনা প্ৰগতিশীল কবি-সাহিত্যিকৰ কাৰণে প্ৰথম প্ৰয়োজন। কবি হৃদয়ৰ এই উন্মুখতা থাকিলেহে কবিয়ে নিজৰ সামাজিক সীমা-

বদ্ধতা আৰু জীৱন যাত্ৰাৰ ঠেক চিন্তাধাৰাৰ পৰা মুক্ত হৈ নিজৰ দৃষ্টিক আৰু অনুভূতিক বাহিৰৰ বহল গতিশীল আৰু সংঘাতময় জীৱন প্ৰবাহৰ লগত মিলাই দিব পাৰে।"

তেওঁ আৰু লেখিছে—

"কিন্তু অকল সেইখিনি হলেই যথেষ্ট নহয়। তাৰ লগতে কৃষক আৰু শ্ৰমিকৰ ব্যক্তিগত আৰু শ্ৰেণীগত জীৱনযাত্ৰা, চিন্তাধাৰা, অনুভূতি আৰু কৰ্ম-প্ৰেৰণাৰ প্ৰকৃত পৰিচয় কেৱল বুদ্ধিৰে নহয়, হৃদয়েৰে পাব লাগে। যদি সেই পৰিচয় নাথাকে, তেন্তে কৰিৰ অন্তৰত এনে এটা অহমিকা থাকিব পাৰে যে আমি মহৎ অন্তৰৰ লোক আৰু এইসকল ধন-মান শিক্ষাজ্ঞান আদি সকলোৰে পৰা বঞ্চিত। গতিকে আমি ত্যাগ আৰু বিপ্লৱ কৰি এওঁলোকৰ এটা ভাল ব্যৱস্থা কৰি দিব লাগিব। এনে অনুভূতি বহু সময়ত আত্ম-কেন্দ্ৰিক ভাৱ-বিলাস মাত্ৰ হৈ থাকে।"

স্বৰ্গীয় দত্তৰ এই উক্তি স্বীকাৰ কৰি লোৱাৰ পিচতো অৱশ্যে মনত ৰাখিব লাগিব যে শ্ৰমিক-কৃষকৰ লগত সাহিত্যিকৰ আত্মিক সম্পৰ্ক স্থাপনেই সাহিত্যিক উৎকৰ্ষ-সাধনাৰ একমাত্ৰ মাপকাঠি নহয়। লগতে উৎকৃষ্ট সাহিত্যৰ লক্ষণ সমূহো তেওঁৰ সাহিত্য-কৰ্মত থাকিব লাগিব। তেহে উন্নত মানৰ প্ৰগতিবাদী সাহিত্য সম্ভৱ হব। সাহিত্য-সমালোচনা এক দুৰূহ ব্যাপাৰ, কাৰণ সাহিত্যত বাস্তৱ ৰূপায়িত হলেও ই বাস্তৱৰ এক নিভুঁল আৰু নিৰ্জীৱ প্ৰতিফলন নহয়। সাহিত্যিক ফটোগ্ৰাফাৰ নহয়, তেওঁ তেওঁ এজন স্ৰষ্টা। বাস্তৱক তেওঁ কেৱল প্ৰতিফলন নকৰে, নিজৰ সৃষ্টিশীল মনীষাৰ পৰশ দি ৰুক্ষ আৰু কঠিন বাস্তৱকো তেওঁ তেওঁৰ সৃষ্টিত সুন্দৰ আৰু সুষমাময় কৰি তোলে। মাৰ্ক্সবাদী সাহিত্য-সমালোচক গীয়ৰ্গ্ লুকাচ্চে তেওঁৰ এটা প্ৰবন্ধত প্ৰগতিবাদী কৰি-সাহিত্যিকসকলক স্পষ্টকৈ সঁকিয়াই দিছে যে পুঁজিবাদী সমাজৰ পংকিল জীৱন বৰ্ণনা কৰোতে তেওঁলোকে "must turn into

poetry all the dark uncanniness, all the horrible inhunanity of it". পুঁজিবাদী সমাজৰ ভয়াবহ বুভুক্ষাতাৰ মাজত কাব্যিক-সৌন্দৰ্যৰ এই উদঘাটন বাস্তৱৰ আলোক চিত্ৰ সদৃশ বৰ্ণনাতকৈ বহুগুণে শ্ৰেষ্ঠতৰ বুলি কেইবা ঠাইতো তেওঁ সোচ্চাৰে উল্লেখ কৰিছে।

সমাজবাদী সাহিত্যত বক্তব্যৰ প্ৰচাৰ কিদৰে কিদৰে হ'ব উচিত, ই এক মধুৰ প্ৰশ্ন। বহুল আলোচনাৰ নৈগে মাথোঁ ইয়াকে কব পাৰি যে নিষ্ঠাবান সাহিত্যিকৰ লেখনিত বাস্তৱৰ সঁচা ছবি যিহেতু আপোনা-আপুনি ফুটি উঠে, গতিকে সামাজিক দায়বদ্ধতাৰ নামত কোনো বক্তব্য সাহিত্যত বলপূৰ্বকভাৱে সুমুৱাই দিব নোৱাৰি; তেনে কৰিলে সাহিত্য-কৰ্মৰ জৈৱিক ঐক্য হেৰাই যায়, তাত সাহিত্যিক মূল্যৰ অৱলুপ্তি ঘটে। সাহিত্য-কৰ্মত সমাজৰ যিবোৰ সমস্যা আপোনা-আপুনি উত্থাপিত হয়, জোৰকৈ সিবোৰৰ সমাধান কৰা বা নিজৰ কাংক্ষিত মত তাত স্পষ্টকৈ ভাঙি ধৰা সাহিত্যিকৰ কাম নহয়।

ই এক ধ্ৰুৱ সত্য আজিৰ যুগত পৃথিৱীৰ চৌদিশে য'ত সমাজবাদৰ জয়ধ্বনি উঠিছে, এনে যুগত কোনো সাহিত্যিক সামাজিক দায়বদ্ধতাৰ পৰা মুক্ত হৈ থাকিব নোৱাৰে। কিন্তু দায়বদ্ধতাৰ নামত, প্ৰগতিবাদৰ নামত সাহিত্য যতে ৰূপ-ৰুচি বৰ্জিত কিছুমান শ্লোগানৰ চিৎকাৰলৈ অৱনমিত নহয়, উদীয়মান সাহিত্যিকসকলে এই কথালৈও বিশেষভাৱে দৃষ্টি ৰখা উচিত হব। মাৰ্ক্সেও জানো কৈ যোৱা নাছিল "Men also create according to the laws of beauty. ?"

( ১৯৭৮ )

—x—

# ॥ সাহিত্যত প্ৰচাৰধৰ্মিতা ॥

সাহিত্যত প্ৰচাৰধৰ্মিতা ? কল্পলোকৰ বিতোপন প্ৰাসাদ বাসিনীক ৰাজপথৰ বাৰ্তাবাহিনী হিচাপে ৰূপান্তৰ ? সাহিত্যকুঁৱৰীৰ বিমল দেহাত প্ৰচাৰৰ ধূলিৰ চেকা ?

কলা-কৈৱল্যবাদৰ যিসকল একান্ত ভক্ত, জীৱন বিচ্ছিন্ন অপাৰ্থিৱ সৌন্দৰ্য যিসকলৰ আমৰণ ধ্যান, সাহিত্যত প্ৰচাৰৰ নামোল্লেখে তেওঁলোকক বিস্মিত তথা বিৰক্ত কৰা স্বাভাৱিক। কাৰণ সাহিত্য, তেওঁলোকৰ মতে, জীৱনৰ প্ৰতিচ্ছবি নহয়, ই হ'ল 'অমল' সৌন্দৰ্যৰ অনুধাৱন ; তাৰ স্বকীয় গুণৰ বাবে সাহিত্যত বিষয় বস্তুৰ প্ৰয়োজন নাই, ই প্ৰয়োজনীয় সৌন্দৰ্যৰূপায়নৰ এক-সম্ভৱ পেলনীয়া-আহিলা হিচাপেহে। সমাজ-জীৱনৰ লগত সাহিত্যৰ সাযুজ্য মানি ল'বলৈ এই দলটোৱে কুণ্ঠাবোধ কৰে, আৰু সৌন্দৰ্য-গ্ৰহণাক জীৱনৰ কঠিন বাস্তৱতাৰ পৰা নিজকে ৰক্ষা কৰাৰ এক বৰ্ম হিচাপে ব্যৱহাৰ কৰিব খোজে। এওঁলোকৰ মানত সাহিত্য হ'ল কেৱল বাক-চতুৰ্য, কবিতা হ'ল কেতবোৰ বছা-বছা শব্দৰ খেলা।

জন-জীৱনৰ পৰা আঁতৰৰ 'বিশুদ্ধ', 'উচ্চ' কলাৰ প্ৰয়োজনীয়তাক লৈ ৰূপ-মাতালৰ এই দলটোৱে কৰা আটাহ আস্ফালনবোৰৰ প্ৰতিক্ৰিয়া হিচাপে মাজে মাজে আকৌ আবিৰ্ভাৱ হয় নান্দনিক চেতনা বিৰল অতি বাস্তৱবাদী একোটা দলৰ। ৰূপ-মাতাল সকলৰ সম্পূৰ্ণ বিপৰীতে, কলাৰ উপযোগিতাবাদত এওঁলোক এনে অন্ধভাৱে বিশ্বাসী হৈ পৰে যে, বৈজ্ঞানিক সমাজবাদৰ স্পষ্ট পথ-নিৰ্দেশ নথকা সাহিত্যক এওঁলোকে তুলনা কৰে পুঁজিবাদী সমাজব্যৱস্থাই সৃষ্টি কৰা কিছুমান আবৰ্জনাৰ সতে ; সাহিত্যত সৌন্দৰ্যৰ প্ৰশ্নক, ৰুচিৰ প্ৰশ্নক, ৰূপৰ প্ৰশ্নক এওঁলোকে বৰ্জন কৰে 'বুৰ্জোৱা কান্তি-বিস্তাৰ কেতবোৰ অবান্তৰ সমস্যা' বুলি। সমাজ-বিন্যাসৰ এক

সৰল ঐকিক সূত্ৰেৰে সাহিত্য কৃতিৰ বিচাৰত এওঁলোক আগ্ৰহী। সমাজত অৰ্থনৈতিক সাম্যৰ পূৰ্ণ প্ৰতিষ্ঠাৰ পিচতহে সাহিত্যত ৰূপ সম্পৰ্কে চিন্তা কৰিব পৰা যাব, এনে এক টেলিয়লজিকেল চিন্তাত সদা-আকীৰ্ণ হৈ সাহিত্যত ৰূপৰ প্ৰশ্নক এওঁলোকে সাম্প্ৰতিক কালৰ বাবে মুলতবি ৰাখিব খোজে।

বস্তু-জগতৰ লগত সাহিত্য-কলাৰ জগতখনৰ যে সম্পৰ্ক আছে মাৰ্ক্সৰ উন্মাদ পদাংকচাৰীসকলৰ বাহিৰে আন সকলোৱে এই কথা স্বীকাৰ কৰিবলৈ বাধ্য। বস্তু-জগত আৰু সাহিত্য-কলাৰ জগত-দুয়ো স্ব-নিৰ্ভৰ নহয়। সেইবুলি দুয়োখন জগতৰ মাজত এক স্থূল, সৰল সম্পৰ্ক স্থাপন কৰিব খোজাটোও দ্বন্দ্ববাদী চিন্তাৰ পৰিচয় নহয়। এক গভীৰ আৰু বহল অৰ্থতহে পৰিণামগত বহি-জগতখনে সাহিত্য কলাৰ গুণগত জগতখনৰ ওপৰত তাৰ প্ৰভাৱ পেলায়। দুয়োখন জগতৰ মাজৰ সম্পৰ্ক অতি আওপকীয়া, ইমান আওপকীয়া যে বাহ্য দৃষ্টিত দুয়োখন জগত সম্পৰ্কৰহিত যেনেই কেতিয়াবা আমাৰ অনুমান হব পাৰে। সাহিত্যত বাস্তৱ বিম্বিত হলেও ই বাস্তৱৰ এক সৰল প্ৰতিফলন নহয়; ইয়াৰ এক নিজা গভীৰতা, নিজস্ব শক্তি আৰু নিজস্ব চৰিত্ৰও আছে। অৰ্থনৈতিক গঠনৰ ভিত্তিত প্ৰতিষ্ঠিত এক যান্ত্ৰিক, স্থূল উপৰিসৌধ হিচাপে সাহিত্য-কলাক গণ্য কৰিব নোৱাৰি। মাৰ্ক্সেও তেওঁৰ এখন ৰচনাত এই কথা স্পষ্টভাৱে কৈ গৈছে। ( দ্ৰষ্টব্য :— 'এন ইণ্ট্ৰদাক্সন টু দি ক্ৰিটিক অব পলিটিকেল ইকনমি' )

সাহিত্য বাস্তৱৰ এক নান্দনিক ৰূপায়ণ; বাস্তৱক ই সৰলভাৱে প্ৰতিফলন নকৰে; সাহিত্যত বাস্তৱ প্ৰতিফলিত হয় কলাগত ভাৱে, এক দ্বান্দ্বিক নিয়মত। বহিঃবাস্তৱে লেখকৰ মনত যিবোৰ বিবিধ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে, সিবোৰ প্ৰাণময়, দ্বান্দ্বিক আৰু সেয়ে সৃষ্টিশীল। লেখকে তেওঁৰ মনোজগতত বাহিৰৰ জগতখনৰ এখন নিষ্প্ৰাণ ফটো নোতোলে; বাহিৰৰ জগতখন তেওঁ ন'কৈ সৃষ্টি

কৰে। বাহিৰৰ জগতখনৰ পৰা আঁতৰি লেখকে যেতিয়া তেওঁৰ অধ্যয়ন কক্ষত নিৰিবিলিভাবে লেখিবলৈ বহে, তেতিয়া বাহিৰৰ সেই কোলাহলময় জগতখনে এক নতুন আলোৰেৰে লেখকৰ মনত ধৰা দিয়ে, আৰু তাৰ পূৰ্ণ প্ৰকাশেই হ'ল আৰ্ট। প্ৰকাশৰ এই ক্ষমতা সকলোৰে নাথাকে। সৰ্ব-সাধাৰণে যি অনুভৱ কৰে, কিন্তু প্ৰকাশ কৰিব নোৱাৰে, সাহিত্যিক-কলাকাৰে তাক সম্ভৱ কৰি তোলে। গোটেই কৈছে,

When man falls silent in his torments,
I was given by god to say what I suffer.

আমাৰ জ্যোতিপ্ৰসাদেও ঠিক একেটা সুৰতে লেখিছে,

মই জানো
তোৰ গোপন আশা,
মইহে জানো তই নজনা
তোৰ নিজৰেই ভাষা।

চেতনা আৰু অৱচেতনাৰ প্ৰান্তত প্ৰকাশৰ বাট বিচাৰি গুঞ্জন তুলি থকা মানুহৰ বহু বিচিত্ৰ ভাৱ-অনুভূতিবোৰক লেখকে তেওঁৰ সৃষ্টিৰ যাদু কাঠিৰে সুৰ দিয়ে। যাৰ লেখনিত এই সুৰ যিমানেই হৃদয়গ্ৰাহীভাৱে ঝংকৃত হয়, তেওঁ সিমানেই মহৎ সাহিত্যিক।

সাহিত্যৰ এই হৃদয়গ্ৰাহী গুণটো নিৰ্ভৰ কৰে প্ৰকাশৰ ভংগীৰ ওপৰত, আন কথাত ৰূপৰ ( form ) ওপৰত। ৰূপ-মাতালসকলে ভৰাৰ লেখিয়াকৈ ৰূপ বিষয়-বস্তুৰ পৰা বিচ্ছিন্ন নহয়; ৰূপ হ'ল আচলতে বিষয়-বস্তুৰে এক আৱশ্যিক অভিব্যঞ্জনা। ভালৰূপ হ'ল—বিষয়বস্তুৰ ওপৰত লেখকৰ যে ভাল জ্ঞান আছে, বিষয় বস্তুক গঢ় দিয়াৰ কলাসুলভ দক্ষতা আছে তাৰেই অভিব্যক্তি। বিষয়বস্তুৰ পৰা ৰূপক, বা যিটো প্ৰায় একেই কথা, বিষয়বস্তুক ৰূপৰ পৰা বেলেগাই চাব নোৱাৰি, কাৰণ দুয়ো এক নিবিড় দ্বান্দ্বিক সম্পৰ্কেৰে বন্ধা। হেগেলৰ ভাষাত, 'বিষয়-বস্তু আন একো নহয়,

ই হ'ল বিষয়বস্তুলৈ ৰূপৰ ৰূপান্তৰ ; ৰূপো আন'এপো নহয়, ই হ'ল বিষয়বস্তুৰ ৰূপলৈ ৰূপান্তৰ । 'ৰূপ বিষয়বস্তুৰ দ্বাৰা যিদৰে নিৰ্ধাৰিত হয়, তেনেদৰে বিষয়বস্তুকো বহু পৰিমাণে নিৰ্ধাৰণ কৰে ৰূপে । ই বিষয়বস্তুক কলাৰ মৰ্য্যাদা দিয়ে ; আন.্ষ্ট ফিশ্বাৰে লেখিছে, "কলা হ'ল এবিধ ৰূপদান কাৰ্য ; ৰূপেহে কোনো বৰ্মক কলালৈ উন্নীত কৰে । ৰূপ-নিয়ম-বহিভূ'ত, আকস্মিক বা পৰিহাৰ্য নহয় । বিষয়বস্তুৰ ওপৰত যে মানুহৰ নিয়ন্ত্ৰণ আছে, ৰূপৰ বিধিসমূহ হ'ল তাৰে অভিব্যক্তি ।" ('দি নেচেচিটি অব আৰ্ট: এ মাৰ্ক্সিষ্ট এপ্ৰ'চ্ছ')

কলা-সাহিত্য বহু পৰিমাণে ৰূপ-নিৰ্ভৰ হোৱা বাবেই ৰূপ-ৰুচি বৰ্জিত ৰাজনৈতিক ইস্তাহাৰ বা আদৰ্শৰ বক্তৃতা কোনো যুগতে উৎকৃষ্ট সাহিত্যৰ শাৰীত পৰা নাই আৰু আজিও নপৰে। ইয়াৰ অৰ্থ নিশ্চয় এইটো নহয় যে উৎকৃষ্ট সাহিত্যত প্ৰচাৰধৰ্মী গুণ থাকিব নোৱাৰে, বৰং ইয়াৰ বিপৰীতে কব পাৰি যে প্ৰচাৰধৰ্মিতা উৎকৃষ্ট সাহিত্যৰ লক্ষণসমূহৰে এটা । এংগেলচে এখন চিঠিত ইস্কাইলাছ, এৰিষ্ট ফেনিছ, ডান্টে, চাৰ্ভেন্টিছ, শ্বিলাৰ, তদুপৰি নৰৱে আৰু ৰুচিয়াৰ লেখকসকলৰ ৰচনাত প্ৰচাৰধৰ্মিতা প্ৰচ্ছন্ন হৈ থকাৰ কথা উল্লেখ কৰিছে । দূৰলৈ নগৈ আমাৰ ওচৰতে বংকিম সাহিত্য, শৰৎ সাহিত্য, আনকি ৰবীন্দ্ৰ-সাহিত্যতো প্ৰচাৰ-ধৰ্মিতা গুণ নাইনে ? আন নালাগে, আমাৰ গৌৰৱময় বৈষ্ণৱ- সাহিত্য দেখদেখকৈ প্ৰচাৰধৰ্মী নহয় জানো ? স্বৰূপাৰ্থত, পৃথিৱীৰ সমস্ত মহৎ সাহিত্যই প্ৰচাৰধৰ্মিতাৰ স্বকীয় নিয়মেৰে প্ৰোজ্জ্বল । সেইবুলি প্ৰচাৰৰ সময়ত সাহিত্যিকে এজন প্ৰফেট বা এজন 'মাষ্টাৰ মশাই'ৰ ভাও ললে নহব ; সাহিত্যৰ বিধানসমূহ সাহিত্যিকে প্ৰথমে মানিব লাগিব । সংবেদনশীল আৰু সৎ সাহিত্যিকৰ লেখনিত প্ৰচাৰ বিনা-আয়াসে, আপোনা-আপুনি হয় ; অ-কলাগত-ভাৱে, পোনপটীয়াকৈ, সাহিত্যৰ বিধান নমনাকৈ, আদৰ্শৰ প্ৰচাৰ

কৰিব বিচাৰিলে সাহিত্য 'মাষ্টাৰ মশাইৰ নীতি কথালৈ অধঃপতিত হয়।

মাৰ্ক্স-এংগেল্‌চ ৰুচি বিবৰ্জিত সাহিত্যৰ বিৰোধী আছিল। মাৰ্ক্সৰ জীৱনৰ লগত পৰিচয় থকা সকলে জানে যে আংগিকৰ অভাৱ আৰু প্ৰচাৰধৰ্মিতাৰ স্পষ্টতাৰ বাবে 'ফ্ৰাঞ্জ ফন চিকিঙ্গেন' গ্ৰন্থৰ ৰচয়িতা ফাৰ্ডিনাণ্ড লাছালে মাৰ্ক্সৰ গঞ্জনা শুনিবলগীয়া হৈছিল। "আঙ্গিকৰ জাকজমকতাৰ বাহিৰে আমাৰ ক্ষয়িষ্ণু কবিসকলৰ আৰু একো নাই" বুলি এখন চিঠিত ৰূপৰ প্ৰতি লাছালৰ ঔদাসীন্যক একপ্ৰকাৰৰ সমৰ্থন জনায়ো তেওঁ কৈছিল, "যিটো যিহেতু আপুনি কাব্যৰ ৰূপত লেখিছে, সেয়ে ইয়াৰ চৰিত্ৰসমূহ আৰু কিছু মাৰ্জিত কৰা আপোনাৰ উচিত আছিল।" একেখন চিঠিতে মাৰ্ক্সে লেখা আৰু এষাৰ কথা এই সন্দৰ্ভত বিশেষভাৱে স্মৰণীয়: "আপুনি আৰু বেছি শেক্সপীয়েৰকৰণ ( Shakespearize ) কৰিব লাগিছিল। আপোনাৰ যি শ্বিলাকৰণ ( Schillarizing ),—চৰিত্ৰসমূহক সিহঁতৰ যুগৰ কিছুমান সৰল মুখপাত্ৰলৈ আপোনাৰ যি ৰূপান্তৰ-প্ৰচেষ্টা, তাক আপোনাৰ লেখনিৰ আটাইতকৈ ডাঙৰ ত্ৰুটি বুলি মই গণ্য কৰোঁ।"

"কলাৰ কৰ্মত কলাকাৰৰ বক্তব্য যিমানে উহ্য থাকে, কলাৰ পক্ষে সিমানে মঙ্গল"—এংগেল্‌চেও মাৰ্গাৰেট হাৰ্কনেচলৈ লেখা এখন চিঠিত এইদৰে মন্তব্য কৰিছে।

কলা-সাহিত্য এক বাস্তৱ-শক্তিত পৰিণত হয়, যেতিয়া ই জনতাৰ হৃদয় স্পৰ্শ কৰে। যথোচিত পৰিমাৰ্জন নথকা শ্লোগানধৰ্মী সাহিত্যই জনতাৰ সাগৰত খুব বেছি ক্ষণিক উত্তেজনাৰ বুৰবুৰণি মাথোঁ তুলিব পাৰে; মানৱ হৃদয়ত স্থায়ী দাগ ৰাখি যাবলৈ ই অক্ষম। সাহিত্য নীতিশাস্ত্ৰ নহয়, ই সমাজবিজ্ঞানো নহয়, সেয়ে নৈতিক আদৰ্শ নিহিত থাকিলেও নীতিৰ শুকান বক্তৃতা, বা সমাজৰ বিশ্লেষণ থাকিলেও সামাজিক সমস্যাবিলাকৰ গণিতীয়-ভাৱে নিখুঁত আলোচনা বা সিবিলাকৰ সমাধান সাহিত্যৰ শ্ৰেণীত

নপৰে। সাহিত্যৰ জগতখন পৰিমাণগত নহয়,'ই গুণগত। কল্পনা আৰু অনুভূতিৰ সংমিশ্ৰণ ঘটাই ৰূপদক্ষ সাহিত্যিকে নৈতিক আদৰ্শ, সামাজিক অসাম্য, ৰাজনৈতিক উপপ্লৱ আদি এশ এবুৰি সমস্যাৰে পৰিপূৰ্ণ বাস্তৱৰ (প্ৰকৃতাৰ্থত বাস্তৱৰ এটা দিশৰ) এনে এক মনোগ্ৰাহী ৰূপ দিয়ে যে কল্পনাৰ লগত ইয়াৰ দ্বন্দ্ব সাধাৰণ পাঠকে পাহৰি যাবলৈ বাধ্য হয়; তেওঁৰ সৃষ্ট পৰিস্থিতি আৰু চৰিত্ৰসমূহৰ লগত সাধাৰণ পাঠকৰ ভাৱ-অনুভূতি আশ্চৰ্য-জনকভাৱে বিলীন হৈ যায়, আৰু সাহিত্যৰ সেই কল্পিত অথচ বাস্তৱভিত্তিক সমাজখনৰ লগত এক গভীৰ আত্মিক সম্পৰ্ক তেওঁলোকে অনুভৱ কৰে। আদৰ্শৰ নীৰস প্ৰচাৰ বা সামাজিক সমস্যাৰ উকা বিশ্লেষণৰপৰা এনে অনুভূতিয়ে জন্ম নলয়।

বাস্তৱৰ পৰাই সাহিত্যৰ উপাদানসমূহ গৃহীত হলেও সাহিত্যৰ এক স্বকীয় অস্তিত্বও বিদ্যমান। অবিকৃতভাৱে—যেনে আছে ঠিক তেনে ভাৱেই—বাস্তৱে সাহিত্যিকৰ লেখনিত ধৰা নিদিয়ে (আৰু ধৰা সম্ভৱো নহয়, কাৰণ বাস্তৱ অব্যয় আৰু অনন্ত; ইয়াৰ ৰূপবৈচিত্ৰ্য ইমান যে ইয়াৰ অবিকল প্ৰতিকৃতি কোনো পধ্যেই তুলিব নোৱাৰি।)

সাহিত্যিকে বাস্তৱক ঋজুভাৱে প্ৰতিফলন নকৰে, প্ৰতিফলনেৰে বাস্তৱক তেওঁ ন-কৈ সৃষ্টি কৰে।

সাহিত্যকলা বাস্তৱৰ এক সৰল আলোকচিত্ৰ মাথোঁ হোৱা হলে সাহিত্য ৰচনা নিচেই সহজ কাম হ'লহেঁতেন, কাৰণ সৃষ্টিশীল মণীষাৰ তাত কোনো ভূমিকাই নাথাকিলহেঁতেন; লৰেন্সৰ 'লেডী ছেটাৰ্লিজ লাভৰ'ক পৰ্ণগ্ৰাফিৰ লগত তেতিয়া এটা সমীকৰণ কৰিব পৰা গ'হেঁতেন; কেলেণ্ডাৰত অংকিত চিত্ৰ-তাৰকাৰ ছবি এখনে তেতিয়া 'মনালিচা' ছবিৰ লগতেই স্থান পালেহেঁতেন। এখন গ্ৰন্থ 'ভাল বা বেয়া'—মাত্ৰ এই বুলি কোৱাৰ বাহিৰে সাহিত্য সমালোচকৰো তেতিয়া আৰু আন কোনো কাম

নাথাকিলহেঁতেন ।

বাস্তৱৰ নান্দনিক ৰূপায়ন এটা সহজ-সৰল প্ৰক্ৰিয়া নহয় ; এই প্ৰক্ৰিয়া অত্যন্ত জটিল, আৰু সৃষ্টিশীল । প্ৰতিজন সাহিত্যিকে বাস্তৱৰ পৰা উপাদান সংগ্ৰহ কৰি তাত নিজা সাহিত্যিক প্ৰতিভাৰ মিলন ঘটাই একোখন নিজা জগত সৃষ্টি কৰি লয় যাৰ ৰূপ-ৰস-গন্ধৰ অপূৰ্বতাত সাধাৰণ পাঠকে আত্ম-সমৰ্পণ কৰিবলৈ বাধ্য হয় । কোনো কথা জোৰকৈ জাপি দিব খুজিলে এই জগতখনৰ জৈৱিক সংহতি হেৰাই যায় ।

মহৎ সাহিত্যত কোনো আদৰ্শ বা মতবাদ ওপৰৰ পৰা জোৰকৈ জাপি দিয়া নহয় ; লেখকৰ বৰ্ণিত কাহিনীৰ পৰা—মাটিৰ পৰা গছ গজাৰ দৰে—স্বাভাৱিক নিয়মত তাৰ স্ফুটন ঘটে । আনহাতে সাহিত্য-জগতৰ উপাদানসমূহ যিহেতু বহিঃবাস্তৱৰ পৰা আহৃত, নিজা বৈশিষ্ট্য থাকিলেও সাহিত্য যিহেতু বাস্তৱৰে এক নান্দনিক ৰূপায়ন, সেয়ে সাহিত্য কৰ্মত প্ৰস্ফুটিত বক্তব্য সাহিত্যিকৰ নিজা বক্তব্য নহবও পাৰে । সাহিত্যত প্ৰচাৰধৰ্মিতাৰ অৰ্থ ব্যাপক । এক বিশ্বজনীন ৰূপ নোপোৱা পৰ্যন্ত ব্যক্তিবিশেষ বা গোষ্ঠীবিশেষৰ বিষয়ীগত বাদ-মতবাদবিলাকৰ বৰ্ণনা সাহিত্য হব নোৱাৰে । মহৎ সাহিত্যিকৰ ৰচনাত যি ব্যক্ত হয়, সি তেওঁৰ নিজৰ বা সমাজৰ দুই এজন ব্যক্তিৰ কেৱল ব্যক্তিগত কাহিনী নহয় ; সি সমগ্ৰৰ ( totality ) একোটাইত অংশ, সমাজত সজ্ঞানে বা অজ্ঞানে ক্ৰিয়া কৰি থকা পৰস্পৰ-বিৰোধী অজস্ৰ ঐতিহাসিক শক্তিসমূহৰ প্ৰতিনিধি । মহৎ সাহিত্যিকে তেওঁৰ ৰচনাৰ জৰিয়তে তেওঁৰ নিজৰ নহয়, ব্যক্তি-মানৱৰ নহয়, বিশ্ব-মানৱৰ ভাৱ-অনুভূতি প্ৰকাশ কৰে । "সাহিত্য—ৰচনাত লেখক য'ত উপলক্ষ মাত্ৰ হোৱা নাই, তাত তেওঁৰ লেখা নষ্ট হৈ গৈছে । লেখকে য'ত নিজৰ ভাৱনাৰে সমগ্ৰ মানুহৰ ভাৱ অনুভৱ কৰাইছে, নিজৰ লেখাৰে সমগ্ৰ মানুহৰ বেদনা য'ত

প্ৰকাশ কৰাইছে, তাতেই তেওঁৰ লেখাই সাহিত্যৰ স্থান পাইছে।” (ৰবীন্দ্ৰনাথ)

সাহিত্য যিহেতু সাংবাদিকতা নহয়, গতিকে বাস্তৱ জীৱনৰ খুঁতি-নাতি বিৱৰণৰ শুদ্ধতাত সাহিত্য-কৰ্মৰ মহত্ব নিৰ্ভৰ নকৰে, খণ্ড কাহিনী এটাক আহিলা হিচাপে লৈ এটা যুগৰ সামগ্ৰিকতাৰ আৰু তাৰ সমস্যাৱলীৰ শুদ্ধ উপস্থাপনহে হ'ল সকলোবোৰ মহৎ সাহিত্যৰ অস্তিত্বহেতু। (ব্যাপক অৰ্থত এই সামগ্ৰিকতা হয়তো কলাসুলভ সৃষ্টিৰ আয়ত্তৰ বাহিৰত, অথবা মহাভাৰতীয় লেখকৰ পক্ষেহে ই সম্ভৱ; কিন্তু প্ৰগাঢ় অৰ্থত ‘সাধাৰণ’ লেখকৰ পক্ষেও ই অসাধ্য নহয়।)

মানুহে কেৱল এক নিৰালম্ব ব্যক্তি-জীৱনেই যাপন নকৰে; নিজৰ জ্ঞাত বা অজ্ঞাতসাৰে এটা যুগৰ সমাজ-জীৱনো সি যাপন কৰে। কিছুমান মানুহৰ ব্যক্তিগত কাহিনীক উপলক্ষ হিচাপে লৈ মহৎ সাহিত্যিকে এটা যুগৰ সামগ্ৰিক জীৱনৰ ছবি মৰ্মস্পৰ্শী ভাবে ফুটাই তোলে। কেতবোৰ ব্যক্তিৰ একোটাইত বিশেষ কাহিনীৰ মাজেদি তেওঁ প্ৰকাশ কৰে এটা যুগৰ সমগ্ৰমানুহৰ ভাৱ-অনুভূতি; প্ৰকাশৰ এই ক্ষমতাতে সাহিত্যৰ প্ৰচাৰধৰ্মী গুণটোও নিহিত হৈ থাকে।

মহৎ সাহিত্য সাহিত্যকৰ ব্যক্তিগত, মন্ময় চিন্তাৰ আহিলা মাত্ৰ নহয়। তেওঁৰ ৰচনাত যি প্ৰকাশ পায়, সি তেওঁৰ কেৱল মনোগত দৰ্শন নহয়, সি তেওঁৰ যুগৰ বস্তুগত সামগ্ৰিক দৰ্শনো। একোটা বিশেষ কাহিনীৰ মাজেদি, কিছুমান বিশেষ পৰিস্থিতিৰ যোগেদি সাহিত্যত ৰূপায়িত হয় যুগৰ বিশ্ব মানৱ; বিম্বিত হয় সদা পৰিবৰ্তনশীল সামাজিক শক্তি সমূহ আৰু সিবিলাকৰ মাজৰ সম্পৰ্ক সমূহ। এয়াই হ'ল সাহিত্যৰ বস্তুধৰ্মিতা। বিশ্ব মানৱে—যাক আমি জনতা নাম দিব পাৰোঁ—নিজৰ মনৰ গোপন কথা নিজে শুদ্ধভাৱে প্ৰকাশ কৰিব নোৱাৰে; আনকি নিজৰ মনৰ

গোপন কথা কি, তাকো অনেক সময়ত বুজিব নোৱাৰে। জনতাৰ মুখপাত্ৰ হিচাপে জনতাৰ মনৰ গোপন বাতৰি সাহিত্যিকে জনতাক দিয়ে। সাহিত্যিকৰ বিষয়ীগত বাদ-মতবাদবিলাকৰ ওপৰত সাহিত্যৰ সত্য নিৰ্ভৰশীল নহয়। নিজৰ মনোধৰ্মী মতবাদৰ বিপৰীতে হলেও, সাহিত্যৰ বস্তুধৰ্মী সত্যৰ খাতিৰত জনতাৰ মনৰ কথা তেওঁৰ চৰিত্ৰসমূহৰ যোগেদি কোৱাবলৈ সৎ সাহিত্যিক বাধ্য। এংগেলচৰ ভাষাত, 'reality must crop out even in spite of author's opinions.'

আচৰিত যেন লাগিলেও ই সত্য যে সাহিত্যিকে তেওঁৰ কাহিনীৰ জন্মদাতা হলেও, কাহিনীয়ে এটা নিৰ্দিষ্ট স্তৰ পোৱাৰ পিচত তেওঁৰ নিজৰে কল্পিত নায়ক-নায়িকাৰ ওপৰত সাহিত্যিকৰ প্ৰভাৱ বহু সময়ত আৰু নোহোৱাৰ দৰে হয়; নিজৰ অনিচ্ছা সত্বেও কাহিনীৰ সংহতি ৰক্ষাৰ্থে সাহিত্যকে যেন তেওঁলোকৰ ভাগ্য তেওঁলোকৰ হাতত এৰি দিব লগাত পৰে। 'আন্না কাৰেনিনা' সম্পৰ্কে তলস্তয়ৰ এটা উক্তি এই সন্দৰ্ভত উল্লেখনীয়। "আন্নাক ট্ৰেইনৰ আগত আত্মহত্যা কৰোৱাই আন্নাৰ প্ৰতি আপুনি প্ৰয়োজনাতিৰিক্ত নিষ্ঠুৰতা প্ৰদৰ্শন কৰিলে, বুলি এজন সাহিত্যানুৰাগী তলস্তয়ৰ ওপৰত অভিযোগ তোলাত তলস্তয়ে হেনো উত্তৰ দিছিল এনেদৰে, "পুস্কিনে এবাৰ তেওঁৰ বন্ধুবৰ্গক কৈছিল. 'মোৰ কাব্যৰ নায়িকা টাটিয়ানাই কি কৰিলে দেখিলানে? তেওঁ বিয়া কৰাই পেলালে তেওঁৰ সম্পৰ্কে যিটো মই কেতিয়াও ভবাই নাছিলো'। মোৰ আন্না সম্পৰ্কেও একেটা কথাই কব পাৰি। প্ৰকৃততে মোৰ নায়িক-নায়িকাই যেনেদৰে কাম কৰা উচিত বুলি মই ভাবোঁ, তেওঁলোকক তেনেদৰে কাম কৰাবলৈ মই বাধ্য কৰাব নোৱাৰোঁ।"

মহৎ সাহিত্যৰ ক্ষেত্ৰত, সাহিত্যিকৰ ব্যক্তিগত খেয়াল-খুচীৰ ওপৰত সাহিত্যৰ কাহিনী নিৰ্ভৰ নকৰে। এয়াই হ'ল 'সাহিত্যৰ বস্তুধৰ্মী সত্য', আৰু সাহিত্যত নিহিত এই বস্তুধৰ্মী সত্যৰ কাৰণেই লেখকৰ সাহিত্য-কৃতি তেওঁৰ ব্যক্তিগত ধ্যান-ধাৰণা

বা তেওঁৰ শ্ৰেণী অৱস্থান আদিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল নহয়। জন-জীৱনৰ লগত নাড়ীৰ সংযোগ থকা সৎ আৰু নিষ্ঠাবান সাহিত্যিকে তেওঁৰ ভ্ৰান্ত চেতনাৰেও ( false conciousness ) জন-জীৱনৰ প্ৰকৃত ছবি ফুটাই তুলিবলৈ সক্ষম।

আৰু এই কাৰণতেই লেখকৰ কেৱল ব্যক্তিগত মতাদৰ্শক সমুখত ৰাখি বা সমালোচকৰ দলীয় ৰাজনৈতিক দৃষ্টিকোণ আদিৰ পৰা সাহিত্যৰ প্ৰকৃত বিচাৰ সম্ভৱ নহয়। মাৰ্ক্স,-এংগেল্‌চ বা লেনিনেও এনেবোৰ দৃষ্টিকোণৰ পৰা সাহিত্যকৃতিৰ পৰিমাপ কৰা নাছিল। দৰ্শনৰ অমিল সত্বেও ইস্কাইলাছ, শেক্সপীয়েৰ, গেটে, বালজাক আদি লেখকসকল মাৰ্ক্স-এংগেল্‌চৰ প্ৰিয় আছিল, তলস্তয়ৰ খৃষ্টান ভ্ৰাতৃত্বৰ দৰ্শন সমৰ্থন নকৰিও লেনিন তলস্তয়ৰ এজন গুণমুগ্ধ পাঠক হব পাৰিছিল। ব্যক্তিগত ভাৱে বালজাক ফৰাচী দেশৰ সামন্ত শ্ৰেণীটোৰ প্ৰতিহে সহানুভূতিশীল আছিল; তথাপি সাহিত্যৰ বস্তুধৰ্মী সত্যৰ খাতিৰত তেওঁ বাধ্য হৈছিল, তেওঁৰ প্ৰিয় শ্ৰেণীটোৰ ক্ষয়ৰ ছবি আঁকিবলৈ যাৰ ফলত মাৰ্ক্স-এংগেলচৰ পৰা তেওঁ প্ৰশংসা আদায় কৰিব পাৰিছিল। একেজাতীয় কাৰণতে বালজাকৰ তুলনাত জোলা ৰাজনৈতিকভাৱে প্ৰগতিবাদী হোৱা সত্বেও এংগেল্‌চে বালজাককহে প্ৰশংসা কৰি গৈছে। ( ক্ৰুপ্‌স্কায়াই বৰ্ণোৱা লেনিনৰ এটা কাহিনী এই সন্দৰ্ভত উল্লেখ কৰিব পাৰি। এবাৰ এটা 'কমিউন' ভ্ৰমণ কৰিবলৈ যাওঁতে লেনিনে তাৰ ডেকাহঁতক সুধিলে, 'তোমালোকে কি পঢ়া? পুস্কিন পঢ়ানে?' 'ওহো তেওঁ বুৰ্জোৱা', এজনে চিঞৰি উঠিল, 'আমাৰ কাৰণে মায়াক'ভস্কিহে।' লেনিনে হাঁহিলে আৰু কলে, 'মই ভাবোঁ পুস্কিনহে শ্ৰেষ্ঠ।' )

সাহিত্যৰ সত্য যিহেতু বস্তুধৰ্মী, সেয়ে সাহিত্য সমালোচনাও হোৱা দৰকাৰ নিৰ্মোহ আৰু বিজ্ঞানসম্মত। প্ৰকৃত সমালোচনাত লেখকৰ বা সমালোচকৰ ব্যক্তিগত প্ৰীতি বা অসূয়াৰ হেতা-ওপৰা

অবাঞ্চনীয়। গ্যেটেৰ সমালোচনা সন্দৰ্ভত এংগেল্‌চে কৈছে যে সাহিত্যৰ বিচাৰ আমি কৰা উচিত নৈতিক বা দলীয় দৃষ্টিকোণৰ পৰা নহয়, নান্দনিক আৰু ঐতিহাসিক দৃষ্টিকোণৰ পৰাহে।

সাহিত্যৰ প্ৰচাৰধৰ্মী সত্যও সাহিত্যৰ এই বস্তুধৰ্মী সত্যৰ স'তে বিজড়িত। মহৎ সাহিত্যত প্ৰচাৰৰ প্ৰবৃত্তিয়ে গঢ় লয় সাহিত্যিকে তেওঁৰ সাহিত্য-কৰ্মত বৰ্ণনা কৰা বস্তুধৰ্মী পৰিস্থিতিসমূহৰ পৰা আপোনা-আপুনি,—এক স্বাভাৱিক নিয়মত। সংহতিবিহীনভাৱে, জোৰ জুলুমকৈ কোনো আদৰ্শ সাহিত্যত সুমুৱাই দিব খুজিলে সি ৰাজনৈতিক ইস্তাহাৰ বা মাষ্টাৰ মশাইৰ নীতিকথালৈ' পাতত হয়। মিনা কাউট্‌স্কিলৈ লেখা এখন চিঠিত এংগেল্‌চে এই কথা সুন্দৰকৈ বৰ্ণাইছে,

"স্পষ্টভাৱে ব্যক্ত নোহোৱাকৈ পৰিস্থিতি আৰু কাৰ্যকলাপ বোৰৰ পৰাই প্ৰচাৰৰ প্ৰবৃত্তি উপজিব লাগিব। লেখকে পঢ়ুৱৈৰ কাৰণে যিবোৰ ঐতিহাসিক সংঘাত আৰু সংঘৰ্ষ বৰ্ণনা কৰে, সিবোৰৰ এটা সৰল সমাধান যোগাবলৈ লেখক বাধ্য নহয়। মোৰ মতে সমাজবাদী উপন্যাসে তাৰ কৰ্তব্য সমাধা কৰে যদিহে বাস্তৱ পৰিস্থিতিৰ হুবহু বৰ্ণনা দি পৰিস্থিতিবোৰ সম্পৰ্কে মানুহৰ মাজত থকা ভ্ৰান্তিসমূহ ই দূৰ কৰিব পাৰে, .... .... যদিহে সমস্যাৰ কোনো পোনপটীয়া সমাধান নিদিয়াকৈ সমাজত যি চলি আছে, সিবোৰৰ সনাতন বৈধতা সম্পৰ্কে মানুহৰ মনত সংশয় জন্মাবলৈ ই সমৰ্থ হয়।"

সমাজত যি চলি আছে সি শাশ্বত আৰু নিৰ্ভুল—পৰিস্থিতিৰ শুদ্ধ চিত্ৰায়নেৰে এনে ধাৰণাৰ ভ্ৰান্তিলৈ আঙুলিয়াই দেখুওৱা বিশ্ব-সাহিত্যৰ এখন মহৎ গ্ৰন্থ হ'ল, আমি ভাবোঁ, তলস্তয়ৰ 'নৱজীৱন' (Resurrection)। সাহিত্যৰ যোগেদি অথচ সাহিত্য গুণ হ্ৰাস নোপোৱাকৈ সমাজ-ব্যৱস্থাৰ ওপৰত চলোৱা নিৰ্মম আক্ৰমণৰ এই গ্ৰন্থ এক বিৰল নিদৰ্শন।

আনহাতে, সাহিত্য গুণেৰে সমৃদ্ধ নহলে কেৱল প্ৰচাৰধৰ্মিতাৰ দ্বাৰাই যে সাহিত্য সাৰবান হ'ব নোৱাৰে, সাম্প্ৰতিক অসমীয়া সাহিত্যত তাৰ উদাহৰণ হ'ল শ্ৰদ্ধেয় হোমেন বৰগোহাঞিৰ 'হালধীয়া চৰায়ে বাওধান খায়' নামৰ উপন্যাসখন। উপন্যাসখনৰ নামটোতেই প্ৰচাৰৰ বেচ গোন্ধ আছে। 'ৰসেশ্বৰ' নামৰ এটা চৰিত্ৰৰ যোগেদি বৰ্তমানৰ সমাজ-ব্যৱস্থাত অসমীয় তথা ভাৰতীয় কৃষকৰ ওপৰত চলি থকা নিৰ্যাতনৰ এটা বৰ্ণনা লেখকে ইয়াত দিছে। কিন্তু সাহিত্যতো আৰু তথ্য'ৰ বিন্যাস নহয়! এখন ভাল উপন্যাসত যিবোৰ গুণৰ দৰকাৰ,—এক বহল আৰু বৰ্ণাঢ্য পটভূমি, চৰিত্ৰ সমূহৰ বহুমাত্ৰা, মানৱীয় সম্পৰ্কসমূহৰ সমগ্ৰতা তথা বিশ্বজনীনতা, সবাতোকৈ ডাঙৰ কথা, জীৱন স্পন্দনকাৰী মানৱায়তন,—ইবোৰৰ ইয়াত অভাৱ। সেয়ে দুৰ্দশাৰ বৰ্ণনাৰে ভৰপূৰ হলেও উপন্যাস খনে আমাৰ মনত বিশেষ দোলা নিদিয়ে। বাস্তৱৰ ই এখন বেয়াকৈ তোলা ফটো।

এই উপন্যাসখনৰ বিপৰীতে বীণা বৰুৱাৰ 'জীৱনৰ বাটত' নামৰ উপন্যাসখনলৈ চালে আমি পাওঁ যে দেখদেখকৈ প্ৰচাৰ-ধৰ্মী নোহোৱা সত্বেও লেখকৰ নিষ্ঠা আৰু ঔপন্যাসিক প্ৰতিভাৰ জোৰত তেওঁৰ বৰ্ণিত পৰিস্থিতিসমূহৰ পৰাই কেতবোৰ আদৰ্শ ইয়াত আপোনা আপুনি ব্যক্ত হৈছে। ইয়াত আমি পাওঁ, প্ৰেমৰ বিনিময়ত হলেও সমাজৰ ওপৰ মহলালৈ উধাব খোজা চহৰীয়া মধ্যবিত্তৰ মনোবৃত্তি (কমলাকান্ত), চহা শিক্ষিতৰ নিষ্ঠা আৰু দেশপ্ৰেমৰ আদৰ্শ (ধৰণী), সাধাৰণ অসমীয়া ছোৱালীৰ সৰলতাৰ বিপৰীতে চহৰীয়া বৰলোকৰ জীয়াৰীৰ তৰাং আভিজাত্য (তগৰ আৰু সুপ্ৰভা), ইত্যাদি। প্ৰচাৰৰ স্পষ্টতা নাথাকিলেও লেখকৰ সৃষ্টিশীল আলেখনৰ পৰা স্বতঃস্ফূৰ্ত ভাৱে যিবোৰ ভাৱাদৰ্শ ইয়াৰ ব্যঞ্জিত হৈছে, সিবোৰে আমাৰ হৃদয় তন্ত্ৰীত পোনেপোনে আঘাত কৰেগৈ, আৰু সেয়ে হোমেন বৰগোহাঞিৰ উপন্যাস

খনৰ তুলনাত 'জীৱনৰ বাটত' নিঃসন্দেহে এক উচ্চতৰ সাহিত্য কৃতি।

শেষত পুনৰ দোহৰা যাওক, কাহিনীৰ লগত জৈৱিক সংহতি নথকা আদৰ্শৰ পোনপটীয়া প্ৰচাৰ সাহিত্যিকৰ কাম নহয়; হব পাৰে, ই দাৰ্শনিকৰ কাম, সমাজবিজ্ঞানীৰ কাম, নীতিবাগীশৰ কাম; কিন্তু ই সাহিত্যিকৰ কাম নহয়। সাহিত্য যিহেতু বাস্তৱৰ এক দ্বান্দ্বিক প্ৰতিফলন, সেয়ে ইয়াত প্ৰচাৰৰ প্ৰবৃত্তি আহিব-লাগিব সাহিত্যিকে ৰূপায়িত কৰা বাস্তৱৰ বস্তুধৰ্মী পৰিস্থিতি সমূহৰ পৰা এক স্বাভাৱিক নিয়মত— এনেভাৱে যাতে তাৰদ্বাৰা কাহিনীৰ জৈৱিক ঐক্যৰ অকণো ক্ষতি খুণ নহয়; তেহে সাহিত্য প্ৰচাৰৰ প্ৰকৃত মাধ্যম হব পাৰিব, সাহিত্য কৰ্মত-নিহিত আদৰ্শসমূহে পাঠকৰ মৰ্মস্পৰ্শ কৰিব পাৰিব কেৱল তেতিয়াহে।

সাহিত্যৰ প্ৰচাৰধৰ্মী গুণ আছে; কিন্তু ইয়াত প্ৰচাৰৰ প্ৰয়োজনীয়তাৰ কথা আলোচনা কৰোতে লুকাচ্‌অৰ এষাৰ উক্তি আমি সদায় মনত ৰখা দৰকাৰ—"The conception of art as direct propaganda rejects the deeper, objective propaganda potential of art."

( ১৯৭৬ )

—x—

## ॥ সাহিত্যৰ ৰুচি আৰু ৰুচিৰ সাহিত্য ॥

অসমত সম্প্ৰতি এক সাংস্কৃতিক বিপৰ্যয়ে দেখা দিছে ; জনতামুখী সাহিত্য আৰু গানৰ পয়োভৰে, সস্তীয়া প্ৰগতিবাদী চিন্তাই, সংস্কৃতিৰ নামত চলা নিছক ব্যৱসায়বাদে আমাৰ সাহিত্য-সংস্কৃতি বিপন্ন কৰি তুলিছে ; উচ্চ সংস্কৃতিৰ আদৰ্শৰ অভাৱত অসমীয়া সমাজে সংস্কৃতিৰ ক্ষেত্ৰত ঘোৰ তমসালৈ গতি কৰিছে ; পপুলিজমৰ, নব্য-নিৰক্ষতাৰ, 'কুৰুচিৰ স্ফীতকণ্ঠ বৰ্বৰ বিক্ৰম'ৰ দপ্‌দপনিয়ে অসমীয়া সংস্কৃতিৰ সাংগীতিক লয়ত এক বে-সুৰৰ সৃষ্টি কৰিছে। অসমীয়া সংস্কৃতিৰ কাননলৈ এই যি দুৰ্গতিৰ ধুমুহা আহিছে, তাৰ মূলতে হ'ল অসমীয়া সমাজত ফিলিষ্টিনিজমৰ আধাৰত ন-কৈ গঢ় লোৱা প্ৰগতিবাদী চিন্তাধাৰা। অসমীয়া মধ্যবিত্তৰ মন সু-সংস্কৃত কৰাত সদা প্ৰয়াসমান আমি-উন্নত ৰুচিৰ সাধক বৃন্দ-ইয়াৰ নীৰৱ দৰ্শক হৈ বহি থাকিলে নহব ; ইয়াৰ বিৰুদ্ধে আমি অভিযান চলাব লাগিব। অসমীয়া সমাজত উচ্চ-সংস্কৃতি আমি শক্তিশালী কৰি তুলিবই লাগিব। কিন্তু ইয়াৰ উপায় কি ? উপায় হ'ল—প্ৰথম, ফিলিষ্টাইন প্ৰগতিবাদী সকলৰ ওপৰত পৰোক্ষ তিৰস্কাৰ বৰ্ষণ ; দ্বিতীয়, অসমীয়া শিক্ষিত মধ্যবিত্ত সকলক তেওঁলোকৰ মনবিলাক সুৰুচিপূৰ্ণ কৰিবলৈ সকাতৰ অনুৰোধ। এই সহজ পন্থা অৱলম্বন কৰিলেই অসমীয়া সাহিত্য-সংস্কৃতিৰ বিতান শীঘ্ৰেই ৰঙ-বিৰঙৰ বিতোপন ফুলেৰে জাতিষ্কাৰ হৈ পৰিব। ইয়াৰ বাবে অৰ্থনৈতিক অসাম্য দূৰীকৰণৰ চেষ্টাৰ নাইবা সমাজৰ ভ্ৰান্তিকৰ বিন্যাসৰ বিৰুদ্ধে হাতত কলম লোৱাৰ 'জঞ্জাল'ত সোমোৱাৰ বিন্দুমাত্ৰ প্ৰয়োজন নাই।

এইচ, জি, ওৱেল্‌চে তাহানিতে 'জোনত প্ৰথম মানুহ' নামে এখন বিজ্ঞানভিত্তিক ৰহস্যোপন্যাস লেখিছিল। উপন্যাসত মিঃ

কেষ্টৰ বোলা এজন ব্যক্তিয়ে মহাকৰ্ষণৰ কোনো জ্ঞান আহৰণ নকৰাকৈয়ে জোনলৈ যোৱাৰ এটা অভিনৱ পন্থা উলিয়াইছিল। যিবিলাক ঐতিহাসিক কাৰণত অসমৰ সাহিত্য-সংস্কৃতি বিপৰ্যস্ত হৈছে, সিবিলাক সম্পূৰ্ণৰূপে আওকাণ কৰি, সিবিলাকৰ উঁহ বিচৰাৰ সামান্যতম প্ৰয়াসো নকৰি, কেৱল অসমীয়া মধ্যবিত্তৰ মন নিকা কৰাৰ চেষ্টাৰে অসমীয়া সমাজক উচ্চ সংস্কৃতি 'লুনা' লৈ নিব খোজা আমাৰ ওপৰোক্ত কৰ্চিবানৰ (lunatic-ৰ?) দলটো হ'ল মিঃ কেষ্টৰ আধুনিক সংস্কৰণ।

সমাজ-বিজ্ঞানৰ যৎসামান্য জ্ঞানো যি সকলৰ আছে, তেওঁলোকৰ এই কথা নিশ্চয় অবিদিত নহয় যে পৃথিৱীৰ ভৰ সলনি নকৰাকৈ পৃথিৱীৰ মহাকৰ্ষণ সলনি কৰা যিদৰে অসম্ভৱ, অপসংস্কৃতিৰ জন্ম দিয়া সমাজৰ স্থিৰাৱস্থাটোক একান্তভাবে সমৰ্থন কৰি, কেৱল অসমীয়া মধ্যবিত্তৰ মন বিশুদ্ধ কৰাৰ প্ৰয়াসেৰে অসমীয়া সংস্কৃতিৰ জগতখনো আচম্বিতে নিকা কৰাও একেদৰেই অসম্ভৱ। সংস্কৃতি বেবিলনৰ শূণ্যোদান নহয়, আৰ্থ-সামাজিক জগতখনৰ পৰা বিচ্ছিন্ন হৈ শূণ্যত ওপঙি নাথাকে।

ব্যৱহাৰিক, বাস্তৱ জগতখনৰ লগত সংস্কৃতিৰ তথা সমস্ত চেতন জগতখনৰ সম্পৰ্ক মাতৃৰ লগত গৰ্ভস্থ সন্তানৰ সম্পৰ্কৰ দৰে। গৰ্ভস্থ সন্তানৰ স্বাস্থ্য মাতৃস্বাস্থ্যৰ ওপৰত যিদৰে নিৰ্ভৰশীল, ঠিক একেদৰে সংস্কৃতিৰ জগতখনৰ 'স্বাস্থ্য'ও বাস্তৱ জগত নিৰ্ভৰ। বাস্তৱ জগতৰ ওপৰত সাংস্কৃতিক জগতৰ প্ৰতিক্ৰিয়া অনুপেক্ষনীয়, তথাপি সাংস্কৃতিক জগত বাস্তৱ জগতৰ নহয়, বাস্তৱ জগতক সাংস্কৃতিক জগতৰ প্ৰকৃত ভ্ৰামক। দৰাচলতে সাহিত্য-সংস্কৃতি, ধৰ্ম-দৰ্শন এই সকলোবোৰ মানুহৰ বাস্তৱ জীৱনধাৰাৰ উৎকৃষ্ট সাৰসদৃশ। সেয়ে বাস্তৱ জীৱনধাৰা সলনি নোহোৱা পৰ্যন্ত, অথবা সলনি নকৰা পৰ্যন্ত-সাহিত্য-সংস্কৃতি, ধৰ্ম-দৰ্শন আদি বাস্তৱ জীৱনৰ ভাৱাদৰ্শী উৎপাদনবোৰবো ৰূপ আচম্বিতে সলনি হৈ নাযায়। গতিকে মানুহৰ মন বিশুদ্ধীকৰণ

উপদেশ আওৰাই বা 'সাহিত্য-সংস্কৃতি ৰসাতলে গৈছে' বুলি অশ্রু বর্ষণ কৰি সাহিত্য-সংস্কৃতিক উর্ধগামী কৰাৰ চেষ্টা কেৱল বাতুলতাই নহয়; ই নিজৰ ফিলিষ্টাইন মনৰ বহিঃপ্রকাশো।

যি 'ৰুচি' নামৰ বস্তুটোৰ বাবে আমাৰ সাহিত্যৰসিক দলটোৱে হামৰাও কাঢ়ি ফুৰিছে, সেই 'ৰুচি' বস্তুটো এটা নিঃসম্পর্ক সত্তা নহয়,—ই এক বিশেষ ধৰণৰ মানসিক অৱস্থাহে; ইয়াক আয়ত্ত কৰিব পাৰে সেইসকল লোকেহে যিসকলৰ সামান্য হলেও এটা নির্দিষ্ট আয়ৰ সুৰত ৰক্ষা জীৱন আছে, অন্ততঃ যি সকলৰ জীৱনটো মানৱীয় অস্তিত্বৰ বাবে কৰা সংগ্রামৰ নামান্তৰ নহয়। আনহাতে, অস্তিত্ব ধাৰণেই যিসকলৰ পক্ষে জীৱনৰ সবাতোকৈ ডাঙৰ আৰু একমাত্র সমস্যা, ৰুচি তেওঁলোকৰ বাবে এক আচহুৱা বস্তু হৈ পৰিবলৈ বাধ্য হয়; ৰেম্‌ব্রাণ্ডটৰ চিত্র অথবা ব্লেকৰ কবিতাত সুন্দৰতা দেখাৰ মানসিক অৱস্থা তেওঁলোকে হেৰুৱাই পেলায়; তেওঁলোকৰ মনত সুন্দৰৰ প্রতিকৃতি হৈ পৰে এজোৰ ফটা কাপোৰ, খুদকণা সম্বলিত একাহি ভাতহে। মাৰ্ক্সে জীৱনৰ এই নিষ্ঠুৰ সত্যটো তেওঁৰ স্বভাৱসুলভ কঠিন অথচ বলিষ্ঠ ভাষাৰে বর্ণনা কৰিছে,

"পঞ্চেন্দ্রিয়ৰ শিক্ষা অতীত ইতিহাসৰ ফল। দাৰিদ্র্যৰ দ্বাৰা পৰিবেষ্টিত ইন্দ্রিয়ৰ সংবেদনশীলতাও সীমিত। ভোকাতুৰ মানুহৰ বাবে সভ্য ভোজনৰ অস্তিত্ব নাই, তেওঁৰ বাবে সত্য মাথোন অন্ন— যি জন্তুৰ দানাৰ দৰে অমাৰ্জিতও হব পাৰে। অতিশয় ভাল নাটক এখনো উপভোগ কৰাৰ অনুভূতি হতাশাপীড়িত আৰু উদ্বিগ্ন মানুহে হেৰুৱাই পেলায়। কাঁহ-পিতল বেচা মানুহে কাঁহ-পিতলৰ বজাৰ-ভাওহে দেখা পায়, সিবিলাকৰ সৌন্দর্য বা বিশেষ গুণ তেওঁৰ চকুত নপৰে।"

মানুহৰ মনত ৰুচিবোধ জাগ্রত কৰিব পাৰি কেনেকৈ? মাৰ্ক্সে তাৰ উত্তৰ দিছে,—

"মানুহৰ স্বাভাৱিক সত্তাৰ ভিতৰৰ বিষয়গত সম্পদ ৰাশিৰ বিকাশৰ যোগেদিহে বিষয়ীগত মানৱীয় সংবেদনাৰ যি সম্পদ— বা সংগীত কলা উপভোগৰ ক্ষমতা—তাৰ প্ৰশিক্ষণ বা উৎকৰ্ষ সম্ভৱ; মানুহৰ ইন্দ্ৰিয়সমূহক মানৱীয় গুণাৱলী ৰূপে প্ৰতিষ্ঠা কৰিব পাৰি কেৱল তেতিয়াহে।"

সৰ্ব-সাধাৰণৰ হৃদয়ত ৰুচিবোধ জাগ্ৰত কৰিব খুজিলে ৰুচিক গ্ৰহণ কৰিব পৰা পৰিস্থিতি তেওঁলোকৰ মাজত সৃষ্টি কৰিব লাগিব। ৰুচিবোধ থাকে কেৱল মানুহৰহে; জন্তুৰ ৰুচিবোধ নাই,—আৰু জান্তৱ পৰিস্থিতিত বাস কৰা মানুহৰো নাই। ই এক সহজ-সৰল বাস্তৱ তথ্য; ইয়াৰ বাবে মাৰ্ক্‌স্‌ খৰচি মাৰি বুজাৰ প্ৰয়োজন নাই। আনহাতে আমাৰ ৰুচিবিলাসী দলটোৰ হৃদয় ইমান ৰসঘন যে হৃদয়ৰ পৰা স্ৰাৱিত হৈ ই যেন তেওঁলোকৰ মগজুও অধিকাৰ কৰিছেগৈ! সেয়ে সময়ে সময়ে মাৰ্ক্সৰ উদ্ধৃতি দিলেও মাৰ্ক্সৰ লেখনিৰ সাৰমৰ্ম তেওঁলোকৰ বোধগম্য নহয়গৈ। ৰুচি—বাতুল এই দলটোৱে বুভুক্ষু শিশুৰ আৰ্তৰৱৰ মাজত বিচাৰে স্বৰ্গীয় সংগীতৰ অনুৰণন-পাৰি পাশ্বি-কতাৰ পূতিগন্ধ কদৰ্য ভূমিত বিচাৰে উচ্চ সংস্কৃতিৰ সুবাস। যিবোৰ কদৰ্যতাই সংস্কৃতি পূতিগন্ধ কৰি তুলিছে, সঙ্গীতৰ নূপুৰ-নিক্কনক নৰকৰ গোঙানিলৈ ৰূপান্তৰিত কৰিছে, সিবোৰ পৰিষ্কাৰ কৰা কামত আগবাঢ়ি আহিবলৈ তেওঁলোক হলে নাৰাজ; মধ্যবিত্তৰ অভিজাত-চেতনাই তেওঁলোকক এই 'মেথৰ' কামত আগবঢ়াত বাধা দিয়ে। যিবোৰ ঐতিহাসিক কাৰণত, যিবোৰ বাস্তৱ পৰিস্থিতিৰ ফলত, অসমীয়া সমাজৰ পৰা সাহিত্য—সংস্কৃতিৰ পোহৰ তিৰোহিত হৈছে, সিবোৰৰ লগত বাস্তৱ সংগ্ৰাম কৰি সু-সাহিত্য আৰু সু-সংস্কৃতিৰ আলোক-বৰ্তিকা কঢ়িয়াই অনাৰ প্ৰমেথিয়ান উদ্যম তেওঁলোকৰ নাই। সেয়ে সংস্কৃতিৰ নাটঘৰত অন্ধকাৰ দেখা পাই তেওঁলোকে আৰম্ভ কৰে মেয়েলি বিলাপ: "আজি অসমীয়া সমাজত সাহিত্য-সংস্কৃতিক, মননশীলতাক, ৰুচিক ৰক্ষা কৰিবৰ বাবে জ্যোতিপ্ৰসাদৰ

আদৰ্শেৰে অনুপ্ৰাণিত হব পৰা এদল কবি-সাহিত্যিক, শিক্ষাবিদ-সাংবাদিক যদি নোলায়, তেন্তে অসমীয়া সমাজখনৰ বাক কি হব ?”

আৰ্টক জীৱনৰ পৰা দ্বিধা-বিভক্ত কৰি আমাৰ ৰুচিবিলাসীৰ দল-টোৱে বাস্তৱ সংগ্ৰামৰ পৰা আঁতৰি থকাৰ অজুহাত উলিয়ায়। ফলত কলা-সংস্কৃতি তেওঁলোকৰ মানত হৈ পৰেগৈ ৰূঢ় বাস্তৱতাই ঢুকি নোপোৱা এক মানসিক শৰণ ভূমি। ‘বাস্তৱ-জগত দুৰ্গন্ধময় এতেকে আঁহা, বিশুদ্ধ আৰ্টৰ সৌৰভময় বিতানত আমি আশ্ৰয় লওঁগৈ ; বাস্তৱ-জীৱন কৰ্কশ, ই ৰুক্ষ ; এতেকে আঁহা, বিশুদ্ধ আৰ্টৰ এখন পেলৱ, মসৃণ জগত আমি সৃষ্টি কৰোঁ আৰু গৰ্তাভি-মুখী ভীত মূষিকৰ দৰে তালৈ পলাই যাওঁ। ‘এইদৰে জীৱনৰ লগত আৰ্টৰ অংগাংগী সম্পৰ্কৰ কথা জানিও নিজৰ প্ৰায় অজ্ঞাত সাৰেই তেওঁলোক কলা-কৈৱল্যৰ প্ৰবক্তা হৈ পৰেগৈ, আৰু তাৰ সমৰ্থক নোহোৱা বাবে প্ৰগতিবাদীসকল তেওঁলোকৰ মানত হৈ পৰে বাস্তৱতাৰ পংকিল ডোবাত লুতুৰি-পুতুৰি ৰুচি-বিবৰ্জিত কেতবোৰ ফিলিষ্টাইন।

কিন্তু ওপৰোক্ত আলোচনাৰ পিচত একমাত্ৰ ৰুচি-বাতুলৰ বাহিৰে আন কাকো হয়তো বুজোৱাৰ প্ৰয়োজন নহব যে প্ৰগতিবাদ ফিলিষ্টিনিজমৰ নামান্তৰ নহয়। অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতত যি ফিলিষ্টিনিজমে দেখা দিছে, তাৰ কাৰণ প্ৰগতিবাদী-সকলক নহয় ; তাৰ মূল কাৰণ লুকাই আছে সমাজৰ বস্তুধৰ্মী বাস্তৱ পৰিস্থিতিবোৰৰ মাজত হে ; আৰু সিবিলাকৰ বিজ্ঞানসম্মত বিশ্লেষণেহে অসমীয়া সাহিত্য-সংস্কৃতিত ফিলিষ্টিনিজমৰ সমস্যাটোৰ ওপৰত প্ৰকৃত আলোক সম্পাত কৰিব পাৰিব। (১৯৭৬)

—×—

# ॥ নাৰী, প্ৰেম আৰু মাৰ্ক্স ॥

মাৰ্ক্সৰ বিপুল ৰচনাৱলীত নাৰী আৰু প্ৰেম সম্পৰ্কীয় আলোচনা তুলনামূলকভাৱে তাকৰ। আগবয়সতে লেখা '১৮৪৪ চনৰ অৰ্থনীতি আৰু দৰ্শনবিষয়ক পাণ্ডুলিপি'ৰ দুঠাইত আৰু 'পবিত্ৰ পৰিয়াল' গ্ৰন্থৰ 'প্ৰেম' শীৰ্ষক এটা উপ-অধ্যায়ত কৰা যৎকিঞ্চিৎ আলোচনাত বাদে তেওঁৰ আন কোনো ৰচনাতে এই বিষয়ৰ উল্লেখ নাই। এই তাকৰীয়া সমলকে লৈ এৰিক ফ্ৰোমে 'প্ৰেমতত্ত্ব' নামে এটা মূল্যবান প্ৰবন্ধ ৰচনা কৰিছে। (তেওঁৰ 'থিয়োৰী অৱ ল'ভ' গ্ৰন্থ দ্ৰষ্টব্য। প্ৰেমৰ ওপৰত মাৰ্ক্সীয় দৃষ্টিকোণৰ পৰা লেখা এটা প্ৰবন্ধ ক্ৰিষ্টফাৰ কডৱেলৰ 'ষ্টাডিজ ইন এ ডাইং কালচাৰ' গ্ৰন্থতো আছে।)

মাৰ্ক্সৰ সমস্ত লেখা মানৱ-প্ৰেমেৰে সিক্ত হলেও নাৰী-পুৰুষৰ প্ৰেম সম্পৰ্কে তেওঁ প্ৰায় নিমাত থকাৰ দুটা সম্ভাব্য কাৰণ হ'ল-প্ৰথম, সমাজ-বৈজ্ঞানিক আৰু অৰ্থনৈতিক চিন্তাত তেওঁ এনেভাৱে বুৰ গৈ আছিল যে এই বিষয়ে বহলাই আলোচনা কৰিবলৈ তেওঁৰ আজৰি নাছিল। দ্বিতীয়তে, নাৰী-পুৰুষৰ প্ৰেমক লৈ কৰা ৰোমাণ্টিক ভাবালুতা কঠোৰভাৱে বাস্তৱবাদী মাৰ্ক্সৰ বাবে এক জুগুপ্সাৰ বিষয়ো আছিল। বিয়াৰ আগতে আৰু পিচত পত্নীলৈ লেখা ব্যক্তিগত চিঠি-পত্ৰবোৰৰ পৰা এই সম্পৰ্কে তেওঁৰ চিন্তাৰ কেতবোৰ দিশ হয়তো উন্মোচিত হ'ল হেঁতেন; কিন্তু মাৰ্ক্স আৰু তেওঁৰ পত্নীৰ মৃত্যুৰ পিচত তেওঁলোকৰ জীয়াৰী ল'ৰাই তেওঁলোকৰ প্ৰায়বোৰ চিঠিয়েই পুৰি পেলায়। তথাপি প্ৰকাশিত দুই-চাৰিখন চিঠি-পত্ৰ আৰু ছেগা-চোৰোকা ৰচনাবোৰৰ পৰাই মাৰ্ক্সৰ এই বিষয়ৰ চিন্তাৰ সামান্য ইংগিত পাব পাৰি।

প্ৰেমক মাৰ্ক্সে গঢ় কৰিছিল মানুহ আৰু মানুহৰ মাজত থকা সামাজিক সম্পৰ্কৰ এটা জীয়া আনুভূতিক উপাদান হিচাপে। তেজ-মঙহৰ নাৰী আৰু তেজ-মঙহৰ পুৰুষৰ মাজত থকা এই জীৱন্ত অনুভূতিটোক এক বিমূৰ্ত—প্লেটনিক ৰূপ দি তাৰ ওপৰত বিমূৰ্তভাৱে চিন্তা কৰাৰ তেওঁ বিৰোধী আছিল। প্ৰেমৰ, তেওঁৰ মতে, জন্মই হয় ইন্দ্ৰিয়-অন্বিত বাস্তৱ জগৎখনত; গতিকে এই জগত-বৰ্জিত প্ৰেম অৰ্থশূণ্য, অস্তিত্ববিহীন। আপেল আৰু আঙুৰৰ উদাহৰণ দি তেওঁ কৈছিল,—ৰঙ আৰু ৰসেৰে ভৰা সঁচা বাস্তৱ আপেল বা সঁচা বাস্তৱ আঙুৰৰ বাহিৰত 'আপেল' বা 'আঙুৰ' বুলি যেনেকৈ কোনো বিমূৰ্ত ফল নাই, বা তেজ-মঙহৰ সঁচা মানুহৰ বাহিৰত 'মানুহ' বুলি যেনেকৈ এটা বিমূৰ্ত সত্তা নাই, ঠিক তেনেকৈ সঁচা নাৰী-পুৰুষৰ মাজত থকা ঐন্দ্ৰিয়ক সঁচা প্ৰেমৰ বাহিৰত 'প্ৰেম' নামৰ কোনো বিমূৰ্ত অনুভূতি থাকিব নোৱাৰে। ফয়েৰবাখ, ব্ৰুন' বউৱাৰ প্ৰমুখ্যে দূৰকল্পী দাৰ্শনিকসকলৰ এই বিমূৰ্তকৰণ প্ৰচেষ্টাক তেওঁ ব্যংগ কৰিছিল। বউৱাৰ ভ্ৰাতৃত্ৰয়ৰ দ্বিতীয় ভ্ৰাতৃ এডগাৰ বউৱাৰক সমালোচনা কৰি 'পৱিত্ৰ পৰিয়াল' গ্ৰন্থত তেওঁ লেখিছিল,

"এডগাৰ ডাঙৰীয়াই প্ৰেমক 'দেৱী'ৰ পৰ্যায়লৈ তুলি নিছে। মানুহক, যি প্ৰেম কৰে,—অৰ্থাৎ 'মানুহ'ৰ প্ৰেমক— 'প্ৰেম'ৰ মানুহলৈ সলনি ঘটাই তেওঁ প্ৰেমক ব্যক্তিৰ পৰা বিচ্ছিন্ন আৰু সেয়ে স্বাধীন কৰি তুলিছে।" আকৌ, "প্ৰেমৰ যি আবেগ, তাৰ কোনো তৎপূৰ্ব ( a priori ) ব্যাখ্যা নাই, কাৰণ ইয়াৰ জন্ম আৰু বিকাশ হয় ইন্দ্ৰিয়ৰ জগতত, বাস্তৱ মানুহৰ মাজত।"

প্ৰেম সম্পৰ্কে মাৰ্ক্সৰ ধাৰণা তেওঁৰ সমাজবাদী চিন্তাৰ পৰাই উদ্ভূত। তেওঁৰ মতে প্ৰেমৰ বৈশিষ্ট্য হ'ল—আন এক সত্তাৰ সৈতে নিজৰ সত্তাক মিলাই দিয়া। প্ৰকৃত প্ৰেমত, মাৰ্ক্সৰ মতে, দাতা আৰু গ্ৰহীতা একাত্ম; দুওঁলোকৰ মাজৰ ভেদাভেদ

অচিন্তনীয়। প্ৰেম হ'ল এবিধ আত্ম-সমৰ্পণ; ই এনে এক ৰহস্য যে ইয়াত বিজয়ীৰ মুকুট পিন্ধে বিজিত জনেহে। সেয়ে কোনো ব্যক্তি প্ৰেমী হব খুজিলে তেওঁ নিজেও প্ৰিয় হোৱাৰ ক্ষমতা অৰ্জন কৰি লব পাৰিব লাগিব; নিজে ভালপোৱাৰ পাত্ৰ নোহোৱাকৈ কাৰোবাৰ ভালপোৱা পাব খুজিলে তেওঁ ব্যৰ্থ হবলৈ বাধ্য। 'অৰ্থনীতি আৰু দৰ্শন বিষয়ক পাণ্ডুলিপি'ৰ এঠাইত তেওঁ লেখিছিল,

"মানুহক মানুহ বুলি আৰু জগতৰ লগত তেওঁৰ সম্পৰ্ক সমূহ মানৱীয় বুলি জ্ঞান কৰিবা; প্ৰেমৰ সলনি প্ৰেম, বিশ্বাসৰ সলনি বিশ্বাস বিনিময় কৰিব পাৰিবা কেৱল তেতিয়াহে। ... ... প্ৰতিদান স্বৰূপে প্ৰেম জাগ্ৰত কৰাব নোৱাৰাকৈ তুমি যদি প্ৰেম কৰা, অৰ্থাৎ তোমাৰ প্ৰেমে যদি তোমাৰ প্ৰতি অনুৰূপ প্ৰেমৰ জন্ম দিয়াব নোৱাৰে, প্ৰেমিক ব্যক্তি হিচাপে তোমাৰ জীৱন্ত প্ৰকাশৰ যোগেদি তুমি যদি নিজকে এজন প্ৰিয় ব্যক্তি কৰি তুলিব নোৱাৰা, তেন্তে তোমাৰ প্ৰেম ক্লীৱ—এক দুৰ্ভাগ্য।"

নাৰী-পুৰুষৰ মাজৰ সম্পৰ্কক মাৰ্ক্সে বিচাৰ কৰিছিল মানৱ-প্ৰজাতিৰ সামাজিক সত্তাটোৰ আটাইতকৈ স্বাভাৱিক আৰু পোনপটীয়া অভিব্যক্তি হিচাপে। এই সম্পৰ্ক, তেওঁৰ মতে, মানুহ আৰু মানুহৰ মাজত থকা সামাজিক সম্পৰ্কৰ স্বাভাৱিকতম বুনিয়াদ; নাৰী আৰু পুৰুষৰ পৰস্পৰ নিৰ্ভৰ যি স্বাভাৱিক সম্পৰ্ক, তাতেই অতি স্পষ্ট আৰু সহজভাৱে প্ৰকাশ পায় মানুহৰ সামাজিক সত্তা, মানৱীয় সাৰমৰ্ম। "মানুহ আৰু মানুহৰ মাজৰ আটাইতকৈ পোনপটীয়া আৰু স্বাভাৱিক সম্পৰ্ক হ'ল নাৰী-পুৰুষৰ সম্পৰ্ক। ... ... ... এই সম্পৰ্কৰ চৰিত্ৰৰ পৰা গম পাব পাৰি মানুহে এক প্ৰজাতি সত্তাৰূপে নিজকে কিদৰে বুজিব পাৰিছে; ব্যক্তি সত্তাৰ উপৰিও মানুহ কিমানদূৰলৈকে এটা সামাজিক সত্তা, সিও অভিব্যক্ত হয় এই সম্পৰ্কৰ পৰাই।" (পূৰ্বোক্ত গ্ৰন্থ)

নাৰী আৰু প্ৰেম সম্পৰ্কীয় মতামত মাৰ্ক্সৰ ৰচনাত অপ্ৰচুৰ হলেও তেওঁৰ ব্যক্তিগত জীৱনত দুয়োটাৰে প্ৰভাৱ নপৰাকৈ থকা নাছিল। মাত্ৰ সোতৰ বছৰ বয়সত তেওঁ য়েনী ফন ভেষ্টফালেন নামে তেওঁতকৈ চাৰিবছৰে ডাঙৰ এজনী ছোৱালীৰ প্ৰেমত পৰে আৰু তাৰ এবছৰমান পিচতে ছোৱালীজনীৰ পৰিয়ালে গম নোপোৱাকৈ দুয়ো বাকদত্ত হয়। এই ছোৱালীজনী আছিল মাৰ্ক্সৰ এগৰাকী বায়েকৰ বান্ধৱী আৰু তেওঁলোকৰে প্ৰতিবেশী এজন বেৰনৰ দুহিতা। বেৰন দুহিতা স্বভাৱতে সুশিক্ষিতা আৰু মাৰ্জিত ৰুচিৰ অধিকাৰিণী আছিল: শেক্সপীয়েৰৰ ওপৰত তেওঁৰ দখল আছিল ঈৰ্ষণীয়। তেওঁৰ বিতোপন কান্তিয়েও বহুতো যুৱকৰ মন আকৰ্ষণ কৰিছিল। বিয়াৰ বহুবছৰৰ পিচত, প্ৰায় বৃদ্ধ বয়সত, মাৰ্ক্স যেতিয়া কিছু-দিনৰ কাৰণে লণ্ডনৰ পৰা জন্মস্থান ত্ৰিয়েৰলৈ যায়, তেতিয়াও তেওঁ চহৰখনত পত্নীৰ ৰূপৰ প্ৰশংসা শুনিবলৈ পাইছিল। 'তাহানিৰ ত্ৰিয়েৰৰ 'সুন্দৰতমা গাভৰু' আৰু 'বলনাচৰ ৰাণী' গৰাকীৰ কথা ইয়াত মোক সকলোৱে সুধিছে। এখন সমস্ত চহৰৰ কল্পনাত নিজৰ পত্নী এনেদৰে জীয়াই থকাটো যি কোনো স্বামীৰ পক্ষেই গৌৰৱৰ কথা।'—মাৰ্ক্সে পত্নীলৈ চিঠিত লেখিছিল। য়েনীৰ দেউতাক বেৰন ফন ভেষ্টফালেন এজন অভিজাত সম্প্ৰদায়ৰ জ্ঞানান্বেষী পুৰুষ আছিল। লাটিন, গ্ৰীক প্ৰমুখ্যে সাতোটা ভাষা তেওঁ জানিছিল আৰু হোমাৰ, শেক্সপীয়েৰ আদি বহুটো প্ৰাচীন কবিৰ কবিতা তেওঁ অনৰ্গল মুখস্থ মাতিব পাৰিছিল। বেৰনগৰাকীৰ প্ৰতি মাৰ্ক্সৰ প্ৰগাঢ় শ্ৰদ্ধা আছিল আৰু এই শ্ৰদ্ধাৰ চিন স্বৰূপে ডক্টৰেটৰ বাবে লেখা গ্ৰন্থখন তেওঁ বেৰনৰ নামত উচৰ্গা কৰিছিল।

ধন, আভিজাত্য, সামাজিক প্ৰতিপত্তি আদি সকলোতে উচ্চ বেৰন পৰিয়ালৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰাত মাৰ্ক্স পৰিয়ালৰ অনিচ্ছা নাছিল। কিন্তু বেৰন পৰিয়ালৰ দুই-এজনে, বিশেষকৈ ফাৰ্ডিনাণ্ড নামে য়েনীৰ এজন সতীয়া ককায়েকে

(যি পিছলৈ প্ৰছিয়াৰ প্ৰতিক্ৰিয়াশীল চৰকাৰৰ এজনা মন্ত্ৰী হৈছিলগৈ) ইয়াত যথেষ্ট বিঘিনিৰ সৃষ্টি কৰিছিল। তদুপৰি ইতিমধ্যে বেৰন গৰাকী আৰু মাৰ্ক্সৰ দেউতাক দুয়োৰে মৃত্যু ঘটাত জটিলতা আৰু বৃদ্ধি পায়।

য়েনীৰ লগত তেওঁৰ আনুভূতিক সম্পৰ্ক গঢ়ি উঠাৰ সময়ত মাৰ্ক্স আছিল এজন সদ্য যৌৱনপ্ৰাপ্ত কিশোৰ। গতিকে প্ৰণয়ৰ পৰিণতিৰ কথা বিশেষভাবে চিন্তা নকৰি তেওঁ সোৎসাহে ৰোমাণ্টিক কৰিতা লেখিবলৈ আৰম্ভ কৰি দিয়ে। প্ৰণয়ৰ চিনস্বৰূপে তেওঁ এবাৰ বাৰ্লিনৰ পৰা ত্ৰিয়েৰত থকা য়েনীলৈ কৰিতাৰ তিনিটা শকত বহীও পঠিয়াই দিছিল। বহীকেইটাৰ নাম আছিল ক্ৰমে 'বুক অৱ ল'ভ—প্ৰথম আৰু দ্বিতীয় খণ্ড, আৰু 'বুক অৱ চং'; বহীকেইটা তেওঁ য়েনীলৈ উচৰ্গা কৰিছিল এইদৰে—'মোৰ অনন্তকালৰ প্ৰেয়সী য়েনী ফন ভেষ্টফালেনলৈ' মাৰ্ক্সৰ বায়েকৰ মতে বহী তিনিটা পাই য়েনীয়ে আনন্দত কান্দি পেলাইছিল আৰু গোটেই জীৱন তেওঁ বহী তিনিটা সযতনে থৈ দিছিল। মাৰ্ক্সে অৱশ্যে পিচৰ জীৱনত কৰিতাবোৰৰ বিষয়ে উচ্চ মত অকণো পোষণ কৰা নাছিল। "অনুভূতি অভিব্যক্ত হৈছিল মাত্ৰা আৰু আংগিকৰ প্ৰতি লক্ষ্য নৰখাকৈ; একোৱেই স্বাভাৱিক নাছিল, সমস্ত যেন ৰচিত হৈছিল জোনাকৰ উন্মাদনাতহে।"—কৰিতাবোৰৰ বিষয়ে শেষ বয়সত তেওঁ কৈছিল।

স্বভাৱতে, চঞ্চলমতি পুত্ৰৰ এই কৰিতা-প্ৰীতিক মাৰ্ক্সৰ দেউতাকে প্ৰীতিৰ চকুৰে চাব পৰা নাছিল। আবেগ ত্যাগ কৰি ধীৰ হবলৈ, ভৱিষ্যতৰ চিন্তাত মনোযোগ দিবলৈ, মানুহ হবলৈ,—তেওঁ পুতেকক সততে উপদেশ দিছিল। য়েনীৰ প্ৰতি মাৰ্ক্সৰ উদ্দাম প্ৰেম সম্পৰ্কে তেওঁ পুতেকলৈ লেখিছিল, "তুমি যাৰ প্ৰতি নিজক এনেদৰে সম্পূৰ্ণকৈ উচৰ্গা কৰিছা, তেওঁৰ প্ৰতি তোমাৰ উচ্ছাসপূৰ্ণ আৰু অতিৰঞ্জিত প্ৰেমে তেওঁৰ শান্তি নানে, বৰং তেওঁক ধ্বংস কৰাৰ সম্ভাৱনাহে তুমি মাতি

আনিছা। ......... তোমাৰ কাৰণে য়েনীয়ে যি ত্যাগ কৰিছে, সি অমূল্য। ......... তোমাৰ তাৰুণ্য সত্বেও তুমি যে পৃথিৱীৰ শ্ৰদ্ধাযোগ্য এজন পুৰুষ, তাৰ প্ৰমাণ তুমি এতিয়া য়েনীক দিব লাগিব।"

তৰুণ মাৰ্ক্সৰ উচ্ছ্বাসপূৰ্ণ প্ৰেমে য়েনীক আনন্দ দিলেও তেওঁৰ ৰোমান্টিক আতিশয্যত পৰিপক্ক বয়সৰ য়েনীও চিন্তিত নোহোৱাকৈ থকা নাছিল। তেওঁৰ এই দুশ্চিন্তা প্ৰকাশ পাইছে মাৰ্ক্সলৈ দিয়া এখন চিঠিত: "তোমাৰ তাৰুণ্যভৰা, ৰোমান্টিক প্ৰেমৰ প্ৰতিদান দিবলৈ মই যে অক্ষম, সেইকথা মই আৰম্ভণিৰে পৰাই বুজি আহিছোঁ। .........অহ্, কাৰ্ল, মোৰ দুৰ্দশা ইয়াতেই, যে তোমাৰ আবেগময় প্ৰেমে, তুমি দিয়া ইয়াৰ অপূৰ্ব বিৱৰণে, তোমাৰ কল্পনাই সৃষ্টি কৰা আনন্দমধুৰ চিত্ৰকল্পসমূহে —যি আন যি কোনো ছোৱালীকে অনিৰ্বচনীয় পুলক যোগালেহেঁতেন— সি মোক প্ৰায়ে চিন্তিত আৰু অনিশ্চিত কৰিহে তোলে। তোমাৰ দৰে প্ৰেমৰ জগতত মই অহৰ্নিশ থাকিব নোৱাৰোঁ, বহিৰ্জগতৰ প্ৰতিহে—জীৱন আৰু বাস্তৱৰ প্ৰতিহে—মই সততে অধিক মনোযোগী।"

সি যি কি নহওক, প্ৰেমৰ ৰহস্যমধুৰ আনন্দ আৰু উদ্বেগৰ মাজতেই মাৰ্ক্সে পঢ়াশুনা সাং কৰে আৰু Deutsche Franzoi-nische jahrbucher নামে বিপ্লৱী কাকতখনৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। জীৱন নিৰ্বাহৰ উপায় হোৱাত তেওঁ এতিয়া (বাকদত্ত হোৱাৰ প্ৰায় সাতবছৰৰ পিচত) বিয়া কৰাবলৈ স্থিৰ কৰে। ১৮৪২ চনৰ এপ্ৰিল মাহত তেওঁ তেওঁৰ বন্ধু আৰ্নল্ড ৰুজলৈ লেখে,

"কনট্ৰেক্টত চহী কৰা হলেই মই ক্ৰেউঝ্‌নাখ চহৰলৈ যাম আৰু বিয়া কৰাম। ......... ভাবালুতা ত্যাগ কৰি মই কওঁ, মই গভীৰভাৱে প্ৰেমত নিমজ্জিত। সাত বছৰতকৈও অধিক কাল ধৰি মই বাকদত্ত, আৰু মোৰ দয়িতাই মোৰ হৈ এনে যুদ্ধ

কৰিব লগা হৈছে যে তেওঁৰ শৰীৰ ভাঙি পৰিছে। আমাতকৈ তিনিগুণ বেছি বয়সৰ মানুহে যিমান সংগ্ৰাম কৰে, তাতকৈও বেছি, অথচ অৰ্থশূণ্য আৰু অপচয়মূলক সংগ্ৰাম মই আৰু মোৰ দয়িতাই বছৰচেৰেক ধৰি কৰি আহিবলগীয়া হৈছে।"

এই চিঠি লেখাৰ কেইদিনমানৰ পিচতে মাৰ্ক্স ক্ৰেউঝ্‌নাখ চহৰলৈ যায় আৰু বিবাহ সম্পৰ্কে য়েনীৰ লগত আলোচনা কৰেগৈ। (ককায়েক ফাৰ্ডিনাণ্ডৰ প্ৰভাৱৰ পৰা হাত সাৰি থকাৰ উদ্দেশ্যে য়েনীয়ে ত্ৰিয়েৰ ত্যাগ কৰি সেই চহৰত কিছুদিন আছিলগৈ।) দীঘলীয়া বিচ্ছেদৰ পিচত তেওঁলোকৰ এই মিলন নিশ্চয় মধুৰ হৈছিল; কাৰণ মাৰ্ক্স উভতি অহাৰ পিচতে য়েনীয়ে আবেগপূৰ্ণ ভাষাৰে তেওঁলৈ লেখিছিল;

"এইবাৰৰ দৰে ইমান মধুৰ, ইমান মনোহৰ, ইমান মৰমৰ তুমি কাহানিও নাছিলা। আগেয়েও আমাৰ বিদায়ৰ ক্ষণত মোৰ সদায় ভাৱ হৈছিল, মই যেন তোমাক পুনৰ মাতি আনো আৰু কওঁ-তুমি মোৰ কিমান প্ৰিয়! কিন্তু এইবাৰৰ কথা সুকীয়া; তোমাক সোঁ শৰীৰে দেখাৰ আগলৈকে মই সঁচাকৈয়ে জনা নাছিলো, অন্তৰৰো অন্তৰৰ পৰা মই কিদৰে তোমাক ভালপাওঁ। দেৱশিশুৰ দৰে স্নিগ্ধতা আৰু সততাৰে পূৰ্ণ, প্ৰেমৰ আধ্যাত্মিক জ্যোতিৰে জ্যোতিষ্মান তোমাৰ ছবিটো মোৰ হৃদয়ত এতিয়াও সমুজ্জ্বল। চেনেহৰ কাৰ্ল, তুমি পুনৰ উভতি আহিলে জানিলা-হেঁতেন, তোমাৰ সাহসিনী প্ৰিয়াৰ হৃদয়ত আনন্দৰ বাবে কিমান ঠাই আছে! তোমাৰ এতিয়াও মনত পৰেনে‥……আমাৰ পূৰ্তি নিশাৰ কথা-বতৰাবোৰ. আমাৰ হাঁহি-ধেমালিবোৰ: আমাৰ স্বপ্নৰ মুহূৰ্তবোৰ? প্ৰিয়, তেতিয়া তুমি কিমান ভাল, কিমান মনোহৰ, কিমান কিমান উল্লাসী আছিলা!"

১৮৪৩ চনৰ উনৈশ জুন তাৰিখে ক্ৰেউঝ্‌নাখ চহৰৰে প্ৰটেষ্টাণ্ট গীৰ্জাত অনাড়ম্বৰভাৱে তেওঁলোকৰ বিবাহ-কাৰ্য সম্পন্ন হয়। বিয়াত

ছয়োটা পৰিয়ালৰ ভিতৰত উপস্থিত আছিল কেৱল য়েনীৰ মাক আৰু এজন ভায়েকহে।

মাৰ্ক্সৰ বৈবাহিক জীৱন সুখৰ আছিল। মাৰ্ক্স আছিল এজন মৰমিয়াল স্বামী। পত্নীৰ সংবেদনশীল মনৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আছিল। জোঁৱায়েক পল লাফৰ্গে তেওঁৰ স্মৃতিকথাত লেখা মতে মাৰ্ক্সে পত্নীক তেওঁৰ সমস্ত লেখা দেখুৱাইছিল আৰু তেওঁৰ মতামত বিচাৰিছিল। আনহাতে য়েনীও আছিল এগৰাকী আদৰ্শ পত্নী। বৰমানুহৰ জীয়াৰী হৈয়ো মাৰ্ক্সৰ কাঁইটীয়া জীৱন তেওঁ স্বেচ্ছাৰে সাবটি লৈছিল। নিজৰ সমস্ত গহনা-পাতি বিক্ৰী কৰিও তেওঁ পৰিয়ালৰ ভৰণ পোষণ যোগাবলগীয়া হৈছিল। তেওঁলোকৰ এনে দিনো গৈছিল যেতিয়া একমাত্ৰ পুত্ৰৰ মৃত্যুত কফিন কিনিবলৈ তেওঁলোকৰ পইচা নাছিল! মাৰ্ক্সক স্বদেশৰ পৰা বহিষ্কাৰ কৰা সময়ত এদল বাৰবণিতাৰ লগত এৰাতি জেল হাজোতত কটোৱাৰ দুৰ্ভাগ্যও য়েনীৰ হৈছিল! কিন্তু এই দুৰ্ভাগ্যবিলাকৰ বাবে কোনো খেদ তেওঁৰ নাছিল; মাৰ্ক্সৰ জীৱনাদৰ্শ আৰু বৌদ্ধিক সামৰ্থ্যৰ ওপৰত তেওঁৰ আছিল অটল আস্থা। মাৰ্ক্সৰ সমস্ত লেখা ছপাৰ উপযোগীকৈ নকল কৰি দিয়াৰ দায়িত্ব তেওঁ লৈছিল।

স্বভাৱতে, তেওঁলোকৰ মাজত দাম্পত্য-কলহেও মাজে মাজে উক নিদিয়াকৈ থকা নাছিল। এনে এখন কলহৰ বৰ্ণনা পোৱা যায় মাৰ্ক্সে এংগেলচলৈ দিয়া এখন চিঠিত। 'ঘৰুৱা শান্তি নাইকিয়া হৈছে, কাৰণ অসম্ভৱ কথা কিছুমান দাবী কৰাত তিৰোতাবোৰ অভ্যস্ত। ...তিৰোতাবোৰ বৰ হাস্যকৰ জীৱ—( funny creaturers )—আনকি যিবিলাক যথেষ্ট বুদ্ধিমতী, তেওঁলোকো।" —মাৰ্ক্সে লেখিছিল সন্দেহ নাই, এই কাজিয়া-পেঁচালবোৰে তেওঁলোকৰ প্ৰণয়-বান্ধোন সুদৃঢ় কৰাত সহায় কৰিছিল।

মাৰ্ক্সৰ পত্নী প্ৰেমৰ গভীৰতাৰ উমান পোৱা যায় বৈবাহিক

জীৱনৰ এবাৰ বছৰৰ পিচত তেওঁ পত্নীলৈ লেখা এখন অদ্ভুতভাৱে আবেগপ্ৰৱণ চিঠিৰ পৰা। চিঠিখনৰ কিছু অংশ তলত উদ্ধৃত কৰা হ'ল:

"…… তোমাৰ জীৱন্ত প্ৰতিমা মোৰ সমুখত; দুবাহুৰে মই তোমাক সাবটি ধৰোঁ, চুম্বন কৰোঁ তোমাৰ আপাদমস্তক, নতজানু হওঁ তোমাৰ সমুখত আৰু দীৰ্ঘশ্বাসে কওঁ, মহাশয়া, তোমাক মই ভালপাওঁ। ………

"ওচৰত থাকিলে যিবোৰ মহৎ অনুভূতি সামান্য যেন লাগে, দূৰত্বৰ যাদু-প্ৰক্ৰিয়াত সিবিলাকে নিজস্ব ৰূপ লয়। তোমাৰ প্ৰতি মোৰ প্ৰেমো তেনে। সপোনত হলেও তুমি মোৰ পৰা আঁতৰ হোৱা, আৰু মই গম পাওঁ, সময়ে তোমাৰ প্ৰতি মোৰ প্ৰেমক কি কৰিছে। ই তাৰ বিকাশ ঘটাইছে, ঠিক যেনেকৈ ব'দ-বৰষুণে গছপুলিৰ বিকাশ ঘটায়। তুমি আঁতৰ হোৱাৰ লগে লগে মোৰ প্ৰেমে এক দৈত্যৰ আকাৰ ধৰে য'ত একীভূত হয় মোৰ মনৰ সমস্ত শক্তি, মোৰ হৃদয়ৰ সমস্ত বৈচিত্ৰ্য। তেতিয়াহে মোৰ নিজকে পুৰুষ যেন লাগে; কাৰণ মই অনুভৱ কৰোঁ এক প্ৰচণ্ড আবেগ।………ফয়েৰবাখৰ বিমূৰ্ত মানৱ-প্ৰেমে নহয়, সৰ্বহাৰাৰ প্ৰতি প্ৰেমে নহয়, দয়িতাৰ প্ৰতি—অৰ্থাৎ তোমাৰ প্ৰতি—মোৰ প্ৰেমেহে মোক মানুহ বুলি অনুভৱ কৰায়।

"বস্তুতঃ পৃথিৱীত বহুতো তিৰোতা আছে, আৰু তাৰে কিছুমান বেছ ধুনীয়াও। কিন্তু ক'ত পাম মই এনে মুখ যাৰ প্ৰতিটো ৰেখাই মোক লৈ যায় মোৰ জীৱনৰ মধুৰতম দিনবোৰৰ স্মৃতিলৈ; মোৰ অসীম দুৰ্দশা, মোৰ অপূৰণীয় ক্ষতিও ধৰা পৰে যাৰ বেথালগা মুখত, যাৰ সুন্দৰ মুখ চুম্বনেৰে মই আঁতৰাই পেলাব পাৰোঁ মোৰ সমস্ত দুখ আৰু বেদনা!

'Buried in her arms, revived by her kisses'—হয়, তোমাৰ দুবাহুত আৰু তোমাৰ চুম্বনত,—মই নিজে থাকিব

নকৰিলেও তোমাৰ কাৰণেই ব্ৰাহ্মণ আৰু পাইথাগোৰিয়ান সকলে ৰাখক তেওঁলোকৰ জন্মান্তৰবাদ, খৃষ্টানসকলে ৰাখি থ'ক তেওঁলোকৰ নৱজীৱনৰ তত্ত্ব।"

মৃত্যু পৰ্যন্ত তেওঁলোকৰ প্ৰেম অটুট আছিল। মাৰ্ক্সৰ কনিষ্ঠতমা কণ্যা ইলিয়নৰে তেওঁলোকৰ জীৱনৰ শেষ দিন এটাৰ বিষয়ে এইদৰে বৰ্ণাইছে, "১৮৮১ চনৰ শৰত কালি মা ইমান অসুখীয়া হৈ পৰে যে তেওঁ বিচনাৰ পৰা উঠিব নোৱাৰা হ'ল, দেউতাও প্লুৰেচি বেমাৰত ভীষণভাবে আক্ৰান্ত হৈ পৰিল।.... মুৰে (মাৰ্ক্সৰ ঘৰুৱা নাম) যিদিনা কোনোমতেহে শক্তি গোটাই মা'ৰ কোঠাই গ'ল, সেই দিনটোৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰিম। দুয়ো যেন পুনৰ তৰুণত্ব লাভ কৰিলে—মা যেন এজনী গাভৰু ছোৱালীলৈ আৰু দেউতা যেন এজন মৰমিয়াল ডেকালৈ ৰূপান্তৰিত হ'ল। অথচ দুয়ো আছিল তেতিয়া জীৱন দুৱাৰ দলিত, চিৰদিনৰ কাৰণে ইজনে সিজনৰ পৰা বিচ্ছেদ হোৱাৰ পথত।"

১৮৮১ চনৰ দুই ডিচেম্বৰৰ দিনা য়েনীৰ মৃত্যু হয়। মৃত্যুৰ আগমূহূৰ্তত তেওঁ মাৰ্ক্সক ইংৰাজীত সম্বোধন কৰে। ইয়াৰ দুই বছৰৰ পিচত ১৮৮৮ চনৰ ৈচধ্য মাৰ্চত মাৰ্ক্সৰো মৃত্যু ঘটে।

০ ০ ০ ০

পত্নীৰ উপৰিও আৰু এগৰাকী নাৰীয়ে মাৰ্ক্সৰ জীৱনত কিছু প্ৰভাৱ পেলোৱা যেন লাগে। তেওঁ হ'ল হেলেন ডেমুথ যাৰ ঘৰত মতা নাম আছিল 'লেনচেন' আৰু 'নিম'। এজন গাঁৱলীয়া কটি বেপাৰীৰ জীয়েক এই ছোৱালীজনী আঠ-ন বছৰ বয়সতে ভেষ্ট-ফালেন-পৰিয়ালৰলৈ বন কৰা ছোৱালী হিচাপে আহিছিল। গতিকে বাল্যকালৰ পৰাই ছোৱালীজনীৰ লগত মাৰ্ক্সৰ পৰিচয় আছিল। য়েনীতকৈ আঠ ন বছৰে সৰু হলেও হেলেন আছিল য়েনীৰ বান্ধৱীৰ দৰে। (য়েনীৰ নিজৰ ভাষাত; "মোৰ বাবে তেওঁ

হ'ল এক অমূল্য সম্পদ।" ) য়েনীৰ বিয়াৰ এবছৰমান পিচত জীয়েকক সহায় কৰি দিবলৈ মাৰ্ক্সৰ শাহুৱেকে হেলেনক য়েনীৰ ওচৰলৈ পঠিয়াই দিয়ে। তেতিয়াৰে পৰা য়েনী আৰু মাৰ্ক্সৰ মৃত্যু পৰ্যন্ত তেওঁ মাৰ্ক্স পৰিয়ালৰ লগতে থাকে। মাৰ্ক্স পৰিয়ালৰ লগত পৰিচিত বিভিন্ন ব্যক্তিয়ে লেখা তেওঁলোকৰ স্মৃতি-চাৰণবিলাকৰ পৰা এই অখ্যাত মহিলাগৰাকীৰ বিষয়ে বহু কথা জনা গৈছে :

"মাৰ্ক্স-পৰিয়ালৰ বাবে তেওঁ (হেলেনে) সম্পূৰ্ণ ভাৱে জীৱন উচৰ্গা কৰিছিল। .........তেওঁ আছিল ঘৰখনৰ প্ৰতিভা, অতিশয় কঠিন পৰিস্থিতিৰো সমাধানৰ উপায় তেওঁ উলিয়াব পাৰিছিল। তেওঁৰ বুদ্ধি আৰু মিতব্যয়িতাৰ বাবেই অতি অভাৱৰ দিনতো মাৰ্ক্স-পৰিয়ালে অন্ততঃ যিখিনি বস্তু নহলে নহয়, সেইখিনি নোপোৱাকৈ থকা নাছিল। তেওঁ কৰিব নোৱাৰা কাম একো নাছিল। তেওঁ ৰান্ধিছিল, ঘৰ চিজিল কৰিছিল, ল'ৰা-ছোৱালীহঁতৰ পিন্ধন-উৰণত সহায় কৰিছিল আৰু শ্ৰীমতী মাৰ্ক্সৰ লগ লাগি সিহঁতৰ কাপোৰ কানিও চিলাইছিল। তেওঁ আছিল একাধাৰে ঘৰৰ কৰ্ত্ৰী আৰু ধাত্ৰী; ঘৰখন আচলতে তেঁৱেই চলাইছিল। ল'ৰা-ছোৱালীহঁতে তেওঁক মাকৰ দৰে ভাল পাইছিল আৰু তেৱোঁ মাকৰ দৰে সিহঁতক শাসন কৰিছিল। শ্ৰীমতী মাৰ্ক্সে তেওঁক অন্তৰংগ বান্ধৱী হিচাপে লৈছিল। মাৰ্ক্সৰ লগতো তেওঁৰ প্ৰীতিৰ সম্পৰ্ক আছিল। মাৰ্ক্সে তেওঁৰ লগত ডবা খেলিছিল আৰু প্ৰায়ে হাৰিছিল।

"হেলেনে অন্ধ ভাবে মাৰ্ক্স পৰিয়ালটোক ভাল পাইছিল। তেওঁলোকে যিহকে কৰে সেয়ে তেওঁৰ মনত ভাল আছিল। মাৰ্ক্সক কোনোবাই সমালোচনা কৰিলে তেওঁ তৎক্ষণাৎ মুখ পাতি ধৰিছিল। মাৰ্ক্স-পৰিয়ালৰ লগত ঘনিষ্ঠ সকলো লোকৰে তেওঁ মাতৃভাৱে যতন লৈছিল। এনেহে লাগিছিল যেনিবা সমস্ত মাৰ্ক্স-পৰিয়ালটোক তেওঁহে তুলি-তালি ডাঙৰ কৰিছে।" (প'ল লাফৰ্গ)

"লেনচেন আছিল মাৰ্ক্স-পৰিয়ালৰ আত্মা, মাকৰ দৰে

পৰিয়ালৰ সকলোকে তেওঁ মৰম কৰিছিল। ... ... ... লেনচেন আছিল ঘৰখনৰ সৰ্বময়ী কৰ্ত্ৰী আৰু মাৰ্ক্সে এই কৰ্তৃত্ব নিজে ভেৰাৰ দৰে মানি লৈছিল। ... ... .... মাৰ্ক্সৰ কাৰণে, মাৰ্ক্সপত্নীৰ কাৰণে, তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰৰ কাৰণে সমস্ত জীৱন উচৰ্গা কৰিবলৈ তেওঁ ৰাজী আছিল, আৰু সঁচাকৈ উচৰ্গা কৰিছিলও। মাৰ্ক্সে কোনো কাম তেওঁৰ হতুৱাই জোৰকৈ কৰাব নোৱাৰিছিল। মাৰ্ক্সৰ সমস্ত খেয়াল আৰু দুৰ্বলতা তেওঁ জানিছিল আৰু সেয়ে বেঞ্চা আঙুলিৰে তেওঁক ঘূৰাব পাৰিছিল। মাৰ্ক্সে যেতিয়া খঙত সিংহৰ দৰে গৰ্জন কৰি থাকে, তেতিয়া লেনচেনৰ বাহিৰে কোনো তেওঁৰ কাষ চাপিব নোৱাৰিছিল। লেনচেন সিংহৰ গড়ালত সোমায় আৰু এনে ব্যৱস্থা কৰে যে সিংহ পুনৰ নিজে ভেৰাত পৰিণত হয়। (ভীলহেল্ম লিয়েব নেখট্)

মাৰ্ক্সৰ কনিষ্ঠা কণ্যা ইলিয়নৰেও হেলেনৰ বিষয়ে লিয়েবনেখট্‌লৈ লেখিছিল, "মুৰৰ বিষয়ে লেখাৰ সময়ৰ লেনচেনৰ কথা নাপাহৰিব। ... ... .... হেলেন যেন আছিল ঘৰখনৰ ধুৰা যাৰ চৌদিশে সমস্ত ঘৰখন ঘূৰিছিল। তেওঁ আছিল পৰিয়ালৰ শ্ৰেষ্ঠতমা আৰু আটাইতকৈ বিশ্বাসী বান্ধৱী।"

খুব ৰূপৱতী নহলেও হেলেন দেখাত অশুৱনী নাছিল; তেওঁক বিয়া কৰাবৰ বাবে ডেকাবো অভাৱ নাছিল। কিন্তু মাৰ্ক্স-পৰিয়ালৰ মৰমতে তেওঁ আজীৱন অকুমাৰী হৈয়েই থাকি গ'ল।

এই হেলেনৰ লগতে মাৰ্ক্সৰ জীৱনত এবাৰ এটা দুৰ্ঘটনাও ঘটে। য়েনীয়ে তেওঁৰ স্মৃতি-কথাত লেখিছে, "১৮৫১ চনৰ জহকালিৰ আৰম্ভণিতে আমাৰ পৰিয়ালত এটা ঘটনা ঘটে। ঘটনাটোৰ বিতং বৰ্ণনা মই ইয়াত নিদিওঁ, যদিও ই আমাৰ ব্যক্তিগত আৰু অন্যান্য দুশ্চিন্তা বঢ়োৱাত যথেষ্ট বৰঙণি যোগাইছিল।" আচলতে এই সময়তে হেলেনৰ এটা পুত্ৰ-সন্তান জন্ম হয় আৰু এই সন্তানৰ পিতৃ আছিল মাৰ্ক্স। সন্তানটোক মিচেচ লুই নামে এগৰাকী মহিলাৰ

হাতত তত্তাৱধানকৈ তুলি দিয়া হয় আৰু এংগেল্‌চে সন্তানটো ডাঙৰ-দীঘল কৰাৰ দায়িত্ব লৈ মাৰ্ক্সক অপযশৰ পৰা ৰক্ষা কৰে। সমাজত লঘু হোৱাৰ ভয়ত ঘটনাটো ইমান সংগোপনে ৰখা হৈছিল যে আনকি মাৰ্ক্স-পৰিয়ালৰ ল'ৰাছোৱালীবোৰেও এই কথা জনা নাছিল ; ল'ৰাটোক তেওঁলোকে এংগেল্‌চৰ পুতেক বুলিয়েই ভাবিছিল। ফ্ৰেডেৰিখ নামধাৰী এই ল'ৰাটো মাজে মাজে তেওঁ-লোকৰ ঘৰলৈ আহিছিল ; যদিও মাৰ্ক্সে ভয়তে তাক মৰম নকৰিছিল। মাৰ্ক্সৰ মৃত্যুৰ পিচতহে তেওঁৰ জীয়েক ইলিয়নৰে ৰহস্যৰ ওৰ কিবাকৈ পাই এংগেল্‌চক এই বিষয়ে সোধাত এংগেল্‌চে এই কথা স্বীকাৰ কৰে।

এই দুৰ্ঘটনাৰ ফলত মাৰ্ক্সৰ পাৰিবাৰিক সম্বন্ধত স্বভাৱতে কিছু ফাঁট মেলিছিল। য়েনীয়ে সেই সময়ত মানচেষ্টাৰত থকা মাৰ্ক্সলৈ লেখিছিল, "কাৰ্ল দুৰ্দশাৰ, শেষ বিন্দু এতিয়া উপস্থিত হৈছেহি। ... .... .... কোনো উপায় নাপাই মই ইয়াত বহি বহি কেৱল উচু-পিছোঁ। মোৰ মূৰ ঘূৰি গৈছে।" যি কি নহওক, ই এটা সাময়িক দুৰ্ঘটনা বুলি জানি মাৰ্ক্সৰ চৰিত্ৰৰ এই চ্যুতিক তেওঁ ক্ষমা কৰে। অপবাদৰ ভয়ত, পত্নীৰ লগত তেওঁ সম্পৰ্ক ছেদ হোৱাৰ ভয়ত অস্থিৰ মাৰ্ক্সেও, তেওঁ যে লেনচেনৰ 'দ্বিতীয় শ্ৰেণীৰ প্ৰেমিক, নহয়, এই কথা পত্নকী চিঠিৰে বুজাবলৈ যত্ন কৰে। অপবাদ ৰটনাকাৰীসকলক লক্ষ কৰি তেওঁ আবেগেৰে লেখে, "কিঞ্চিৎ ৰসজ্ঞান থকা হলেও এই বদমাচবোৰে একালে আঁকিলেহেঁতেন 'উৎপাদন আৰু বিনি-য়োগৰ সম্পৰ্ক' আৰু আনকালে আঁকিলেহেতেন তোমাৰ পদপ্ৰান্তত মোক। 'এইখন ছবি চোৱাঁ আৰু সেইখন'— তলত সিহঁতে লেখিলেহেঁতেন। কিন্তু সিহঁত বুৰ্বক আৰু জঘন্য; আৰু বুৰ্বক, জঘন্য হৈয়েই সিহঁত থাকিব।" এই চিঠিত পোৱাৰ কিছুদিনৰ পিচত য়েনীয়ে মাৰ্ক্সলৈ পুনৰ চিঠিত লেখে, "প্ৰিয়তম, তোমাৰ চিঠিয়ে মোক খুব আনন্দ দিলে। তুমি মোক সকলো কথা জনাবলৈ

অস্বস্তি কৰিব নালাগে। তুমি যদি ছুৰ্দশাত দিন কটাইছা, তেন্তে তোমাৰ ছুৰ্দশাৰ ভাগ ময়ো লোৱাতকৈ যুক্তিকৰ কথা আৰু একো হব নোৱাৰে।" মাৰ্ক্সৰ পাৰিবাৰিক সম্বন্ধ এইদৰে পুনৰ স্বাভাৱিক হৈ পৰে আৰু হেলেনেও পুনৰ আগৰ দৰে মাৰ্ক্স পৰিয়ালত বাস কৰিবলৈ লয়।

× × ×

এই ছুগৰাকী নাৰীৰ বাহিৰে মাৰ্ক্সৰ জীৱনলৈ আন কোনো নাৰী অহা নাছিল। আনকি মাকৰ প্ৰভাৱো তেওঁৰ জীৱনত তাকৰ। পা-পইচা আৰ্জি মধ্যবিত্ত সক চাম এটাৰ মাজত ভব্য-গব্য লোক হৈ পুতেকে জীৱন কটোৱাটো মাকে বাঞ্ছা কৰিছিল। (মাৰ্ক্সৰ ভাষাত, "পুঁজিৰ বিষয়ে লেখাতকৈ পুঁজি সঞ্চয় কৰাতহে মা বেছি আগ্ৰহিণী আছিল।") কিন্তু মাৰ্ক্সে তেনে পথেদি ভৰিকে নিদিয়াত মাক সামান্য ভাবে আহত হৈছিল। বায়েক-ভনীয়েক বা জীয়েকহঁতেও মাৰ্ক্সৰ ওপৰত বিশেষ প্ৰভাৱ পেলাব পৰা নাছিল।

(১৯৭৭)

—×—

# সংযোজন

গ্ৰন্থখনত সন্নিবিষ্ট প্ৰবন্ধকেইটা আলোচনীত প্ৰকাশ হোৱা সময়ত সিবিলাকৰ কেইটামানৰ সদয় আৰু নিৰ্দয়—দুয়োবিধ সমালোচনাই বাহিৰ হৈছিল। তাৰে যিবোৰ সমালোচনা মতান্ধ আৰু পক্ষপাতদুষ্ট বুলি আমি ভাবিছিলো বা এতিয়াও ভাবোঁ, সেইবোৰ ইচ্ছাকৃতভাৱেই উপেক্ষা কৰা হৈছে। আনহাতে যিবোৰ সমালোচনা আমাৰমতে বিবেচ্য, সিবোৰ সম্পৰ্কে পুনৰ চিন্তা কৰি গ্ৰন্থখনত স্থান দিয়া সময়ত বিতৰ্কিত প্ৰবন্ধকেইটা প্ৰয়োজন অনুসাৰে পৰিমাৰ্জনা কৰি লোৱা হৈছে। কেৱল এটা প্ৰবন্ধৰ ক্ষেত্ৰত ('বৈজ্ঞানিক দৃষ্টিভংগী: ইয়াৰ প্ৰয়োজনীয়তা') এনে কৰা নহ'ল। সহৃদয় পাঠকে তাৰবাবে যাতে আমাক ভুল নুবুজে, সেই উদ্দেশ্যেই এই 'সংযোজন'।

উক্ত প্ৰবন্ধটোত বৈজ্ঞানিক দৃষ্টিভংগীৰ আয়ত্তীকৰণত যুক্তিৰ প্ৰয়োজনীয়তা সম্পৰ্কে আলোচনা কৰি শেষত লেখা হৈছিল যে জগতখনক বুজাৰ ক্ষেত্ৰত যুক্তি যথেষ্ট হলেও প্ৰকৃত সৃজনশীল কৰ্মত কেৱল যুক্তিয়েই একমাত্ৰ নহয়; এনেবোৰ ক্ষেত্ৰত যুক্তিৰ উপৰিও প্ৰয়োজন কল্পনাৰ, অন্তৰ্দৃষ্টিৰ। ৰাছেল, আইনষ্টাইন প্ৰমুখ্যে আধুনিক যুক্তিবাদৰ পুৰোধাসকলৰ উক্তিৰে আমি আমাৰ মত সমৰ্থন কৰিবলৈ যত্ন কৰা সত্বেও আমাৰ এনে মন্তব্যৰ বিৰুদ্ধে কোনো কোনোৱে অভিযোগ তুলিছে আৰু আমাক 'যুক্তিৰ অতীত ৰহস্যবাদৰ সমৰ্থক' আখ্যা দিছে। এনে ভুল বুজাবুজিৰ কাৰণ খুব সম্ভৱ ভাষা-বিভ্ৰাট; কাৰণ উক্ত মন্তব্যত 'যুক্তি' শব্দটো ব্যৱহাৰ কৰা সময়ত আমাৰ মনত প্ৰকৃততে ভাঁহি আছিল নিয়মানুগ ন্যায়শাস্ত্ৰ ( formal logic )। বহল অৰ্থত কল্পনা বা অন্তৰ্দৃষ্টি যুক্তিৰ পৰা বিচ্ছিন্ন হয়তো নহয়,

কিন্তু এই কথা ঠিক যে কল্পনা আৰু অন্তৰ্দৃষ্টি পৰিহাৰ কৰি কেৱল আৰিষ্টটলীয় ন্যায়ৰ সহায়েৰেই (ক খ-ৰ মান আৰু খ গ-ৰ সমান, এতেকে ক গ-ৰ সমান—এনে যুক্তিৰে) মৌলিক সৃষ্টি, অন্ততঃ প্ৰায়বোৰ ক্ষেত্ৰতে, সম্ভৱ নহয়। সৃষ্টিৰ প্ৰক্ৰিয়া এটা সহজ প্ৰবৃত্তিগত ( instictive ) প্ৰক্ৰিয়া নহয়; আনহাতে ই সকলো সময়তে এটা পূৰ্ণ চৈতন্যময় প্ৰক্ৰিয়াও সম্ভৱতঃ নহয়। সচেতন যৌক্তিক মনৰ দিবালোকত সৃজনশীল কৰ্মই সদায় জন্ম গ্ৰহণ নকৰে (অন্ততঃ নকৰে যেন লাগে); বহু সময়ত ই জন্ম লয় (লয় যেন লাগে) চেতনা আৰু অৱচেতনাৰ প্ৰান্তত, যুক্তিৰ পূৰ্ণ আলোকেৰে পৰিব্যাপ্ত চৈতন্য জগতৰ বহিৰ্ৱৰ্তী সন্ধ্যালোকত।

সৃষ্টিৰ প্ৰক্ৰিয়া, আমি ভাবোঁ, এটা দুৰ্জ্জেয় প্ৰক্ৰিয়া, ইমান দুৰ্জ্জেয় যে কোনো ক্ষেত্ৰত ইয়াক হয়তো অজ্ঞেয়ৰ নামান্তৰ বুলিবই পাৰি। বাস্তৱ জগতৰ লগত মনোজগতৰ ঠিক কেনে ধৰণৰ অভিঘাতে সৃজনমূলক কৰ্মৰ জন্ম দিয়ে, আমি জনাত কোনো মনোবিজ্ঞানীয়ে আজিলৈকে তাক স্পষ্টভাৱে কৰ পৰা নাই আৰু আগলৈও কোৱাৰ আশা ক্ষীণ যেন লাগে। কাৰণ সৃষ্টিৰ এই প্ৰক্ৰিয়াটো বিশদভাৱে, ফটফটীয়াকৈ জানিব পাৰিলে, পঢ়াশলীয়া বীজগণিতৰ ন্যায়সূত্ৰেৰেই ইয়াক বান্ধি পেলাব পাৰিলে, প্ৰতিভাৰ কোনো অৰ্থই নাথাকিব; ৰাম, শ্যাম, যদু, মধু,—সকলোৱেই এই প্ৰক্ৰিয়াৰ বাট আলিয়েদি গৈ প্ৰতিদিনে একোটা মহৎ সৃষ্টি কৰিব পাৰিব। সমাজবাদত একান্ত বিশ্বাসী হলেও এনে দিন সমাগত বুলি আমাৰ ধাৰণা নহয়।

ই অনস্বীকাৰ্য যে সৃষ্টি প্ৰক্ৰিয়াৰ লগত সামাজিক পৰিবেশৰ এক ঘনিষ্ঠ সম্পৰ্ক বিদ্যমান; কিন্তু এই সম্পৰ্ক সৰল আৰু যান্ত্ৰিক বুলি ভাবে পাৰিপাৰ্শ্বিকতাবাদী সকলেহে (আৰু সম্ভৱতঃ স্তালিনীয় যুগৰ লাইচেংকোপন্থীসকলে), বস্তুবাদী দ্বন্দ্বাবদত বিশ্বাসীসকলে

নহয়। আমি পাহৰা অনুচিত যে বস্তুবাদ দ্বন্দ্ববাদী অনুসৰি মানুহ পৰিবেশৰ নিঃসহায় সৃষ্টি নহয়, বৰং পৰিবেশিক প্ৰক্ৰিয়াৰ জৰিয়তে ই নিজেই নিজৰ সৃজক। সৰল, যান্ত্ৰিক যুক্তিবাদৰ সহায়েৰেই সৃষ্টিৰ দুৰ্জ্ঞেয় প্ৰক্ৰিয়াটোৰ ব্যাখ্যা সম্ভৱ—এনে মনোভাৱ ওঠৰ শতিকাৰ ফৰাচী যুক্তিবাদৰ অৱশেষ মাথোন আৰু বস্তুবাদী দ্বন্দ্ববাদ ইয়াৰ উৰ্ধত।

শেষত, আলোচ্য প্ৰবন্ধটোত আমি ব্যৱহাৰ কৰা 'বহুলাংশে পৰিবেশ নিৰ্ভৰ প্ৰমূল্য'—বাক্যাংশৰ অৰ্থও হেনো বহুতৰ বাবে স্পষ্ট হোৱা নাই। স্পষ্টতাৰ অৰ্থে কওঁ—মানৱজীৱনৰ সকলো প্ৰমূল্য সমানে আৰু সম্পূৰ্ণৰূপে পৰিবেশৰ ওপৰত নিৰ্ভৰ নকৰে। কিছুমান প্ৰমূল্য থাকে যিবোৰ মানৱ প্ৰজাতিৰ সহজাত. যেনে-প্ৰেম, কৰুণা, শুভাকাংক্ষা ইত্যাদি। সমাজভেদে এইবোৰৰ ৰূপ হয়তো কেতিয়াবা সলনি হব পাৰে, কিন্তু সমাজ সলনি কৰি এইবোৰ একেবাৰে নাইকিয়া কৰি পেলাব নোৱাৰি। (এইখিনিতে উল্লেখ কৰিব পাৰি যে মাৰ্ক্সে ও তেওঁৰ ৰচনাৱলীৰ এঠাইত (M.E.G.A vot 5, Moscow) দুবিধ human drive ৰ কথা উল্লেখ কৰিছে। যিবোৰ মানৱজীৱনৰ সহজাত, সিবোৰক তেওঁ বুলিছে constant drive; আনহাতে যিবোৰ পৰা উদ্ভুত পৰিবেশৰ সিবোৰক তেওঁ বুলিছে—relative drive)।

পৰিশেষত, জীৱনৰ তথা জগতৰ মৌলিক সমস্যাসমূহ, আমি ভাবোঁ, অতিশয় জটপূৰ্ণ আৰু ৰহস্যঘন। যুগন্ধৰ প্ৰতিভাৰ লোকসকলে ইবিলাকৰ ওপৰত নতুন নতুন আলোক সম্পাত কৰে; কিন্তু ইবিলাকৰ প্ৰতিটোৰে শেষ আৰু ফটফটীয়া উত্তৰ দিব পৰা কোনো অৱতাৰী পুৰুষ বা পুৰুষগোষ্ঠী পৃথিৱীত নাই। আছে বুলি যিসকলে ভাবে, তেওঁলোক আমাৰ মতেৰে ধৰ্মীয় মনৰহে অধিকাৰী, বৈজ্ঞানিক মনৰ নহয়।

—x—